**SANDIKOI COLLEGE**
A Novel by Pranab Kumar Barman
Published by **Haren Kalita,**
Kalyani Book Stall, Panbazar, Guwahati-1
Ph.: 9854731538
Price : Rs.130/- only

**প্ৰকাশক ঃ হৰেণ কলিতা**
পাণবজাৰ, গুৱাহাটী-১
ফোন ঃ ৯৮৫৪৭৩১৫৩৮

**পৰিবেশক ঃ এম আৰ পাব্লিকেচন**
**বুকছ্ ভেলী**
পাণবজাৰ, গুৱাহাটী-১
ফোন ঃ ৯৮৬৪১৭৫৬০৭
প্ৰথম প্ৰকাশ ঃ ১০ ডিচেম্বৰ ২০১০
দ্বিতীয় প্ৰকাশ ঃ ১৭ ডিচেম্বৰ ২০১০ (নৰ্থ ইষ্ট বুক ফেয়াৰ)
বেটুপাত ঃ ৰেইন চফট্
অংগসজ্জা ঃ মৃণাল আকাশ মেধি
মূল্য ঃ ১৩০.০০ টকা
প্ৰথম প্ৰকাশৰ মুদ্ৰণ ঃ ভবাণী প্ৰিণ্ট এণ্ড পাব্লিকেচন
দ্বিতীয় প্ৰকাশৰ মুদ্ৰণ ঃ কালাৰগ্ৰাফ, ৰাজগড়, গুৱাহাটী-৩

# উছৰ্গা

অসমৰ নাৰী শিক্ষাৰ অন্যতম বাটকটীয়া দুৰন্ত
সাহসী ৰাজবালা দাস আইদেউ
আৰু
সন্দিকৈ কলেজৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ
সকলো ছাত্ৰীৰ হাতত

# দুষাৰ

নীলাঞ্জনাক লগ পাইছিলো টি.ভি চেনেলৰ প্ৰখ্যাত এগৰাকী সাংবাদিক তথা অভিনেত্ৰীৰ জৰিয়তে। নীলাঞ্জনাৰ ব্যথাভৰা জীৱনৰ প্ৰতি সেই সাংবাদিকৰ আছিল মমতাভৰা দৰদ। জীয়াই থকাৰ বাবে নীলাঞ্জনাক তেওঁ দিছিল প্ৰেৰণা। মোৰ 'কলকাতাৰ বেশ্যা দিল্লীৰ বৰষুণ' পঢ়ি নীলাঞ্জনাই ফোন কৰিছিল মোক। এনেদৰেই গঢ়ি উঠিছিল কবি নীলাঞ্জনাৰ লগত মোৰ বন্ধুত্ব। আৰু তেতিয়াই ভাবিছিলো উপন্যাস এখন লিখিব পৰা যায়। নীলাঞ্জনাৰ ওপৰত।

আমি কটন কলেজত পঢ়োতে ওচৰতে থকা সন্দিকৈ কলেজে আমাৰ হৃদয়ত হিল্লোল নোতোলাকৈ থকা নাছিল। লিখিছিলো কবিতা— 'সন্দিকৈ কলেজৰ তুমি সাগৰিকা বৰদলৈ।'

আজিও সন্দিকৈ কলেজক লৈ ৰোমাঞ্চ অনুভৱ কৰো। জাক জাক ছোৱালীয়ে যেন গুৱাহাটীখনকে পোহৰাই থাকে। তেনে হেন্দোলনিৰে ফল 'সন্দিকৈ কলেজ।'

বিভিন্ন ধৰণে সহায় কৰিছে— কংকনা দত্ত, পূৰবী ৰায়, নগেন মেধি, প্ৰেৰণা শৰ্মা, বিশ্বজিৎ (DY 365), পৰী ডেকা, ফাৰনাজ নাৰ্গিচ, মৃগেন মেধি, দিলীপ কলিতা, দ্বীপজ্যোতি লহকৰ, নন্দকিশোৰ ভূঞা, প্ৰণৱ ৰাজবংশী, প্ৰাঞ্জল দলৈ, প্ৰমোদ কলিতা, কুমুদ দাস, নিপ বৰুৱা।

পৰোক্ষভাৱে কৃতজ্ঞ— প্ৰীতি বৰুৱা, তোষপ্ৰভা কলিতা, চন্দ্ৰপ্ৰভা চৌধুৰী, আহমেদা ৰচুল বাইদেউৰ ওচৰত। লিপি ফুকন আৰু অপৰাজিতা জোনাক ধন্যবাদাৰ্হ।

বেটুপাতৰ কৃতিত্ব— ধনজিৎ দাস, উৎপল দত্ত।

উপন্যাসখন প্ৰকাশ কৰাৰ বাবে অপূৰ্ব কলিতা, (অপু) আৰু হৰেন কলিতা খুৰাৰ ওচৰত কৃতজ্ঞ। সজাই পৰাই দিয়াৰ বাবে মৃণাল আকাশ মেধি, ৰফিকুল হুছেইন আৰু কমল কুমাৰ মেধিলৈ কৃতজ্ঞতা। গকুল কলিতালৈ বিশেষ ধন্যবাদ। তদুপৰি সন্দিকৈ কলেজৰ মোৰ বান্ধবী আৰু ভনীবোৰলৈ থাকিল কৃতজ্ঞতা।

**প্ৰণৱ কুমাৰ বৰ্মন**

ডিচেম্বৰ, ২০১০

ফোন ঃ ৯৭০৭২-৪৭৮৩২

## সুঁৱৰিছো

সন্দিকৈ কলেজৰ প্ৰাক্তন আলোচনী সম্পাদক অকালতে মৃত্যুবৰণ কৰা জাহ্নবী প্ৰিয়ম বৰুৱাক

# দ্বিতীয় প্ৰকাশৰ এষাৰ

পাঠকৰ বিপুল আগ্ৰহত দ্বাদশ উত্তৰপূব গ্ৰন্থমেলাৰ প্ৰথম তিনিদিনতে প্ৰথম সংস্কৰণৰ সমুদায় কপি শেষ হৈ যোৱাত দ্বিতীয় সংস্কৰণ আগবঢ়ালো। পাঠকলৈ সশ্ৰদ্ধ নমস্কাৰ যাচিলোঁ।

প্ৰণৱ কুমাৰ বৰ্মন।
ডিচেম্বৰ, ২০১০

# প্ৰস্তাৱনা

বাতৰি কাকতৰ বৰ বৰ হৰফেৰে ওলোৱা সেই সংবাদে চমক খুৱাই দিছিল দেৱলীনা চক্ৰৱৰ্তীক।

পেৰিচত ইণ্টাৰনেচনেল লিটাৰেৰি চোচাইটিৰ দ্বাৰা পুৰস্কৃত অসমীয়া ৰাইটাৰ। ৱৰ্ল্ড লিটাৰেৰি প্ৰাইজ পোৱা পঞ্চমজন ভাৰতীয়! ব্ৰঞ্জৰ ফলক আৰু ভাৰতীয় টকাৰ হিচাপত আশী লাখ টকা যুক্ত এই প্ৰাইজ। ইনচেটত এখন ফটো। চিনাকি যেন লগা ফটো এখন।

বুকুখন ক'ৰবাত হমহমাই উঠিছিল আনন্দ নে বিষণ্ণতাত— দেৱলীনা চক্ৰৱৰ্তীয়ে ধৰিব নোৱাৰিলে। ওঠৰ বছৰ কম সময় নহয়।

ওঠৰ বছৰত কিমান সলনি হৈ গৈছে পৃথিৱীখন! কিমান কথাকে পাহৰণিয়ে গিলি পেলাইছে! তেৰ বছৰীয়া অধ্যাপনাৰ চাকৰিত দেৱলীনাই পাহৰি গৈছে নিজৰ গাভৰু কালৰ কথা। সাংসাৰিক ব্যস্ততাৰ বাবে অন্য একো কথা ভাবিবলৈকে সময়

নাই তেওঁৰ।

কিন্তু আজিৰ এই সংবাদে দেৱলীনাক ওভতাই লৈ গ'ল ওঠৰ বছৰ পিছলৈ।

০ ০ ০

আনদিনা কলেজলৈ যিটো সময়ত যায় আজি তাতকৈ আধা ঘণ্টা আগতেই ওলাল দেৱলীনা চক্ৰৱৰ্তী।

গাড়ীখন ষ্টাৰ্ট কৰি পাণবজাৰ অভিমুখে গতি বঢ়াই দিলে তেওঁ।

— 'নীলাঞ্জনাৰ আত্মকথা' কিতাপখন পামনে?

— অসমীয়াখনৰ দুটামান কপি আছে— আপোনাৰ ভাগ্য ভাল। ইংৰাজীখন পাবলৈ নাই। বিক্ৰেতাজনে ক'লে।

'নীলাঞ্জনাৰ আত্মকথা'ৰ কপি এটা লৈ দেৱলীনা সন্দিকৈ কলেজলৈ ৰাওনা হ'ল। এইখন গ্ৰন্থই চমকাই গৈছে পৃথিৱী। কি আছে গ্ৰন্থখনত। দেৱলীনাৰ আগ্ৰহ বাঢ়ি গ'ল।

'টিচাৰ্চ কমন ৰুম'ত সোমায়েই তাই মেলি ল'লে— নীলাঞ্জনাৰ আত্মকথা।

আৰু ডুবি গ'ল এক আনন্দদায়ক স্মৃতিকাতৰতাৰ ঢৌবোৰৰ মাজত।

কাৰণ কিতাপখন লিখিছে অতীতত হেৰাই যোৱা সেই কবি কবি যেন লগা তেওঁৰে সহপাঠীয়ে— কবিতা লিখাৰ বাবে যাক দেৱলীনাই জোকাইছিল।

কত যে কথা...।

# নীলাঞ্জনাৰ আত্মকথা

## প্ৰথম অধ্যায়

### (১)

বতাহজাক যেন বতাহ নহৈ এটা চৰাইহে— চো মাৰি দীঘলী পুখুৰীৰ পানীলৈ নামি আহিছে আৰু তাৰ পৰা পুনৰ উৰি গৈ সন্দিকৈ কলেজত খুন্দা মাৰিছেগৈ। দীঘলী পুখুৰীৰ পানী তৰংগায়িত হ'ল। তাত এজাক ৰ'দ আহি ঢলি পৰাত চিকমিকাই উঠিল। সেই চিকমিক ৰশ্মি প্ৰতিফলিত হৈ নীলাঞ্জনাৰ গাখীৰ হেঙুল মুখনি উজলাই তুলিলে। সহ্য কৰিব নোৱাৰি তাই মুদি দিলে দুচকু। বাওঁহাতখন ভাঁজ কৰি তাই কপালৰ ওপৰত ৰাখিলে। কৃষ্ণচূড়া বৰ্ণ চুৰ্ণীখনেৰে সোঁহাতেৰে গালখন মচিলে। ক্ৰীম ৰঙৰ কলেজ বেগখনে যেন অসহায়ভাৱে বাওঁকান্ধত খামুচি ধৰিলে।

কলেজৰ মূল তোঁৰণৰ তলতে ৰৈ নীলাঞ্জনাই সমুখলৈ চাই ৰৈ আছে।

কিমান দিনৰ মূৰত তাই কলেজখনলৈ আহিছে!

কিমান মাহৰ মূৰত মৰমৰ কলেজখনৰ গেটৰ ওচৰত তাই থিয় দিছেহি!

একো সলনি হোৱা নাই। হোৱাৰ কথাও নহয়। ছয় বছৰতে ইমান সলনি হৈ যাবনে কলেজখন যে তাই চিনিব নোৱাৰিব! ছয় বছৰ তাই কলেজলৈ অহা নাই।

তথাপি আজি তাইৰ কলেজত নতুন দিন যেনেই লাগিছে। যেন প্ৰথমটো দিন— গোলাঘাটৰ পৰা আহি তাই কলেজত ভৰি দি নাৰ্ভাচ হৈ গৈছিল। একো উমানেই পোৱা নাছিল কলেজখনৰ। ক'ত ক্লাছ হ'ব সেই লৈ ঘুমুটিয়াই ফুৰিছিল— প্ৰথম দিনটোত।

সেই অনুভূতি আছিল শিহৰণ ভৰা।

উত্তেজনাময়। স্বপ্নময়।

আজি হয়তো সেই উত্তেজনা নাই। কিন্তু শিহৰণ আছে। কাৰণ হেণ্ডিক গাৰ্লছ কলেজ নামটোৱেই শিহৰণভৰা। এটা চঞ্চলতা ভৰা নাম।

সন্দিকৈ ছোৱালী মহাবিদ্যালয়!

এনে কোনো যুৱক নাই যাৰ বুকুত হেণ্ডিক কলেজে হিল্লোল তোলা নাই! জোৱাৰ তোলা নাই! এনে কোনো যুৱতী নাই শ্ৰেষ্ঠ কলেজ বুলি পৰিচিত কলেজত পঢ়াতকৈ সন্দিকৈ কলেজত পঢ়াৰ গৌৰৱ অধিক বুলি অহংকাৰ কৰা নাই!

সন্দিকৈ কলেজ মানেই যেন অসমৰ ধুনীয়া ছোৱালীবোৰৰ মিলন মন্দিৰ!

সন্দিকৈ কলেজ মানেই প্ৰথম প্ৰেমৰ চুমা। প্ৰথম প্ৰেমৰ প্ৰথম গোলাপ!

একো উপমাৰে তুলনা নহয় সন্দিকৈ কলেজৰ। কোনো এজন কটনিয়ানক হেনো নবাগত আদৰণি সভাত সোধা হৈছিল— কটন কলেজ তোমাৰ কেনে লাগিছে?

সি কৈছিল— কঁটন কলেজৰ কাষতে সন্দিকৈ কলেজ নথকা হ'লে কটনিয়ান হোৱাৰ কোনো উত্তেজনা নাথাকিলহেঁতেন!

কটন কলেজ আৰু সন্দিকৈ কলেজ— হেড এণ্ড টেইল যেন!

মাজত মাত্ৰ এখন দেৱাল।

কটনৰ ছাত্ৰাবাসসমূহত হেনো কেতিয়াও শীত নপৰে। হেণ্ডিক গাৰ্লছে হেনো উষ্ণ কৰি ৰাখে কটনৰ চৌহদ!

কত টিপ্পনী!

কত মন্তব্য!

কিছুমান উচ্ছাস ভৰা; শালীন।

কিছুমান কটূক্তি; অশালীন।

তথাপি সন্দিকৈ কলেজ— সন্দিকৈ কলেজেই হৈ আছে।

সন্দিকৈ কলেজ— প্ৰিন্সেচ অৱ দ্য চিটি!

সন্দিকৈ কলেজ— এই মহানগৰৰ ৰাজকুমাৰী!

লাস্যময়!

মায়াময়!

গোটেই মহানগৰখনত তাই যেন বিয়পাই থাকে ৰূপৰ পোহৰ!

সন্দিকৈ কলেজ— বহুতৰ বাবে এটা স্পাইচি নাম!

কত বতাহ পাৰ হৈ গৈছে। কত ধুমুহা।

কত ৰ'দ। কত বৰষুণ।

পাৰ হৈ গৈছে মূৰৰ ওপৰেদি...

থমাচ চাহাবৰ বাংলো।

কটন কলেজৰ অধ্যাপক থমাচ চাহাবৰ বাংলো আছিল ইয়াত। তাৰ আগতে পাণবজাৰৰ ভাড়াঘৰত চলিছিল কলেজৰ ক্লাছ।

মাত্ৰ তিনিজনী ছাত্ৰী। ৰাজবালা দাসে তেনেদৰেই আৰম্ভ কৰিছিল কলেজ। সমাজৰ কত কটু সমালোচনা, ধিক্কাৰ।

কিয় লাগে ছোৱালী কলেজ! নষ্ট যাব ছোৱালীবোৰ!

১৯৩৯ চনৰ ১৬ জুলাই।

ৰাজবালা দাসে কাকো খাতিৰ নকৰাকৈ ক্লাছ আৰম্ভ কৰি দিছিল।

মাত্ৰ তিনিজনী ছাত্ৰী!

আৰু আজি? তিনিহাজাৰৰ সংখ্যা পাৰ হৈ গৈছে। এডমিচনৰ বাবে দীঘলীয়া শাৰী পাতিও, বিমুখ হৈ সন্দিকৈ কলেজত পঢ়াৰ স্বপ্ন সামৰি গুচি যাবলগীয়া হৈছে কতজনী!

ৰাজবালা দাস তোমাক প্ৰণাম।

আৰু ৰাধাকান্ত সন্দিকৈ? তেওঁ নহ'লে জানো সফল হ'লহেঁতেন এই স্বপ্ন!

প্ৰথমতে এইখন কলেজক সকলোৱে জানিছিল গৌহাটি গাৰ্লচ কলেজ নামেৰে।

তাৰ পিছত নাম সলালে। ৰাধাকান্ত সন্দিকৈ গাৰ্লচ কলেজ হ'ল। আৰু ১৯৪০ চনত কলকতা ইউনিভাৰ্চিটীয়ে এফিলিয়েচন দিলে— 'সন্দিকৈ ছোৱালী মহাবিদ্যালয়' নামত!

কত ইতিহাস! কত সংগ্ৰাম। কত সংঘাত।

মনত পেলাবলৈ মন যায় বহুকথা।

Girls and women have thus been my naturaly milieu and I have always thought that I have in me a sort of women.

জাঁ পল চাঁতে কৈছিল!

০০০

— তোমাৰ নাম কি? হেই নেক্সট।

মীনাক্ষী বাইদেৱে প্ৰথম ক্লাছত সুধিছিল। পৰিচয় পৰ্ব। ফিলছফীৰ ক্লাছ আছিল সেইটো।

— নীলাঞ্জনা, নীলাঞ্জনা দত্ত।

— ঘৰ ক'ত?

— গোলাঘাটত।

— পাৰ্চেণ্টেজ কিমান?

— চেভেণ্টি থ্ৰি।

— লেটাৰ পাইছা?

— দুখনত। ইংৰাজী আৰু সমাজ অধ্যয়নৰ।

— কত থাকা?

— ভাড়াঘৰত।

— নেক্সট। তোমাৰ নাম?

— পাৰিজাত বৰুবা।

— ঘৰ।

— তিতাবৰ।

— পাৰ্চেণ্টেজ।

— ফিকটি বাৰ্ন।

— তোমাৰ নাম?

— দেবলীনা চক্ৰবৰ্তী.

— ঘৰ?

— লোকেল মেম।

— পাৰ্চেণ্টেজ?

— চিক্সটি ফাইভ।

— নেক্সট?

— পাৰুল শৰ্মা।

— ঘৰ?

— বঙাইগাঁৱত।

— পাৰ্চেণ্টেজ।

— ফৰটি নাইন।

এনেদৰেই প্ৰথমদিনৰ প্ৰথম ক্লাছটো চিনাকি পৰ্বৰে আৰম্ভ হৈছিল।

মীনাক্ষী বাইদেৱে সিদিনা গুলপীয়া ৰঙৰ শাৰী এখন পিন্ধি আহিছিল।

বৰ ঈৰ্ষণীয় লাগিছিল মীনাক্ষী মেমৰ সৌন্দৰ্যক। ইমান ৰূপৱতী। নীলাঞ্জনাই তভক মাৰি তেওঁকেই চাই আছিল।

আগষ্ট মাহ।

ক্লাছৰুমৰ ফেনবোৰ পূৰ্ণগতিত চলি আছিল। হো হো শব্দ এটা বিয়পি আছিল। মীনাক্ষী মেমৰ শাৰীৰ আঁচল উৰিছিল। ভালেই লাগিছিল প্ৰথম দিনৰ প্ৰথমটো ক্লাছ। উগুল-থুগুল লাগি আছিল তাইৰ মন। থউকি-বাথউ।

— নিজৰ হৃদয়ক সুধিবা- কি ভালপোৱা। হৃদয়ে যি ভালপায় বুলি কয় সেইমতেই কৰিবা। সুখী হ'বলৈ হ'লে হৃদয়ৰ সিদ্ধান্তসমূহ তুমি মানিবই লাগিব। মগজুৰ সিদ্ধান্তই সাময়িক সুখহে দিয়ে।

— আবেগিক সিদ্ধান্তবোৰে জানো ভুল কৰাৰ বাবে আমাক প্ৰৰোচিত নকৰে? ডাঠ ফ্ৰেমৰ চশমা পিন্ধা ছোৱালীজনীয়ে থিয় হৈ ঘপকৈ সুধিছিল সেই প্ৰশ্ন। মীনাক্ষী মেম অলপ পৰ তভক মাৰি ৰৈছিল।

— আবেগিক সিদ্ধান্তবোৰে লং ৰাণত ভাল ফল দিয়ে। হয়তো শ্বৰ্ট ৰাণত সেই সিদ্ধান্তবোৰক ফেটী সাপৰ বিষ যেন লাগিব পাৰে। ঠিক আছে। আজিলৈ সময় হ'ল। কাইলৈৰ পৰা আমি কোৰ্ছ আৰম্ভ কৰিম। হেণ্ডিকৰ ফিলছফী ডিপাৰ্টমেণ্টৰ এটা সুনাম আছে। তোমালোকে ৰাখিব লাগিব। গুড ডে।

ৰেজিষ্টাৰ বহীখন লৈ ওলাই যাব খুজিও মীনাক্ষী মেম ৰৈ গৈছিল। কি হ'ল?

— তোমাৰ নামটো কি আছিল?

নীলাঞ্জনাৰ ফালে চাই মেমে সুধিছিল।

— নীলাঞ্জনা দত্ত!

মীনাক্ষী মেম ওলাই গৈছিল।

কেবাজনীও ছোৱালীয়ে তাইক ঘেৰি ধৰিছিল।

— ইমান পাৰ্ছেণ্টেজ লৈ ইয়াত কিয় পঢ়িবলৈ আহিছা?

— কটনত আৰ্টছত পালা হয় এডমিচন!

— ইংৰাজীত লেটাৰ পোৱা সহজ নহয় কিন্তু।

আন ইজি হৈছিল নীলাঞ্জনা। হয়, ছেভেণ্টি থ্ৰী, বহুত পাৰ্ছেণ্টেজ। ছেভেণ্টি থ্ৰী পোৱা মানে মেধাবী বুলি নিৰ্ঘাটভাৱে কোৱা হয়। প্ৰথম বিভাগ অৰ্থাৎ ছিক্সটি পাৰ্ছেণ্টেজ পোৱা মানেই বহুত মেধাবী। ফিফ্‌টি পোৱাটোৱে বহুত গৌৰৱৰ কথা। বহুতৰ ঘৰত মাক-দেউতাকে মানুহ মাতি চাহ মিঠাই খুৱাইছিল।

— মোৰ ছোৱালীয়ে ফিফ্‌টি পাৰ্ছেণ্টেজ পাইছে!

কি গৌৰৱ! কি অহংকাৰ!

কিন্তু নীলাঞ্জনাৰ ইমান পাৰ্ছেণ্টেজৰ পিছতো মিঠাই আনিবলৈ মানুহ এজন নাছিল। কিয় নাছিল?

সুখী হোৱা নাছিল কোনো তাইৰ ৰিজাল্টক লৈ? কিয় নহ'ব— তাইৰ বায়েক মৈত্ৰেয়ীয়ে দেখোন আনন্দত চকুপানী টুকিছিল।

সেইবোৰ বহুত কথা।

ৰাজবালা দাসৰকথা স্মৰণ কৰিলে ব্যক্তিগত জীৱনৰ সকলো যন্ত্ৰণা নিঃশেষ হৈ যায়। সাহস দিয়ে। জেদ দিয়ে। আত্মবিশ্বাস দিয়ে।

— Mrs Das, it is too premature now to open a Girl's College.

এইষাৰ কথাকে কৈছিল কামৰূপৰ ডি.চি মিষ্টাৰ হামফ্ৰেই। ৰাজবালা কিন্তু দেখি যোৱা নাছিল। কটন কলেজত সীমিত সংখ্যক ছোৱালীয়েহে পঢ়িবলৈ সুবিধা পায়।

লেডীকীণ গাৰ্লছত অভিজাত পৰিয়ালৰ দুই এজনীয়ে পঢ়িবলৈ যায়।

তেনেহ'লে মেট্ৰিক পাছ অসমীয়া ছোৱালীবোৰ পঢ়িব ক'ত? অৰ্দ্ধশিক্ষিত হৈ থাকি যাব নেকি ছোৱালীবোৰ।

গাৰ্লছ কলেজ লাগিবই।

ৰাজবালাৰ বাবে এই সপোন ফলৱতী কৰাটো দুৰূহ যেন হৈ পৰিছিল।

Handique Girl's College is a white elephant– বাতৰি কাকতত এনেদৰেই সংবাদ পৰিবেশিত হৈছিল।

— ৰাজবালা দাসে নিজেই এম. এ পাছ কৰা নাই। বি. এ পাছ প্ৰিন্সিপালৰ তলত পঢ়িব কোনে? হাঃ হাঃ হাঃ ক'ত ঠাট্টা, মস্কৰা, ইতিকিং!

ৰাজবালাই কিন্তু দেখুৱাই দিছিল— দেখুৱাই দিছিল প্ৰাইভেটকৈ এম. এ পাছ কৰি!

১৮৩৯ চনত শদিয়াত বেপ্তিছ মিছনেৰীয়ে প্ৰথম ছোৱালীৰ স্কুল পাতিছিল। তাৰ এশ বছৰ পিছত ১৯৩৯ চনত ৰাজবালা আয়ে পাতিছিল সন্দিকৈ কলেজ।

প্ৰীতি বাইদেৱে এনেদৰেই প্ৰথম অসমীয়া ক্লাছটোত ইতিহাস কৈছিল সন্দিকৈ কলেজৰ। নীলাঞ্জনাই পাণবজাৰৰ হৰিসভাৰ সমুখৰ পকী ঘৰটো বিচাৰি গৈছিল।

সেই পকীঘৰটোৱে আছিল সন্দিকৈ কলেজ।

আৱেগিকভাৱে চাই আছিল নিঃশেষ হৈ যোৱা পকীঘৰটোৰ ছায়া ছবি— নীলাঞ্জনাই।

সৌৱা অধ্যাপক শৰৎ চন্দ্ৰ গোস্বামী আহি আছে। সৌৱা সমীৰণ দাস আহি আছে। সৌৱা সত্যকিংকৰ সেন আহি আছে। সৌৱা কালিপদ সেন আৰু গিৰিধৰ শৰ্মা আহি আছে। সৌৱা প্ৰমোদ বৰ্মন, সূৰ্যকান্ত বৰপূজাৰী আহি আছে। সৌৱা

অজিত শৰ্মা আহি আছে! বিমলা ৰাও! সৌৱা সুনীতি সেন, নীলিমা দত্ত আহি আছে! অলকা ভট্ট! সৌৱা আহমেদা ৰচুল আৰু চন্দ্ৰপ্ৰভা চৌধুৰী। সকলো যেন ইতিহাসৰ পাতৰ পৰা উঠি আহিছে!

চৰকাৰী কলেজখন ১৯৪৮ চনত বেচৰকাৰী কলেজ হৈ গ'ল। আৰু এক বিড়ম্বনা। অৰ্থনৈতিক সংকট! ১৭৫ টকা দৰমহা পাইছিল লেকচাৰে। ১২৫ টকা দৰমহা পাইছিল এছিছটেণ্ট লেকচাৰে।

কোনে জানে এইবোৰ সংগ্ৰামী কথা? জানেনে আজিৰ হেণ্ডিকৰ ছাত্ৰীবোৰে? জানেনে?

ভাবে নীলাঞ্জনাই!

কেৱল জাক জাক ৰচকী পখিলী! চঞ্চলা উৰণীয়া মন!

(২)

মামণি ৰয়ছম গোস্বামী— হয়, পঢ়িছিল এইখন কলেজতে।

নিৰ্মল প্ৰভা বৰদলৈ— হয়, পঢ়িছিল এইখন কলেজতে।

প্ৰবীণা শইকীয়া— হয়, পঢ়িছিল এইখন কলেজতে।

শুচিব্ৰতা ৰায় চৌধুৰী— হয়, পঢ়িছিল এইখন কলেজতে।

মনোৰমা মেধি— হয়, পঢ়িছিল এইখন কলেজতে।

সুদক্ষিণা শৰ্মা— হয়, পঢ়িছিল এইখন কলেজতে।

তোষপ্ৰভা কলিতা— হয়, পঢ়িছিল এইখন কলেজতে।

কবি লুটফা হানুম চেলিমা পঢ়িছিল অনুপমা বসুমতাৰী পঢ়িছিল।

এইখন কলেজৰে ছাত্ৰী নীৰা ভাটিয়াই আই এ এছ পাইছিল।

এইখন কলেজৰ ছাত্ৰী সুনীতা সিঙে আই পি এছ পাইছিল।

এইখন কলেজৰ ছাত্ৰী হেমপ্ৰভা শইকীয়া, কুইন ওজা, উৎপলা ফুকন মেয়ৰ হৈছিল।

এইখন কলেজৰে বৰুণা চৌধুৰী, বীণা প্ৰসাদ, মলয়া ৰাজখোৱা (গোস্বামী), মৃদুলা বৰুৱা, ৰুণু দেৱী, পূৰবী শৰ্মা, মাধুৰীমা গোস্বামী, জয়া শীল, আৰতি দাস বৈৰাগী, মীৰ দাসে অভিনয়ৰ জগতত দপদপাই থকা নাইনে! সংগীত তাৰকা অৰ্চনা মহন্ত, কণিকা ভট্টাচাৰ্য, মিতালী চৌধুৰী, মনজ্যোৎস্না মহন্ত, দেৱযানী দাসো এইখন কলেজৰে ছাত্ৰী নহয়নে?

নীলাঞ্জনাৰ বাবে এইবোৰেই প্ৰেৰণা। সাহস।

বহুত সপোন লৈ আহিছিল নীলাঞ্জনা এইখন কলেজলৈ— যদিও সপোন

দেখাটো আছিল তাইৰ বাবে নিষেধ।

দুঃস্বপ্ন, দুঃস্বপ্নত লেটি লৈ তাই জীৱনৰ বাটত আগবাঢ়িছিল।

কেৱল শংকা। কেৱল অনিশ্চয়তা।

কি সাহসত যে আহিছিল তাই এইখন কলেজত পঢ়িবলৈ?

গেট পাৰ হৈয়ে প্ৰথম বিল্ডিংটোৰ এটা চুকত প্ৰিন্সিপাল মেডামৰ কাৰ্যালয়। মুখামুখিকৈ এক্সাম ব্ৰাঞ্চ। দুমহলীয়া এই বিল্ডিংটোৱেই বহন কৰি আছে সন্দিকৈ কলেজৰ ঐতিহ্য। বৰ সুন্দৰকৈ সৰু কাঠ টিঙৰ বাটচ'ৰা যেন মূধচত অসমীয়াত লিখা আছে— ধেনুভিৰীয়াকৈ 'সন্দিকৈ ছোৱালী কলেজ— স্থাপিত ১৯৩৯ চন।'

এডমিচন ল'বলৈ আহি নীলাঞ্জনাৰ চকুত পৰিছিল জিলিকি থকা নামটো। সেই মূধচৰ তলেদি ভিতৰৰ অন্য শ্ৰেণীকোঠাসমূহ থকা বিল্ডিং, লাইব্ৰেৰী, কেণ্টিনলৈ যাবলৈ কৰিডৰ যেন আহল-বহল বাটচ'ৰাটো। বেৰত ওলমি আছে ৰাধাকান্ত সন্দিকৈৰ বঙ্কোৱা পট্ৰেইট।

সকলো লক্ষ্য কৰিছিল নীলাঞ্জনাই। পিৰিক পাৰাকৈ দুচকুৰে বিস্ময় বিমুগ্ধ হৈ চাই গৈছিল। চৌপাশৰ প্ৰতিটো দৃশ্য!

ক'ত হ'ব এডমিচন?

তাই প্ৰথম বিল্ডিংটো পাৰ হৈ মুকলি ঠাইডোখৰত ভৰি থৈছিল। এখন সৰু সুৰা খেলপথাৰ। তাতেই বহুতো ছোৱালীৰ ভীৰ দেখিছিল। অভিভাৱকৰ ভীৰ দেখিছিল। উৎকণ্ঠা আৰু ব্যস্ততা সকলোৰে মুখত। মাইকত ঘোষিত হৈ আছিল আদৰণিমূলক ভাষণ। মুকলি ঠাইডোখৰৰ উত্তৰফালে ডেস্ক পাৰি বহী আছিল অধ্যাপক-অধ্যাপিকাসকল।

— টুটুমণি, টুটুমণি ক'ত? কোনোবা এগৰাকী অধ্যাপিকাই বিচাৰিছিল টুটুমণি নামৰ কোনোবা এজনীক। সেই কণ্ঠ কৰ্ণকুহৰত প্ৰৱেশ কৰিছিল নীলাঞ্জনাৰ। তাই গৈ গৈ ইতিমধ্যে সেই অস্থায়ী মঞ্চৰ সমুখৰ খালি চকী এখনত বহী পৰিছিল।

— বাইদেউ, আপুনি দুষাৰ কওক। সময় গৈ আছে।

— মই যামগৈ। মোৰ বহুত কাম আছে। তোমালোকে চম্ভালিবা। নিউ বিল্ডিঙৰ গ্ৰেণ্ডৰ মিটিঙখনো আজিহে দিব পায় শিক্ষা বিভাগে!

নীলাঞ্জনাই শুনি আছে সকলো কথা।

'মই যামগৈ, মোৰ বহুত কাম আছে'— বুলি কোৱা নাৰীগৰাকী মাইক্ৰ'ফোনৰ সমুখত থিয় হ'ল আৰু আৰম্ভ কৰিলে—

'সন্দিকৈ ছোৱালী কলেজলৈ সকলোকে স্বাগতম জনাইছো। অসমৰ প্ৰথমখন

ছোৱালী কলেজ সন্দিকৈ ছোৱালী কলেজে বহু বাধা বিঘিনি জয় কৰি অসমীয়া জন-জীৱনলৈ আৰু নাৰী সমাজৰ উত্তৰণত যি বৰঙণি যোগাই আহিছে সি স্মৰণীয়। ৰাজবালা দাসৰ অদম্য স্বপ্ন, শ্ৰম, দূৰদৃষ্টি আৰু নাৰীৰ প্ৰতি থকা দায়বদ্ধতাই জন্ম দিছিল আমাৰ এই কলেজৰ। ১৯২৯ চনলৈকে কটন কলেজত নাৰী শিক্ষাৰ কোনো সুবিধা নাছিল। ৰাজবালা দাস আৰু চন্দ্ৰপ্ৰভা শইকীয়ানিৰ প্ৰতিবাদী ভূমিকাৰ বাবে কটন কলেজত প্ৰথমগৰাকী ছাত্ৰী সুজাতা ৰায় চৌধুৰীৰ এডমিছন সম্ভৱ হৈছিল। তেনেদৰে ১৯৩০ চনত কমলা সেনগুপ্তা আৰু লীলাৱতী দেৱীয়ে এডমিছন লৈছিল। ১৯৩১ চনত এডমিছন লৈছিল দেৱবালা দেৱী, শান্তিকণা দত্ত, হালিমা খাটুন আৰু অমিয়া ভূঞাই। কিন্তু এয়াই যথেষ্ট সুবিধা নাছিল। পোন্ধৰ মিনিটৰ ভাষণৰ পিছৰ কথাবোৰ নীলাঞ্জনাৰ মন মগজুত সোমোৱা নাছিল। কেতিয়া এডমিছনটো লৈ তাই সন্দিকৈ কলেজৰ ছাত্ৰী হ'ব পাৰে সেই উত্তেজনাত তাই ভিতৰি কঁপি আছিল।

এটা সময়ত তায়ো মাৰ্কশ্বিট, এডমিট দেখুৱাই দীঘলীয়া শাৰীত থিয় দিছিল।

— ছেভেণ্টি থ্ৰি? তাইৰ ফালে চাইছিল মেডাম এগৰাকীয়ে।

— ৰুম নাম্বাৰ টুৱেণ্টিলৈ যোৱা!

ওচৰৰে বিছ নম্বৰ কোঠাতহে সম্পূৰ্ণ হৈছিল তাইৰ নাম ভৰ্তিৰ প্ৰক্ৰিয়া!

— কি নাম তোমাৰ?

— নীলাঞ্জনা দত্ত।

— তোমাৰ নাম?

— দেৱলীনা চক্ৰৱৰ্তী।

— ঘৰ ক'ত তোমাৰ?

— গোলাঘাটত।

— তোমাৰ?

— গুৱাহাটীতে!

নীলাঞ্জনাৰে প্ৰথম চিনাকি হৈছিল এজনী ছোৱালী। দেৱলীনা চক্ৰৱৰ্তীৰ।

কিন্তু সহজভাৱে নহয়। সংকুচিত হৈ আছিল সিদিনা নীলাঞ্জনা। অলেখ হীনমন্যতাৰ ভাৱনা। কিনো আছে নীলাঞ্জনাৰ? না পিন্ধিবলৈ ভাল কাপোৰ, না গুৱাহাটীৰ অভিজ্ঞতা।

কি জানে নীলাঞ্জনাই? একোকে নাজানে। কেনেদৰে চলিব তাই গুৱাহাটীত। কি যোগ্যতা আছে তাইৰ। কেৱল সপোন? এটা শামুকলৈ ৰূপান্তৰিত হৈছিল তাই। ন যযৌ ন তস্থৌ!

২০ নং কোঠাৰ পৰা ওলাই আহি তাই সেই মুকলিত বৈ চৌপাশে চাইছিল।
৭ আগষ্টৰ পৰা তাই হ'ব এইখন কলেজৰ নিয়মীয়া ছাত্ৰী।
ভাবিছিল নে তাই এইটো বিল্ডিঙৰ পৰাই সৰি পৰিব তললৈ!

০ ০ ০

বায়েক মৈত্ৰেয়ীৰ ভাড়াৰুমৰ বাৰান্দাত বহী আছিল তাই যুদ্ধ জয়ৰ বিপুল আনন্দেৰে। কিন্তু যুদ্ধত জয় আহে অলেখ নিৰ্মম বিষণ্ণতাৰ মাজেৰে।

এডমিছন হৈ যোৱাৰ আনন্দৰ মাজতো তাইৰ ফেকুৰি ফেকুৰি কান্দিবলৈ মন গৈছিল।

মৈত্ৰেয়ী তেতিয়াও আহি পোৱা নাছিল কলেজৰ পৰা ৰুমৰ চাবিপাতো লৈ গৈছিল তাই। সেয়ে বহী থকাৰ গত্যন্তৰ নাছিল নীলাঞ্জনাৰ।

আহি থকা দিনবোৰ কি হ'ব?

পাৰিবনে প্ৰতিদিনৰ যুদ্ধত জিকিবলৈ!

ৰাজবালা দাস— মোক সাহস আৰু শক্তি দিয়া। এনেদৰে কিমান সময় পাৰ হৈ গৈছিল তাই নিজেই গম পোৱা নাছিল।

এনেতে কোনোবাই আহি তাইৰ ওচৰত থিয় দি সুধিছিল— বহুত সময় হ'ল নেকি তই অহাৰ!

নীলাঞ্জনা বাস্তবলৈ উভতি আহিছিল। সমুখত মৈত্ৰেয়ী।

— আধাঘণ্টা হ'ল।

— এডমিছন হৈ গ'ল?

— উম!

— ক্লাছ কোন দিনাৰ পৰা আৰম্ভ হ'ব?

— ৭ আগষ্টৰ পৰা।

মৈত্ৰেয়ীয়ে ৰুমৰ দৰ্জাৰ তলা খুলিছিল।

সৰু ৰুম এটা। দহফুটমান দীঘ-প্ৰস্থৰ হ'ব। এখনেই বিছনা। এটা ষ্টোভ। হাঁহি উঠা সম্পদ দুই ভনীয়েকৰ।

— ভাত বনাবলৈ পানী এবাল্টি লৈ আন। মৈত্ৰেয়ীয়ে কৈছিল তাইক।

কলেজ বেগটো বিছনাত দলিয়াই থৈ প্লাষ্টিকৰ বাকেটটো লৈ নীলাঞ্জনা পিছফালৰ নাদটোৰ পাৰলৈ গ'ল।

সেউজীয়া শেলুৱৈ ধৰা নাদটো বৰ পুৰণি। চিমেণ্টৰ প্লাষ্টাৰ খহিছে মাজে মাজে। কাষতে কেইটুকুৰামান ইটাৰে বনোৱা প্লেট এখন। তাৰ ওপৰতে ৰছী বন্ধা

সৰু টিনৰ বাল্টিটো। নীলাঞ্জনাই প্লাষ্টিকৰ বাকেটটো নাদটোৰ কাষতে থৈ নাদটোৰ অন্তৰ্ভাগলৈ চালে। বহু দ'তও ডাঠ ৰং লগা পানীৰ বৃত্তাকাৰ তৰপ। তাই জুমি চালে নাদটোৰ ভিতৰলৈ। দেখিলে তাইৰ নিজৰে প্ৰতিচ্ছবি! কঁপি থকা।

তেনেদৰে তন্ময় হৈ তাই পানীত নিজৰে প্ৰতিচ্ছবি চাই থাকিল। বহুপৰ।

— নীলা! কাৰোবাৰ চিঞৰতহে তাইৰ যেন ঘূৰি আহিল সম্বিৎ।

তাই বাল্টিৰে তিনিবাৰমান পানী তুলি বাকেটটো পূৰালে।

০ ০ ০

পিছদিনা শনিবাৰ আছিল।

মৈত্ৰীয়ে কৈছিল— ব'ল আজি ফাঁচিবজাৰৰ পৰা আহো; বজাৰ অলপ কৰো। পইচা অলপ জমা হৈছে, মামাইও পঠিয়াইছে। তোকো নতুন কাপোৰ নালাগিব জানো!

খাৰঘুলিৰ ভাড়াঘৰৰ পৰা বাৰোৱাৰীলৈ ৰিক্সাত আহি চিটি বাছত উঠিছিল দুয়ো।

ফাঁচিবজাৰ— যেন তাইৰ সপোনবোৰহে। ফাঁচিকাঠত ওলমি আছে— এনে লাগিছিল নীলাঞ্জনাৰ। অলেখ মানুহ বিৰ দি বাট নোপোৱা! সেই ভীৰ ঠেলি ঠেলি দুয়ো আগবাঢ়িল।

ক'ত সোমাব?

জেপত কিমানেই বা পইচা আছে! নীলাঞ্জনাই বায়েক মৈত্ৰেয়ীক সোধা নাই।

দুয়ো এখন সাধাৰণ মানৰ দোকানত সোমাল। দৰ দাম কৰি দুয়ো দুযোৰ চুৰিডাৰ কিনিলে।

অন্য এখন দোকানত কিনিলে দুযোৰ চেণ্ডেল।

দুটা পলিথিনৰ বেগত বস্তুবোৰ লৈ দুয়ো পুনৰ উভতি আহিছিল ভাড়া ৰুমলৈ।

— চা, চা, পিন্ধি চা। কেনে লাগে চাওঁ! মৈত্ৰেয়ীয়ে কৈছিল।

নীলাঞ্জনাই কিন্তু বিছনাত পৰি থকা চুৰিডাৰযোৰ পিন্ধিবলৈ কোনো আগ্ৰহ প্ৰকাশ নকৰিলে।

মৈত্ৰেয়ীয়ে নিজৰ চুৰিডাৰযোৰ পিন্ধি সৰু আৰ্চীখনত নিজকে চাব ধৰিলে।

— কেনে লাগিছে?

— বঢ়িয়া। অন্যমনস্কভাৱে কৈছিল নীলাঞ্জনাই।

— তোৰযোৰেও তোক ভালেই শুৱাব। নীলাঞ্জনাৰ কান্দিবলৈ মন গৈছিল। কিন্তু কিয়, তাই নিজেও নাজানিলে।

(৩)

— হেই তোৰ আজি কলেজ নাই জানো? মৈত্ৰেয়ীয়ে গাত ধৰি জোকাৰি দিছিল নীলাঞ্জনাক।

— চাৰে ছয়টা বাজিল। উঠ উঠ।

নীলাঞ্জনাৰ শুবলৈ মন আছিল। কিন্তু বায়েকৰ উৎপাতত তাই আৰু বিছনাত পৰি থাকিব নোৱাৰিলে। চকু মোহাৰি তাই বিছনাতে উঠি বহিল।

হয় আজি ৭ আগষ্ট!

আজি কলেজত প্ৰথম ক্লাছ! কলেজৰ প্ৰথমদিন!

মুখ-হাত ধুই তাই গা ধুবলৈ নাদৰ পৰা পানী তুলিলে। মৈত্ৰেয়ীয়ে ষ্টোভত ভাত উঠাই দিলে।

আজি প্ৰথমবাৰৰ বাবে তাই নতুন চুৰিডাৰযোৰ পিন্ধিলে। আৰ্চীত চালে নিজকে। বেয়া লগা নাই। কেবাবাৰো নিজকে চালে তাই— বিভিন্ন এংগোলত আৰ্চীখন লৈ।

— তোৰ ভাগ্য বেয়া— তহঁতৰ কলেজত ল'ৰা নাই! নহ'লে আজি তোক উঠাই লৈ গ'লহেঁতেন কোনোবা ল'ৰাই। বায়েক মৈত্ৰেয়ীয়ে জোকালে তাইক।

— তোক জোকায় নেকি তোৰ কলেজৰ ল'ৰাই।

— মোক আৰু কোনোবাই জোকাবনে? বিশ্বসুন্দৰী নেকি মই?

— তোক যদি কোনো ল'ৰাই নোজোকায়, মোক জোকাব কিয়? আমিতো দেখিবলৈ একেই!

— তোৰ চকু দুটা বহুত ধুনীয়া। মৈত্ৰেয়ীয়ে ক'লে।

— হয় নেকি? শেষবাৰৰ বাবে আৰ্চীত নিজকে চালে নীলাঞ্জনাই।

— ব'ল, ব'ল, দেৰী হৈ যাব! মৈত্ৰেয়ীয়ে হাহাকাৰ লগাই দিলে।

ৰূমত তলা মাৰি দুয়ো কলেজ অভিমুখে ওলাই গ'ল।

মৈত্ৰেয়ী যাব প্ৰাগজ্যোতিষ কলেজলৈ। সেয়ে তাই চিটিবাছৰ পৰা লতাশিল ষ্টপত নানামিল। নামিল নীলাঞ্জনা।

— অল দ্য বেষ্ট!

নীলাঞ্জনাই লতাশিলৰ পৰা খোজকাঢ়িবলৈ ধৰিলে সন্দিকৈ কলেজ অভিমুখে।

হাইকোৰ্টৰ সমুখত হাঁহি খিকিন্দালিৰে জাক জাক ছোৱালী। তেওঁলোকো কটন অথবা হেণ্ডিকৰে ছাত্ৰী হ'ব! তাই কাকো চিনি নাপায়। সংকুচিত হৈ পৰিল নীলাঞ্জনা। হীনমন্যতাৰ বেলুনটো ক্ৰমশঃ ফুলি আহিবলৈ ধৰিলে।

বুকুখন ঢপঢপাব ধৰিলে। খোজ যেন আৰু কাঢ়িবই নোৱাৰিব এনে লাগিল

তাইৰ। পাৰিবনে মিলিব তাই কলেজত! পাবনে পাত্তা! বাকী ছোৱালীবোৰে দিবনে গুৰুত্ব!

তাইৰ কাষেৰে হো হোৱাই গাড়ীবোৰ গুছি গ'ল। গৈ গৈ তাই হেণ্ডিকৰ তোৰণৰ সমুখত ৰৈ দিলে। ন যযৌ ন তস্থৌ! ভৰি আৰু আগবাঢ়িবই নোখোজে। ক'ত হ'ব ক্লাছ? নাই, তাই নাজানে। সুধিব কাক? উম্হু তাই নোসোধে। তাই কাৰো ওচৰত সৰু নহয়। নিজেই বিচাৰি উলিয়াব ফাৰ্ষ্ট ইয়েৰৰ ক্লাছ। মনটো অলপ ডাঠ কৰি ল'লে নীলাঞ্জনাই। তাই কলেজ চৌহদৰ ভিতৰলৈ সোমাই গ'ল। ক'ত হ'ব পাৰে ক্লাছ— এনেদৰে ভাবিবলৈ লওঁতেই কোনোবা এজনীয়ে পিঠিত থপৰিয়াই সুধিলে তাইক— হেই, আহিছা?

নীলাঞ্জনাই উভতি চালে।

— চিনিছানে মোক? মই দেৱলীনা, এডমিছনত যে চিনাকি হৈছিলো।

— চিনিছো। নীলাঞ্জনাই হাঁহিলে।

— ক্লাছ ক'ত হ'ব গম পাইছানে?

— মই নাজানো।

— ব'লা ক্লাছ ৰুম বিচাৰোগৈ। দেৱলীনাই ক'লে।

দুয়ো বাৰান্দাই বাৰান্দাই ক্লাছ ৰুম বিচাৰিবলৈ ধৰিলে। দেৱলীনা ভেৰি স্মাৰ্ট গাৰ্ল। স্ফুৰ্তিবাজ।

— ইয়াত, এইটো ৰুমতে হ'ব।

দেৱলীনা সোমাই গ'ল ভিতৰলৈ। পিছে পিছে নীলাঞ্জনা। হাই উৰুমিত যেন কোঠাটো উৰিহে যাব!

— আহা, একেখন ডেস্কতে বহো! দেৱলীনাৰ কাষতে ডেস্কত বেগটো থলে নীলাঞ্জনাই। জ্বৰ ঘামে যেন ঘামিছে তাই।

কি ক'ব, কি কৰিব তাই ভাবি উলিয়াব পৰা নাই।

— কিহত আহিছা?

— চিটিবাছত। তোমাৰ ঘৰ?

— উলুবাৰীত। মোক পাপাই গাড়ীৰে থৈ যায়। আগতে চেইণ্ট মেৰিজত পঢ়িছিলো- তাতো পাপাই থৈ যায়। বহুত মৰম কৰে পাপাই মোক। কিন্তু মা, মাৰ কেৱল গালি, এইটো নকৰ, সেইটো নকৰ, টি.ভি নাচাবি... তোমাক কয়নে নকয়!

নীলাঞ্জনাই কি ক'ব ভাবি নাপালে। সেই উত্তৰ ভাবি থাকোতেই মীনাক্ষী বাইদেউ সোমাই আহিল। আটাইবোৰ ছাত্ৰীয়ে থিয় দি তেওঁক স্বাগতম জনালে!

০ ০ ০

মীনাক্ষী বাইদেউ ক্লাছৰ পৰা ওলাই যোৱাৰ পিছত আটাইবোৰ ছোৱালীয়ে বেৰি ধৰিছিল নীলাঞ্জনাক।

— তুমি কটনত ছিট পালাহেঁতেন!

— ইমান পাৰ্ছেণ্টেজ লৈ ইয়ালৈ কিয় আহিছা?

— টি.ভি চোৱানে? ছিৰিয়েল?

— আমাৰচোন ভাই মাথাত একোকে নোসোমায়। একোৰে উত্তৰ নাছিল নীলাঞ্জনাৰ ওচৰত। তাই অধিক সংকুচিত হৈ পৰিছিল।

নেক্সট ক্লাছটো নহ'ল। তথাপি কোনোবা এগৰাকী মেম আহিব বুলি আটায়ে আশাৰে বাট চাই আছিল। ক্লাছটো নহ'লে যেন গোটেই শিক্ষা জীৱনেই অৰ্থহীন হৈ যাব— সকলোৰে তেনেকুৱাই লাগিছিল। কিয় নহ'ব ক্লাছ! ইমান উৎসাহেৰে আহিছে সকলো ছাত্ৰী। বিশ মিনিটমান অপেক্ষা কৰাৰ পিছতো যেতিয়া কোনো এগৰাকী মেম নাহিল— দেৱলীনাই ক'লে—

— 'ব'লা, কেণ্টিনখনৰ লগত চিনাকি হৈ আহো।

নীলাঞ্জনাৰ যাবলৈ মন নাছিল। তই একো নামাতি বহি থাকিল নিজৰ ঠাইতে।

— ব'লা, কিবা খাই আহো! দেৱলীনাই জোৰ দিলে।

— মই খায়েই আহিছো।

— ভাত।

— ধ্যেৎ ভাতনো কোনে নোখোৱাকৈ থাকে। ময়ো খাই আহিছো। তথাপি কলেজ কেণ্টিন, ৰেষ্টোৰাত খোৱাৰ মজাই বেলেগ! ব'লা ডোচা খাম।

ডোচা? কিমান দাম হ'ব পাৰে?

অগত্যা বহুত টেনচন লৈ দেৱলীনাৰ লগত নীলাঞ্জনাই কেণ্টিন বিচাৰি ওলাল।

ক্লাছ ৰূমৰ পৰা ওলাই উত্তৰ ফালে খোজ ল'লে দুয়ো। হয়, তাতেই লাইব্ৰেৰীৰ লগতে কেণ্টিন।

— ডোচা পাম?

— নাই।

— চাওমিন?

— নাই।

— ধ্যেৎ, কি আছে তেন্তে! ভোৰভোৰালে দেৱলীনাই। নীলাঞ্জনাই ভগৱানক জনালে ধন্যবাদ।

— কি পাম?

— চিঙৰা, গজা, কেক, পৰঠা

— বইলড্ কেক দুটা দিয়ক।

কেক দুটা লৈ দুয়ো টেবুল এখনৰ সমুখত বহিল।

— কোন কোন আছে ঘৰত তোমাৰ? দেৱলীনাই সুধিলে।

— সকলো আছে। তোমাৰ?

— মা, পাপা, বা আৰু ভাইটি এটা। দেৱলীনাৰ উছাহ ভৰা উত্তৰ।

— অ'

— শ্বপিং ক'ত কৰা? আকৌ দেৱলীনাৰ প্ৰশ্ন।

— মানে?

— বজাৰ? কাপোৰ-কানি, জোতা-চপ্পল ক'ত কিনা?

— কত কিনো? নীলাঞ্জনাই উত্তৰ দিবলৈ সময় ল'লে।

ভাবিলে। ক'ত কৰে নীলাঞ্জনাই বজাৰ?

— তুমি কত কৰা? ওলোটাই সুধিলে নীলাঞ্জনাই।

— আমি গোয়েংকা ট্ৰেডাৰ্ছত কৰো। দাম অলপ বেছি, কিন্তু পিন্ধিবলৈ কমফৰ্টেবল। চিনেমা ক'ত চোৱা তুমি?

— চিনেমা চাই মই ভাল নাপাওঁ। দুবছৰমান হ'ল শেষখন চিনেমা চোৱাৰ। অসমীয়া চিনেমা।

— ইচ্ কি কোৱা! আমি মাহত দুখনমান চিনেমা চাওঁ। কেতিয়াবা চুপাৰহিট আহিলে তিনিখনো হৈ যায়। আৰুতো ঘৰত আছে টিভিত সদায় চিনেমা!

— চিনেমা মোৰ চোৱা নহয়েই!

— এদিন আমি কলেজৰ পৰা চিনেমা চাবলৈ যাম দেই।

এতিয়া কেকৰ বিল কোনে শোধাব। নীলাঞ্জনাৰ জ্বৰ উঠা যেন লাগিল। তাইৰ মানিবেগত সিমান পইচা নাই। কেণ্টিনত খোৱাৰ পইচা তাইৰ বাজেটত ধৰা হোৱা

নাই। কেৱল চিটিবাছৰ ভাড়াটোহে ধৰা হৈছে। অহা-যোৱা তিনি টকা।

— আজি বিলটো মই দিওঁ? দেৱলীনাই ক'লে।

— আজিৰ ট্ৰিণ্ট মোৰ। তুমি অন্য এদিন দিবা। দেৱলীনাই কেণ্টিনৰ মেনেজাৰক পইচাটো দি দিলে।

দুয়ো আহি আকৌ ক্লাছ ৰুমত সোমাল।

— ক্লাছ ৰুমত অলেখ ভোমোৰাৰ গুঞ্জন।

দেৱলীনাই জপিয়াই জপিয়াই আৰু কেবাজনীও নতুন ছোৱালীৰ লগত চিনাকি হ'ল।

নীলাঞ্জনাই ভাবিলে— কি ছোৱালী এইজনী! দেৱলীনা চক্ৰৱৰ্তী।

(৪)

মৈত্ৰেয়ীয়ে দুজনীৰ জোখাৰে চচপেণ্টটোত চাউল সিজাবলৈ দিলে। ফিটা থকা ষ্টʼভ— জুইৰ উত্তাপ কম। নীলাঞ্জনা বিছনাতে বহি আছে। সৰু টেবুল ফেনখনৰ বতাহে তাইক চুই আছে।

অসহ্য গৰম লাগিছিল নীলাঞ্জনাৰ।

বাহিৰত ঘিটমিটিয়া আন্ধাৰ।

— কেনে লাগিল আজি কলেজত। মৈত্ৰেয়ীয়ে ওচৰতে আহি বহি ল'লে।

— ভালেই!

— ক্লাছকেইটা হ'ল?

— চাৰিটা।

— কাৰোবাৰ লগত চিনাকি হ'লিনে?

— অ'। কেবাজনীয়েও চিনাকি হ'ল। দেৱলীনা নামৰ এজনীৰ লগত বেছি চিনাকি হ'ল।

— কলেজত মুখ গোমোঠাই বহী নাথাকিবি। হাঁহি মাতি থাকিবি। মৈত্ৰেয়ীৰ কথাত একো নামাতিলে নীলাঞ্জনাই।

— কেইদিনমান যোৱাৰ পিছত সকলো ঠিক হৈ যাব। ভালেই লাগিব।

নীলাঞ্জনাই মৈত্ৰেয়ীৰ কথা শুনি থাকিল।

— এইবাৰ পইচা পালে তোৰ কিতাপ কেইখনমান কিনিব লাগিব। মৈত্ৰেয়ীয়ে কৈ আছে।

চচপেনত ভকভকাই পানী উতলাৰ শব্দ হৈছে।

— দাইল বনাওনে?

— বনা। নীলাঞ্জনাই সৰুকৈ ক'লে।

ৰাতি টোপনি নাহিল নীলাঞ্জনাৰ। কলেজখন যেন এক ভয়ংকৰ দৈত্যৰ দৰে তাইৰ সমুখত থিয় দি আছে! কলেজখনে যেন গিলি পেলাব তাইৰ অস্তিত্ব।

পাৰিবনে সম্মানসহ টিকি থাকিব তাই? পাৰিবনে দেৱলীনাহঁতৰ লগত ফেৰ মাৰি টিকি থাকিব?

সকলো গম পোৱাৰ পিছত দেৱলীনাহঁতে চিঞৰি চিঞৰি ঠাট্টা কৰিব নেকি তাইক? বহুত টেনচন হ'ল। হীনমন্যতা হ'ল।

তেনেদৰেই নীলাঞ্জনাৰ দুচকুত পুৰি গ'ল ৰাতিটো আৰু ছাই হৈ সৰি পৰিল পোহৰ আৰু পোহৰ।

০ ০ ০

দ্বিতীয়া দিনা কলেজত নীলাঞ্জনাৰ আড়ষ্টতা ভালেখিনি নাইকিয়া হৈছিল। কিছু মুকলি মূৰীয়া হৈ তাই প্ৰৱেশ কৰিছিল কলেজত। তোৰণৰ তলেদি কলেজ চৌহদত সোমোৱাৰ লগে লগে প্ৰথম বিল্ডিঙৰ ওপৰ মহলাৰ পৰা কেইজনীমান ছোৱালীয়ে চিঞৰিলে— হেই! হেই ইউ!

তাই ওপৰলৈ চালে। নাই, এজনীকো তাই চিনি নাপায়। তাইকনো মাতিব কিয় সিহঁতে! অন্য কাৰোবাক মাতিছে চাগে! তাই বৈ থকাৰ পৰা আগবাঢ়িব খুজিছেহে দুজনীমানে আকৌ আঙুলি টোৱাই চিঞৰিলে— ওপৰলৈ আহা! কিয় মাতিছে তাইক? তাইৰ পাৰ্চেণ্টেজ ভাল কাৰণে?

তাই ওপৰলৈ যোৱাৰ চিৰি বিচাৰিলে।

— কাণেৰে কম শুনা নেকি? এজনীয়ে ধমকি লগালে তাইক।

— নহয় মানে মই আন কাৰোবাক মতা বুলি ভাবিছিলো।

— বৰ দেমাকি তোমাৰ! নতুনকৈ আহিছা?

— হয়।

— ক'ৰ পৰা আহিছা?

— গো গোলাঘাট।

— কি নাম?

— নীলাঞ্জনা, নীলাঞ্জনা দত্ত।

— আহা, এইটো ৰুমলৈ আহা।

আটাইকেইজনী ছোৱালীয়ে তাইক ঠেলি হেচি ৰুমৰ ভিতৰত সুমুৱালে।

কি কথা?

স্তম্ভিত হৈ পৰিল নীলাঞ্জনা।

ইমান অভদ্ৰামি! অপমান! কান্দি দিবৰ মন গ'ল তাইৰ!

— চুৰ্ণীৰে ওৰণি লোৱা আৰু সেৱা জনোৱা আমাক।

নীলাঞ্জনা থিয় হৈয়ে থাকিল।

— ওৰণি লোৱা। শুনা নাই নেকি? ছোৱালীৰ কণ্ঠও যে ইমান কঠিন, হুটা হ'ব পাৰে নীলাঞ্জনাই ভাবিবই পৰা নাছিল। তাই থৎমৎ খাই থিয় হৈয়ে থাকিল। এজনী আহি চুৰ্ণীখনকে ওৰণি কৰি দিলে।

— উম, এতিয়া এনেদৰে ভাৰত নাট্যমৰ মুদ্ৰাত সেৱা জনোৱা। এজনীয়ে দেখুৱাই দিছিল। লাজ, সংকোচ, অপমানত নীলাঞ্জনাৰ মূছকঁছ যাবলগীয়া অৱস্থা। তাই যেন গোট মাৰি বৰফ হৈ গৈছে!

— কি কৈছো শুনা নাই?

নীলাঞ্জনাই সাধাৰণভাৱে সেৱা জনালে।

তেনেকৈ নহ'ব, তেনেকৈ নহ'ব। এনেদৰে কৰা।

— বিহু নাচিব জানা?

— নাজানো।

— অসমীয়া ছোৱালী হৈ বিহু নাচিব নাজানা? নাচিবই লাগিব!

— ৰক ডান্স জানা?

— নাজানো।

— কি জানা (অশ্লীল) কি জানা?

কলেজত পঢ়া ছোৱালীয়েও যে অশ্লীল কথা ক'ব পাৰে নীলাঞ্জনাই ভাবিবই পৰা নাছিল। গাঁৱৰ তিৰোতাবোৰে অবাইচ মাত মতা তাই শুনিছে।

— কি জানা হা?

— কবিতা আবৃত্তি!

— কাৰ কবিতা।

— হেম বৰুৱাৰ 'মমতাৰ চিঠি'।

— অ' বিধৱা এজনীয়ে যে মৰা গিৰিয়েকক চিঠি লিখে সেই কবিতাটো?

নীলাঞ্জনাই কি ক'ব ভাবি নাপালে।

— কৰা, আবৃত্তি কৰা!

মৰমৰ,

এয়া মম এডাল জ্বলাই লৈছো...

কোনো আড়ষ্টতা নোহোৱাকৈ তাই আবৃত্তি কৰি গ'ল তাইৰ প্ৰিয় কবিতা। কোঠাটোত কাৰো মাত নাই। স্তব্ধ হৈ শুনি আছে কৰুণতা সিক্ত বিষয়ৰ, কৰুণ কণ্ঠ নিগৰিত এটা কবিতা।

আবৃত্তি শেষ হোৱাৰ পিছত আটাইকেইজনীয়ে হাত তালি বজালে।

— বাঃ বৰ সুন্দৰ ৰিচাইটেচন কৰিছা! ক্লাছ কেইবজাৰ পৰা আছে?

— ন' বজাত।

— নাইন ফিফটিন হ'ল। যোৱা। ধেমালিকনৰ বাবে বেয়া নাপাবা।

ইতিমধ্যে ক্লাছত মেম সোমাইছিল। মীনাক্ষী মেম।

— মে আই কাম ইন মেম?

মীনাক্ষী মেমে তাইলৈ ঘূৰি চালে।

— আহা, ইমান দেৰি কৰিলা যে?

তাই একো ক'ব নোৱাৰিলে। কেনেকৈনো কয় লটি-ঘটিখনৰ কথা। দেৱলীনাই তাইক বহিবলৈ ঠাই অকণ উলিয়াই দিলে।

— কাৰ্যকাৰণ বিধিমতে যিকোনো কাৰ্যৰে একোটা কাৰণ থাকিবই।

ক'ৰবাত ধোঁৱা ওলালে তাত জুই থাকিবই...

নীলাঞ্জনাই কলেজ খাটাত লিখি গ'ল কথাবোৰ।

মীনাক্ষী বাইদেউৰ ক্লাছ শেষ হ'ল।

অন্য এটা কোঠালৈ সকলোৰে দৌৰাদৌৰি চলিল। ইংৰাজী ক্লাছ।

বৰ ধুনীয়া মেম এগৰাকী সোমাই আহিল।

শ্ৰুতি মেডাম!

কলেজত প্ৰায়কেইগৰাকী অধ্যাপিকাই ধুনীয়া। তাৰ মাজতো যেন শ্ৰুতি মেম বেলেগ ধৰণে জিলিকি থাকে। তেওঁৰ পিঠিলৈ বৈ পৰা কাৰ্লি চুলি, ক্ষীণাংগী দেহ দৌল, চকুৰ উজ্জ্বলতা আৰু ড্ৰেচ আপৰ বাবেই তেওঁ জিলিকি থাকে। কেনেকৈ সাজি কাচি থাকিব লাগে তেওঁ যেন আনতকৈ বেছি ভালকৈ জানে।

বৰ সৰলভাৱে শেষ হৈ গ'ল ক্লাছটো।

এই দুদিনতে আকাংক্ষা কুল দুৱৰা, জবা ফুকন, মধু কৌৰ, শ্ৰাৱণী গগৈ কাষ চাপি আহিল নীলাঞ্জনাৰ। দেৱলীনা আছেই।

ছয়জনী ছোৱালীৰ গ্ৰুপটো একেলগে থকা কৰিছে। ইটো কোঠাৰ পৰা সিটো কোঠালৈ যাবলগীয়া হ'লেও কোনেও কাৰোবে লগ নেৰা হ'ল।

নীলাঞ্জনাই বিচাৰিছিল অকলে থাকিবলৈ।

অকলে কলেজ যাব। অকলে ক্লাছত বহিব। অকলে উভতি আহিব।

নাই, অন্য কেইজনীয়ে তাইক গ্ৰুপত সুমুৱাই ল'লে। ইতিমধ্যে আৰু কেবাটাও গ্ৰুপ গঠন হৈ গৈছে।

নীলাঞ্জনা মেধাবী। সেই কাৰণে নীলাঞ্জনাৰ লগত বন্ধুত্ব কৰিবলৈ সকলোৰে আগ্ৰহ।

— হেই গাৰ্লছ! দেৱলীনাই ইকনমিক্সৰ ক্লাছ ৰুমলৈ গৈ থাকোতে চিঞৰি দিলে। বাকী পাঁচোজনী ৰৈ গ'ল।

— আজি 'অফ'ত কেন্টিনত আমাক ট্ৰীট দিব নীলাঞ্জনাই।

আটাইকেইজনীয়ে দেৱলীনাৰ কথাত চাপোৰ্ট দিলে। নীলাঞ্জনাৰ মূৰত যেন আকাশী স্বৰগ ভাঙি পৰিল।

পাঁচজনীক খুৱাব লাগিব!

সম্ভৱ নেকি?

কেন্টিনত সোমাই কি কি অৰ্ডাৰ দিয়ে বা।

এই দেৱলীনাজনীয়ে একো এটাকে বুজি নাপায়। নাৰ্ভাচ হৈ গ'ল প্ৰস্তাৱটোত নীলাঞ্জনা। ঘড়ীলৈ চালে তাই। এঘাৰটা বাজিবৰ হৈছে। অফ আছে এক বজাত। অৰ্থাৎ ইকনমিক্সৰ ক্লাছৰ পিছত অসমীয়াৰ ক্লাছ— তাৰ পিছত কেন্টিন।

দুঘণ্টাৰ পিছতে জীৱনৰ এখন যুদ্ধৰ ফলাফল ওলাব— পূৰ্ব নিৰ্দ্ধাৰিত ফলাফল— পৰাজয়! পৰাজয়ৰ কালিমা সানি নীলাঞ্জনা আহিব লাগিব এইখন কলেজলৈ— যিমানদিন তাই ছাত্ৰী হৈ থাকিব এই কলেজৰ।

ক্লাছত মন নবহিল নীলাঞ্জনাৰ। কিদৰে দত্ত ছাৰে ইকনমিক্সৰ ক্লাছটো সামৰিলে তাই ধৰিবই নোৱাৰিলে

আৰু এটা ক্লাছ! তাৰ পাছতেই তাইৰ জীৱনৰ প্ৰথমটো পৰীক্ষা।

উমহু, হাৰিব নোখোজে নীলাঞ্জনাই!

তাই জিকিব লাগিব। হাইস্কুলত সংস্কৃতৰ পাঠ্যপুথিত তাই পঢ়িছিল— যি পলায় সিয়ে জীয়াই থাকে!

এখোজ দুখোজকৈ আনে গম নোপোৱাকৈ তাই ক্লাছ ৰুমৰ পৰা ওলাই আহিল।

তাৰ পিছত ইফালে সিফালে চাই তাই কলেজ চৌহদ পাৰ হৈ ৰাস্তাত ভৰি থ'লে।

খোজৰ বেগ কিমান বাঢ়িছিল তাই নিজেও গম পোৱা নাছিল।

এক অপমানজনক পৰিস্থিতিৰ মুখামুখি নহ'বলৈকে নীলাঞ্জনা পলাই আহিছিল কলেজৰ পৰা। অথচ প্ৰতিটো ক্লাছতে উপস্থিত থাকিবলৈ তাইৰ ভীষণ ইচ্ছা আছিল।

দেৱলীনাৰ ওপৰত তাইৰ খং উঠি আছে। ক্ষমাহীন খং। কি অধিকাৰ আছে তাইৰ নীলাঞ্জনাক অপমান কৰিবলৈ! কিয় নীলাঞ্জনাক হাঁহিয়াতৰ পাত্ৰী কৰিব খুজিছিল তাই। কিয় তাইৰ ব্যক্তিগত জীৱনত উইদাউট পাৰ্মিছন দেৱলীনাই প্ৰবেশ কৰিব বিচাৰিছে!

তাইতো দেৱলীনাক বিচাৰি যোৱা নাই! সান্নিধ্য বিচৰা নাই!

উত্তেজনাত চট্‌ফটাই আছিল নীলাঞ্জনা।

— টোপনি অহা নাই?

— বৰ গৰম।

— ফেনখনে দুজনক নোজোৰে। মৈত্ৰেয়ীয়ে ক'লে।

— আজি কেনে লাগিল কলেজত? বান্ধৱী-চান্ধৱী গোটাইছনে?

নীলাঞ্জনা উত্তৰহীন।

— টোপনি গ'লি নেকি?

নীলাঞ্জনাই একো নামাতিলে।

উত্তৰ নাপাই মৈত্ৰেয়ীয়েও শুই থাকিল।

নীলাঞ্জনাৰ বৰ কষ্ট হৈছে। আজিৰ ঘটনাটোত তাই মানসিকভাৱে কষ্ট পাইছে। আৰু বা কিমান মানসিক নিৰ্যাতন তাইৰ বাবে অপেক্ষাৰত?

পাৰিবনে তাই মুখামুখি হ'বলৈ দেৱলীনাহঁতৰ লগত! সাধাৰণ কেক কেইটামান খুওৱাৰ ভয়ৰ পলাই যোৱা এজনী কনজুচ ছোৱালী বুলি ভাবিব নেকি তাই? ছেঃ দেৱলীনাহঁতে বা কি ভাবিছে তাইক?

গুছি যাব নেকি কলেজ এৰি?

কিন্তু যাব ক'লৈ? দেউতাকে জানো মানি ল'ব কথাটো? গালি-শপনি নিদিবনে দেউতাকে? আৰু পঢ়িবলৈ এৰি তাই যদি গুছি যায়— কেনেকৈ পূৰণ হ'ব তাইৰ সপোনবোৰ!

তাইৰ জেদ, তাইৰ প্ৰতিজ্ঞা, তাইৰ অহংকাৰ চুৰমাৰ হৈ নাযাবনে?

০ ০ ০

— উঠ, উঠ। কিমান শুই থাক?

মৈত্ৰেয়ীয়ে গাত ধৰি জোকাৰি দিওতেহে সাৰ পালে নীলাঞ্জনাই। শেষ ৰাতিহে তাইৰ অলপ টোপনি গৈছিল।

— কলেজ নাই?

— গাটো ভাল লগা নাই। আজি কলেজ নাযাওঁ নেকি?

— কি হৈছে? মৈত্ৰেয়ী চিন্তিত হ'ল।

— গাটো বেয়া লাগি আছে।

— জ্বৰ উঠিছে নেকি?

— নাই, এনেয়ে দুৰ্বল লাগিছে।

— নালাগে, ৰেষ্ট ল'লে ভাল পাই যাম।

দিনটো তাই অকলে ৰুমত সোমাই থাকিল। এটা নিঃসংগ দুপৰীয়াই পৰ দি থাকিল তাইক। দেৱলীনাহঁত ৰৈ থাকিব নেকি তাইৰ বাবে! সিহঁতে আশা কৰি থাকিব নেকি যে নীলাঞ্জনাই আজি ট্ৰিপ দিব কেণ্টিনত! ভাবিব নেকি যে ট্ৰিপ দিয়াৰ ভয়ত নীলাঞ্জনা নামৰ কনজুচ ছোৱালীজনী ক্লাছ এৰি পলাই গ'ল! ভাবিব নেকি সেই ভয়তে আজি কলেজলৈ অহা নাই নীলাঞ্জনা।

ধ্যেৎ, কিবোৰ যে ভাবি আছে তাই! নিজকে ধিক্কাৰ দিলে নীলাঞ্জনাই। ইমান সৰু কথা ফেচ কৰাৰ সাহসো নাইনে তাইৰ? ইয়াতকৈ ডাঙৰ সমস্যা সমাধান কৰিব কেনেকৈ?

নীলাঞ্জনাই লাজ পাইছে!

সেই লজ্জাবোধ হীনমন্যতাৰ পৰা উদ্ভুত!

সেই লজ্জাবোধ নিজৰে দুৰ্ভাগ্যৰ পৰা উদ্ভুত!

সময়বোৰ নোযোৱা যেন লাগিল নীলাঞ্জনাৰ। যেন স্থিৰ হৈ ৰৈ গৈছে।

কি কৰা যায়! বৰ অসহ্যকৰ হৈ উঠিছে সময়। জীৱন। টেবুলৰ ওপৰতে মৈত্ৰেয়ীয়ে লাইব্ৰেৰীৰ পৰা অনা অমৃতা প্ৰীতমৰ 'দ্য ৰেভিনিউ ষ্টাম্প' গ্ৰন্থখন জিলিকি আছে। নীলাঞ্জনাই গ্ৰন্থখনৰ পাত লুটিয়াব ধৰিলে। জ্ঞানপীঠ বঁটা বিজয়ী অমৃতা প্ৰীতমৰ আত্মজীৱনী 'ৰচিদী টিকট'ৰ ইংৰাজী অনুবাদ এইখন।

'জীৱনে তোমাক কি দিয়ে সেইটো ডাঙৰ কথা নহয়, তুমি জীৱনক কেনেদৰে গ্ৰহণ কৰা সেইটোহে ডাঙৰ কথা।'

'মোৰ মাজৰ যিখিনি মই মানি ল'ব নোৱাৰো, সেইখিনি সম্পূৰ্ণৰূপে পৰিত্যাগো কৰিব নোৱাৰো।'......

'অনাই মোৰ কথা কি ভাবে তাতে মোৰ গুৰুত্ব নাই। মই মোক নিজকে

সন্তুষ্ট কৰি ৰাখিব বিচাৰো।’.....

‘God is nowhere, কিন্তু দেউতাই ক’লে তেনে কথা ভবাটো আৰু কোৱাটো উচিত নহয়। — কিয়? মই সুধিলো।

দেউতাই ক’লে— ভগৱান বিতুষ্ট হ’ব।

— বিতুষ্ট হওক তাত মোৰ কি? ভগৱান নায়েই যিহেতু খং উঠিব কেনেকৈ? মই ক’লো।

— ভগৱান যে নাই তুমি কেনেকৈ জানিলা?

— থকা হ’লে তেওঁ মোৰ প্ৰাৰ্থনা নিশ্চয় শুনিলেহেঁতেন।

— কি প্ৰাৰ্থনাৰ কথা কৈছা?

— মোৰ আইক জীয়াই থাকিবলৈ দিয়া। তেওঁক আমাৰ পৰা কাঢ়ি লৈ নাযাবা। ভগৱান কলা। নুশুনে।’...

আই জীয়াই থকা হ’লে মোৰ যোল্ল বছৰ বয়সটো মোৰ জীৱনলৈ বেলেগ ধৰণে আহিলহেঁতেন। আলহীৰ দৰে। বন্ধুৰ দৰে। সাজি কাচি। আই নথকা বাবে মোৰ জীৱনৰ বহুত কিবা কিবিয়ে নাইকিয়া হৈ গ’ল। হেৰাই গ’ল। নিঃশব্দে আৰু গোপনে মোৰ শেতেলীৰ শিতানৰ খিৰিকীয়েদি মোৰ যোল্ল বছৰটো সোমাই আহিছিল।’...

অমৃতা প্ৰীতমৰে কথা নে এইবোৰ? নে নীলাঞ্জনাৰ আত্মকথা? নে প্ৰতিগৰাকী নাৰীৰে আত্মকথা?

ঘড়ীত আঢ়ৈটা বাজিছে। বাহিৰত তীব্ৰ ৰ’দ। খাওঁ খাওঁ। ঘামি জামি মৈত্ৰেয়ী সোমাই আহিল।

— উস্, কি যে গৰম! বাহিৰতো গৰম, ভিতৰতো গৰম।

কলেজ বেগ, ছাতি নিৰ্দিষ্ট ঠাইত থৈ মৈত্ৰেয়ীয়ে ফেনখন নিজৰ ফালে ঘূৰাই ল’লে।

— ভাত খালিনে?

— খালো।

— আকৌ শুইছ নেকি?

— উম্‌হু, ‘দ্য ৰেভিনিউ ষ্টাম্প’খনৰ আধা পঢ়িলো।

— মোৰহে পঢ়া হোৱা নাই ৰ’। কেনে বা!

— ভালেই লাগিছে। নীলাঞ্জনাই ক’লে।

— প্ৰফেচৰবিলাকে ক্লাছ নকৰে, ষ্টুডেণ্ট কিন্তু যাবই লাগিব। নহ’লে ডিচকলেজিয়েট, নন কলেজিয়েট কিমান শাস্তি। প্ৰফেচৰক কোনে শাস্তি দিব?

মৈত্ৰেয়ীয়ে খঙেৰে ক'লে।

নীলাঞ্জনাই মৈত্ৰেয়ীৰ খঙৰ কাৰণ নুবুজা নহয়। দিনটো ক্লাছ কৰি সন্ধিয়া আকৌ তাই যাব লাগিব ৰেডিঅ' চেণ্টাৰলৈ। অস্থায়ী ঘোষিকা পদত মৈত্ৰেয়ীয়ে কাম কৰে। যুৱবাণীৰ ঘোষিকা তাই। সপ্তাহত তিনিদিন। কেতিবায়া চাৰিদিনো কৰিবলগীয়া হয়। দিন হাজিৰা হিচাপত পইচা পায়। বাণীবন্ধন মেচিনৰ ফিটাডাল যিমান জোৰে ঘূৰে সিমানেই মন প্ৰফুল্লিত হৈ উঠে মৈত্ৰেয়ীৰ।

মৈত্ৰেয়ীয়ে বহুত কষ্ট কৰে।

নীলাঞ্জনাইও কষ্ট কৰিব লাগিব।

ৰেডিঅ'ত কাম বিচাৰিব লাগিব। টিউচন বিচাৰিব লাগিব। দেউতাকে ভাল চাকৰি কৰিলেও তাই দেউতাকৰ ওপৰত ডিপেণ্ড কৰিব নিবিচাৰে। নিজৰ ভৰিৰ ওপৰত থিয় দিব বিচাৰে তাই। পৃথিৱীখনক দেখুৱাব বিচাৰে— চোৱা, এয়া মই নীলাঞ্জনা। পৃথিৱীৰ আটাইতকৈ উচ্চতাত থিয় দি আছো। মোৰ উচ্চতাৰ কিমান নামনিত তোমালোক!

— গা ভাল পাইছনে? মৈত্ৰেয়ীয়ে সুধিলে তাইক।

— অ!

— প্ৰথমতে ক্লাছ ক্ষতি কৰাটো ভাল নহয়। কাইলৈ যাব পাৰিবি নহয়?

— যাম।

মৈত্ৰেয়ী বাথৰুমলৈ গ'ল।

ফেনখন নিজৰ ফালে ঘূৰাই নীলাঞ্জনা বহি থাকিল বিছনাখনতে।

— মোৰ আহোতে দেৰি হ'ব পাৰে। তই চিন্তা নকৰিবি। পঢ়ি থাকিবি।

মৈত্ৰেয়ী ওলাই গ'ল ৰেডিঅ' চেণ্টাৰলৈ।

নীলাঞ্জনাই কাইলৈ কলেজ যাব পৰাকৈ মানসিক সাহস গোটাবলৈ চেষ্টা কৰিলে।

ভগৱানক প্ৰাৰ্থনা কৰিলে তাই— ভগৱান মোৰ আৰু পৰীক্ষা নল'বা। মোক অস্বস্তিকৰ পৰিস্থিতিত পৰিবলৈ নিদিবা প্ৰভু। মোক লাঞ্ছিতা হ'বলৈ নিদিবা।

প্ৰাৰ্থনা কৰি উঠি নিজকে ৰাজসভাৰ দ্ৰৌপদী যেন লাগিল তাইৰ!

— কালি কিয় কলেজ নাহিলা?

— গা বেয়া।

— কি হৈছে?

— জ্বৰ, চৰ্দি।

— খুব যেনৰ হাবা খাইছা চাগে? ফ্ৰীজৰ পানীও খাইছা চাগে? দেৱলীনাৰ কথাত তাই আৰু উত্তৰ দিয়াৰ প্ৰয়োজন অনুভৱ নকৰিলে।

কলেজত আজি তাইৰ তৃতীয় দিনৰ উপস্থিতি।

ত্ৰিদিশা আৰু শ্ৰাৱণীও আহি ওলাল।

— হেই, কালি নাহিলা যে?

— গা বেয়া।

— তুমি কিয় অহা নাই ফিলছফীৰ মেমে সুধিছিল। তোমাক তামাম মৰম কৰে দেই!

নীলাঞ্জনাই একো নক'লে।

এজনী এজনীকৈ ছাত্ৰীবোৰ আহি ক্লাছৰুম ভৰাই পেলালে।

মধু আৰু শ্ৰাৱণীও আহি ওলাল।

আকৌ গুঞ্জৰিত হৈ উঠিল কোঠাটো।

পশ্চিম আকাশৰ বেলি পিছফালৰ কটন হোষ্টেলৰ খেল পথাৰলৈ নামি আহিল।

এইটো ক্লাছত চোন দেৱলীনা, আকাংক্ষা, জবা, মধু কোনো নাই! গ'ল ক'লৈ আটাইজাক?

ক্লাছ কৰি থকা অৱস্থাৰ পৰাই নীলাঞ্জনাই দেখিলে সমুখৰ মুকলি ঠাইখিনিত চাৰিওজনী থিয় দি আছে। মেডাম ওলাই যোৱাৰ পিছত চাৰিওজনী হুৰমুৰকৈ সোমাই আহিল।

— উস্ ৰক্ষা!

— ক'লৈ গৈছিলা?

— যমপুৰীলৈ?

— বাঃ কি দেমাকী! আমি লোকেল বুলি নাজানে। ক'ৰ পৰা আহি হোষ্টেলত থাকি দম দিয়ে আমাক।

কিনো হৈছে জানিবলৈ মন গ'ল নীলাঞ্জনাৰ।

— অ' মা কি কথা সোধে পায়?

— মাষ্টাৰবেচনৰ কথা সুধিবলৈ লাজ নাইকীয়া কৰবাৰ!

— লেজবিয়ান নেকি কিবা মই?

— মইনো কেতিয়া কাক কিছু কৰিলো!

— বি এফৰ কথা সোধে!

— ল'ৰাইও কিজানি ইমান অসভ্য কথা নোসোধে।

চাৰিওজনীৰ চকুত দুষ্টালিৰ হাঁহি ভৰা অনুযোগ। তাত খং, ক্ষোভ নাই। আছে নিষিদ্ধ আনন্দৰ জলক! নীলাঞ্জনাই বুজি পালে ৰেগিং কৰিছে চাৰিওজনীকে। ৰেগিঙত নিষিদ্ধ কথাবোৰে প্ৰথম স্থান পায় বুলি নীলাঞ্জনাই শুনিছে। তেনে কথাৰ সোৱাদ লৈয়ে উভতি আহিছে তাইৰ নতুন বান্ধৱীকেইজনী!

হালধীয়া পোহৰবোৰ বিয়পি আছিল কোঠাটোত। দিনত আজি কাৰেণ্ট নাছিল। কেনে যে লাগিছিল! সন্ধিয়া কাৰেণ্ট অহা বাবেহে নৱজীৱন প্ৰাপ্তি হোৱা যেন লাগিল নীলাঞ্জনাৰ। মহ আৰু গৰমে ভালকৈয়ে এশিকনি দিছিল তাইক। কলাফুল আৰু বাদুৰু খজুৱাই তৎ পোৱা নাছিল। আঁঠুলৈকে বৈ পৰা চুটি স্কাৰ্ট, শ্লিভলেচ চোলাটোৰ বাবে মহবোৰৰ বৰ সুবিধা হৈছিল। মৈত্ৰেয়ী ৰন্ধা-বঢ়াতে ব্যস্ত আছিল। নীলাঞ্জনাই পঢ়াত মন বহুৱাব খুজিও পৰা নাই। মনলৈ কিবা কিবি ভাববোৰ আহিবলৈ ধৰে।

শৈশৱৰ সেই স্ফূৰ্তিৰ দিনবোৰৰ কথা। মাকৰ মুখত শুনা সাধুবোৰৰ কথা! মোমায়েকহঁতৰ ঘৰলৈ গৰম বন্ধত বহুদিন থকাকৈ যোৱা দিনবোৰৰ কথা। মৈত্ৰেয়ীৰ স'তে নতুন ফ্ৰকটোৰ বাবে কৰা যুদ্ধ-কাজিয়াৰ কথা।

কেনে সুন্দৰ দিন আছিল সেইবোৰ!

কেনে ৰমণীয় নিৰ্যাস ভৰা দিন আছিল সেইবোৰ। ভাবিলে চকুপানী ওলাব খোজে।

আৰু এতিয়া কেনেদৰে দুৰ্যোগ আৰু সংশয়ময় সময়ৰ নখবোৰে তাইক চিৰাচিৰ কৰিব খোজে। নেফানেফ কৰিব খোজে।

এতিয়া নিঃসংগতাই পৰ দি থাকে তাইক। নিৰ্জনতাই ঢাকোন মাৰি থয় তাইক। কেতিয়াবা বায়েক মৈত্ৰেয়ীৰ উপস্থিতিও তাইৰ বাবে অসহনীয় হৈ পৰে। নিজৰ স'তে বেছি ভাগ সময় থাকিবলৈ মন যায়।

হালধীয়া পোহৰবোৰ বিয়পি আছে কোঠাটোত। এখন হালধীয়া সাগৰ! তাত যেন তাই অসহায়ভাৱে সাঁতুৰি আছে।

তাই আৰু তাইৰ ছায়া দুয়ো দুয়োৰে সংগী। কিমান ৰাতি এই ছায়াটোৱে সংগ দি আছে তাইক। তাইৰ সুখ-দুখৰ সমভাগী হৈছে সেই ছায়াটো। য'লৈকে গৈছে সন্তৰ্পণে সেই ছায়াও গৈছে তাইৰ লগত।

ছায়াটোকে তাই সবাতোকৈ বেছি ভাল পায়। বৰ মমতাময় সেই ছায়া। তাইক এৰি ক'লৈকেও নাযায়। আনবোৰ মানুহৰ দৰে তাইক এৰি নাযায়।

মোৰ ছায়া মই তোক ভালপাওঁ! বহুত ভালপাওঁ!

# দ্বিতীয় অধ্যায়

## (১)

কলেজৰ মূল তোঁৰণৰ তলত থিয় দি নীলাঞ্জনাই চাই আছে তাইৰ মৰমৰ কলেজখনলৈ।

একোৱেই সলনি হোৱা নাই মানে সলনি হৈছে। অ’ল্ড হোষ্টেল নাই এতিয়া। কেণ্টিনৰ স্থান পৰিবৰ্তন হৈছে। ষ্টুডেণ্ট ইউনিয়ন ৰূম থকা পাৰ্টটো এক্সাম ব্ৰাঞ্চে সামৰি লৈছে। নতুন বিল্ডিং হৈছে। লাইব্ৰেৰী দুয়োটা মহলতে হৈছে।

সময়ে বহু কথা সলনি কৰে। নতুন ঘৰ পুৰণি হয়। জহি খহি যায়। তাক ভাঙি আৰু নতুন ডিজাইনৰ ঘৰ উঠে। সময়ে সলনি কৰে বহু কথা। শৰীৰত মেদ জমা হয়। মুখত বলিৰেখা পৰে।

হেণ্ডিকৰো বহুত পৰিবৰ্তন হৈছে। স্মৃতিৰ লগত অমিল হোৱাকৈ অৱশ্যে নহয়।

ৰঙা চুৰ্ণী বগা চুৰিদাৰ আহিছে কলেজলৈ। যেন কৃষ্ণচূড়া গছবোৰেহে লৰা-ঢপৰা কৰিছেহি দীঘলী পাৰত।

— নীলা, নীলা

নীলাঞ্জনাই ঘূৰি চালে। লাইব্ৰেৰীৰ ফালৰ পৰা গৰিমা তাইৰ ওচৰলৈ আহি আছে।

— মই বৰ সমস্যাত পৰিছো নীলা। মীনাক্ষী বাইদেৱে সাংখ্য দৰ্শনৰ ওপৰত নোট এটা বনাবলৈ দিছে। মই তিমান কিতাপ বিচাৰি পোৱা নাই। তোমাৰ ওচৰত আছে নেকি?

— সৰযূ বাইদেউৱে লিখা কিতাপত আছে।

— নাই, বিশেষ বহলাই লিখা নাই। ক’ত পাওঁ এতিয়া।

— মোৰ ওচৰত মেগাজিনত প্ৰকাশ হোৱা প্ৰবন্ধ এটা আৰু কৃষ্ণকান্ত সন্দিকৈৰ ৰচনা এখন আছে।

— কৃষ্ণকান্ত সন্দিকৈয়ে লিখিছিল সাংখ্য দৰ্শনৰ ওপৰত?

— অ’।

— লাইব্ৰেৰীত বহুত বিচাৰিও একো নাপালো। কৃষ্ণকান্ত সন্দিকৈ ৰচনাৱলী পাম নে নাই বা!

— ব’লা বিচাৰোগৈ। নহ’লে মই দিম বাৰু তোমাক।

দুয়ো লাইব্ৰেৰীৰ ফালে আগবাঢ়িল।

— গৰিমাই বেছি বেগাই খোজকাঢ়িব নোৱাৰে। নীলাঞ্জনাইও তাইৰ লগতে খোজৰ তাল মিলাবলগীয়া হ'ল।

দুয়োকে দেখি নৰেন মেধিয়ে হাঁহি মাৰি আদৰণি জনালে।

— কি হ'ল, এইবাৰ দুয়ো বান্ধৱী?

নৰেন মেধিয়ে দুয়োকে বেচ মৰম কৰে। নিয়মীয়াকৈ লাইব্ৰেৰীত বহা ছোৱালী দুয়োৰেই।

বাকী ছোৱালীবোৰ বহেগৈ চুকৰ গাৰ্লছ কমন ৰূমত। তাত দাপোণ চোৱাত লাগেগৈ ছোৱালীবোৰ। গান-বাজনা চলে। চিনিয়ৰবিলাকে প্ৰেম-পীৰিতিৰ অভিজ্ঞতাৰ কাহিনী বৰ্ণনাত মচগুল হয়। কিছুমান বহেগৈ নবীন বৰদলৈ লাইব্ৰেৰীৰ বালৰ লোহাৰ পাইপত। চানাচুৰবালাকেইজন বৈ থাকে। সিহঁতৰ বাবে হেণ্ডিকৰ ছাত্ৰীবোৰ সাক্ষাৎ লক্ষ্মী।

দেৱলীনাহঁতৰ আহ্বানত দুই এদিন নীলাঞ্জনাইও তালৈ নোযোৱা নহয়।

— আহা, আহা, তাত বহি মজ্জি লাগে। সমুখেৰে বৰ হেণ্ডচাম হেণ্ডচাম ল'ৰা যায়।

বৰ অস্বস্তি পাইছিল নীলাঞ্জনাই। কিমান সহজভাৱে হেণ্ডিকৰ ছোৱালীয়ে সমুখেৰে যোৱা ল'ৰাক দেখি কমেণ্ট পাছ কৰে। ভয়েই খাইছিল নীলাঞ্জনাই। যদি ল'ৰাবোৰে উভতি আহি বেয়াকৈ কয়। ককৰ্থনা কৰে!

নাই, কোনেও একো নকয়। কোনোজন লাজকুৰীয়া ল'ৰাই লাজত ৰঙা চিঙা পৰি গতি বঢ়াই দিয়ে খোজৰ।

কোনোৱে আৰু ফ্লায়িং কিচ দিয়ে। হাত জোকাৰে।

ছোৱালীজাকৰ মাজত হাঁহিৰ গিৰ্জনি উঠে।

— বৰ স্মাৰ্ট দেই।

— বদ্দ হেণ্ডচু!

— গাঁৱলীয়া ভূত ক'ৰবাৰ।

— দেখিছনে দেমাকি— পাত্তাই নিদিলে।

— বৰ চাপৰ।

বিভিন্ন কমেণ্ট ল'ৰাবোৰক উদ্দেশ্যি। সকলোৱে এনজয় কৰে। আৰু নীলাঞ্জনাই ভাবে, তাই কি এখন থাৰ্ডক্লাছ দুনীয়াত আছে!

তাৰ পিছত হাজাৰ আহ্বান সত্ত্বেও নীলাঞ্জনাই সেইফালে যাবলৈ আগ্ৰহ প্ৰকাশ কৰা নাই।

গৰিমা আৰু নীলাঞ্জনাই লাইব্ৰেৰীৰ বেগ ৰখা ৰেকত বেগ দুটা থলে।

— কৃষ্ণকান্ত সন্দিকৈৰ ৰচনাৱলী পামনে? নীলাঞ্জনাই ক'লে।

— সেইফালে চোৱাচোন।

দুয়ো ৰচনাৱলীসমূহ সজাই থোৱা ৰেককেইটা চলাথ কৰিলে। কিন্তু নাপালে।

— হ'ব দিয়া, মই কাইলৈ তোমাক ৰচনা দুখন দিম।

ব'লা, আজিৰ পেপাৰ, মেগাজিনকেইখন পঢ়োগৈ। নীলাঞ্জনাৰ কথামতে গৰিমাও ৰিডিং ৰুমৰ ফালে গ'লগৈ। দুয়ো বহি ল'লে আৰু ইখনৰ পিছত সিখন পেপাৰ মেগাজিনত চকু ফুৰাবলৈ ধৰিলে। লাইব্ৰেৰীত অন্য দুই চাৰিজনী ছোৱালী নোট্‌ছ লিখাত ব্যস্ত। আটাইকেইজনী চিনিয়ৰ। লগৰ ছোৱালী এজনীকো নেদেখিলে।

মেগাজিন এখনৰ এটা পৃষ্ঠাত বৈ গ'ল দৃষ্টি নীলাঞ্জনাৰ। 'জীৱন বিষয়ক এখন ৰচনা'— শিৰোনাম। 'আৰম্ভ কৰা। মাত্ৰ আৰম্ভ কৰা। যি বিচাৰিছা আৰম্ভ কৰিবলৈ বৈ নাথাকিবা। কুণ্ঠাবোধ নকৰিবা। বৰ্তমানৰ দাবীটো ভৱিষ্যতৰ দাবী নহ'বও পাৰে। বৰ্তমানৰ তাগিদাটো ভৱিষ্যতৰ তাগিদা নহ'বগৈও পাৰে। সময়ে তোমাক সলনি কৰি নি থাকিব। আজিৰ আৱেগ যে কাইলৈ থাকিব কোনেও ক'ব নোৱাৰে। আজিৰ আৱেগে হয়তো এনে এক সৃষ্টি কৰিব— যি হ'ব যুগমীয়া। আজি যদি সেই আৱেগক সন্মান কৰি তুমি আগনাবাঢ়া, পিছ হুহকি থাকা, সংকোচ কৰা অথবা সাহস নকৰা তেনেহ'লে সিও জীৱনে হেৰুওৱা এক সোণালী ক্ষণ... সপোনৰ গৰ্ভপাত অপৰাধ! সপোন নেদেখাটো যিদৰে মানুহৰ অন্য এক অপৰাধ।'

কথাখিনি পঢ়ি নীলাঞ্জনাই অন্য এক ত্বৰিৎ আৱেগ অনুভৱ কৰিলে। শিহৰিত হৈ উঠিল তাই।

সপোনৰ গৰ্ভপাত অপৰাধ!

সপোন নেদেখাটো অপৰাধ।

সপোন দেখিবলৈ ভয় নকৰিবি নীলাঞ্জনা—

সপোন, এজাক সপোনৰ বৰষুণত তিত। যেন কোনোবাই কাণে কাণে ক'লে।

— ব'লা ক্লাছৰ সময় হ'ল। গৰিমাই ক'লে।

দুয়ো লাইব্ৰেৰীৰ বাহিৰলৈ ওলাই আহিল।

ক্লাছ ৰুমত সোমোৱাৰ লগে লগে দেৱলীনাই চিঞৰি উঠিল

— ক'ত থাকানো?

— লাইব্ৰেৰীত আছিলো।

— কিনো পোৱা শুকান লাইব্ৰেৰীটোত?

দেৱলীনাৰ এই প্ৰশ্নৰ উত্তৰ নাই নীলাঞ্জনাৰ ওচৰত।

— তুমি আমাৰ লগত নাথাকিলে একদম খালি লাগে।

জবাই ক'লে।

— আমি যে বেষ্ট ফ্ৰেন, সদায় একেলগে থাকিব লাগে। যি কৰো একেলগে কৰিব লাগে। এয়াই ফ্ৰেন্দশ্বিপৰ চৰ্ত।

মল্লিকাই ক'লে।

— আমি জীম একেলগে, মৰিম একেলগে! এয়াই ফ্ৰেন্দশ্বিপ!

শ্ৰাৱণীৰ সংযোগ।

— তই কিন্তু বেলেগ গ্ৰুপত নোসোমাবি দেই। মল্লিকাৰ প্ৰস্তাৱ।

নীলাঞ্জনাক বহিবলৈ দেৱলীনাই ঠাই এৰি দিলে। গৰিমাক এতিয়াও সিহঁতে নিজৰ গ্ৰুপত ঠাই দিয়া নাই। সেইবাবে তাইক বহিবলৈ কোনেও ঠাই এৰি নিদিলে। গৰিমাই পিছফালৰ খালি বেঞ্চ বিচাৰি গ'ল।

— তেনে অমংগলীয়া ছোৱালীৰ লগত কিয় থাকা?

— অমংগলীয়া? মানে? নীলাঞ্জনাই নুবুজিলে।

— গৰিমা!

— অ'।

— কি অমংগলীয়া?

— শৰীৰত ক্ষত থাকিলে সেই মানুহ অমংগলীয়া হয়।

— আমাৰ চেণ্ট মেৰিজত এজনী আছিল। পৰীক্ষাত যিয়ে তাইৰ লগত বহে তাৰে এক্সাম বেয়া হয় ভাই।

— তুমি তাইৰ লগত নাথাকিবা। ডাল বনি যাবা!

কি কয় ছোৱালীকেইজনীয়ে। ইমান মানৱীয় কথা এটাক কেনে সংকীৰ্ণ কৰি পেলাইছে! ছিঃ!

হয়, গৰিমাৰ শৰীৰত ক্ষত আছে। সেয়া ভাগ্যৰ বিড়ম্বনা। আৰু মণিকা? গৰিমা, মণিকাই কি সেই বিড়ম্বনাক নিজে আমন্ত্ৰণ জনাইছে নিজৰ জীৱনলৈ?

(২)

— তুমি ক'ৰ পৰা আহিছা?

— গোলাঘাটৰ পৰা। তুমি?

— ঢেকীয়াজুলিৰ পৰা।

— কি নাম তোমাৰ?

— গৰিমা দেৱী।

এনেদৰেই গৰিমাই চিনাকি হৈছিল নীলাঞ্জনাৰ লগত। গৰিমাই অসমীয়াত লেটাৰ মাৰ্ক পাইছে। সহজ-সৰল ছোৱালী। অন্তৰ্মুখী। বেছি কথা নকয়। প্ৰায়েই অকলশৰে থাকে। নীলাঞ্জনাৰ ভাল লাগি গৈছিল গৰিমাক।

তাইৰ বান্ধৱী হোৱাৰ সকলো গুণেই আছে গৰিমাৰ। তাই যিমানেই গৰিমাৰ কাষ চাপি গৈছে— আনকেইজনী জ্বলি পকি মৰিছে।

নীলাঞ্জনা ইজ আ চিম্পল গাৰ্ল— এই কথাষাৰ জবাই ক'লে তাত প্ৰশংসাও সোমাই থাকে। সিহঁতজাকৰ স্মাৰ্টনেচ, চৌখিনতাৰ লগত তুলনা নহয় নীলাঞ্জনাৰ।

নীলাঞ্জনাৰ দেউতাকে ইচ্ছা কৰিলে তাইক প্ৰাচুৰ্যৰে ৰাজকুমাৰী যেন কৰি ৰাখিব পাৰে।

কিন্তু সেয়া তেওঁ কাহানিও নকৰে। এইবোৰ সপোন। ভাবি ভাল লগা ভাবনা নীলাঞ্জনাৰ। দেউতাকে যেন বাকচ ভৰাই কাপোৰ আনিছে। থাকিবলৈ ভাল ভাড়াঘৰ বিচাৰি দিছে! মাহে মাহে অধিক টকা পঠিয়াইছে।

এটা সামান্য ট্ৰিট দিয়াৰ ভয়ত তাই কলেজলৈ অহা নাছিল। আহিবলৈ সংকোচ কৰিছিল।

কোনে কাক বুজে। কোনে কাৰ হৃদয়ৰ খবৰ ৰাখে! চলি থাকিব লাগে— চলি আছে।

মল্লিকাই কৈছিল— পৃথিৱীখন বৰ ৰঙীন। কালাৰফুল।

নীলাঞ্জনাই ভাবিলে— ক'তা? পৃথিৱীৰচোন ক'তোৱেই ৰং নাই।

উৱলি যোৱা ধূসৰ এখন কেনভাচ্ মাত্ৰ! গৰিমাই বা কি ভাবে? পৃথিৱীখনৰ কথা?

ক্লাছ শেষ হোৱাৰ পিছত দেৱলীনাই ক'লে

— সেইজনীৰ লগত লাইব্ৰেৰীত গৈ সোমাই নাথাকিবা।

আজি আমি আড্ডা মাৰিম। কেণ্টিনত মই খুৱাম আজি।

— কিন্তু তাই অকলে...

— তাই নিজৰ গ্ৰুপ বনাই লওঁক। প্ৰথমদিনাৰ পৰা আমি কেইজনীহে বান্ধৱী! নো নিউ গাৰ্ল ইজ ৱেলকাম!

— তাই ভাল ছোৱালী।

— কোননো বেয়া। ব'লা এতিয়া।

দেৱলীনাইঁতে জোৰকৈ লৈ গ'ল নীলাঞ্জনাক, কেণ্টিনৰ ফালে। গৰিমা অকলে বহি থাকিল। তাইৰ ফালে চাবলৈ নীলাঞ্জনাই সাহস নকৰিলে। আজি তাইক কৃষ্ণকান্ত সন্দিকৈৰ ৰচনা দুখন দিয়াৰ কথা আছিল। তাই পৰম আশাৰে বৈ আছে চাগে।

কেণ্টিনত হৈ হাল্লাৰে সোমাল আটাইজাক।

— কি খাবি? দেৱলীনাই সুধিলে।

— কেক চাহ। জবাই ক'লে।

— এতিয়া মল্লিকা ক', তোৰ কি হ'ল?

— লভ! লভ!

— কাৰ লগত?

— আৰ্যত পঢ়ে। স্কুলত পঢ়াৰ দিনৰে পৰা সি চাল দিয়ে।

এতিয়াও কলেজলৈ অহাৰ সময়ত মাজে মাজে বাছ ষ্টপত বৈ থাকে।

— লোকেল নেকি?

— অ'।

— লোকেল লাভাৰ হ'লে বহুত প্ৰব্লেম অ'। তই এৰো বুলিও এৰিব নোৱাৰিবি। অন্য কাৰোবাক ভাল লাগিলেও ভাল পাব নোৱাৰিবি। লোকেল ছোৱালীৰ বাবে লোকেল ল'ৰা কঁঠালৰ আঠা।

— নাথিং নিগেটিভ-এভৰিথিং পজিটিভ! বুজিলি? দেৱলীনাই হস্তক্ষেপ কৰিলে।

— এতিয়া কি ভাবিছ তই!

— চকুৰে ভালেমান দিন চালো। এতিয়া কথা পাতিব লাগিব। তাৰো সাহস হোৱা নাই, মোৰো।

— কিয়?

— মই বা কি আনচাৰ দিওঁ— সি ভাবে।

সি বা মোক কিমান ফাল্টু বুলি ভাবে— মই ভাবো।

তাৰ মাজতে চলি আছে।

হেল্প কৰিবি মোক? মল্লিকাই সুধিলে।

— কি হেল্প? সুধিলে জবাই।

— ভাবি চাব লাগিব। জবাই ক'লে।

— প্লিজ! কাতৰ অনুৰোধ কৰিলে মল্লিকাই।

— ল'ৰাই কিন্তু বহুত মিছা কথা কয় দেই। দেৱলীনাই মন্তব্য কৰিলে।

— কি মিছা?

— হয়, ল'ৰাবোৰ বহুত মিছলীয়া। শ্ৰাবণীয়ে সমৰ্থন কৰিলে।

— তোৰ কথা ভাবি সি বেছি সময় নষ্ট নকৰে। আন ধুনীয়া ছোৱালীৰ সন্ধানত থাকে। তাৰ পিছত তিনিজনী প্ৰেমিকা থাকিলেও এজনীও নাই বুলি ক'ব। আৰু ক'ব মই ছোৱালীৰ লগত আজিৰ আগতে কথা পাতিয়ে পোৱা নাই।

— বাঃ দেবলীনা, তইচোন ভেৰি এক্সপেৰিয়েন্স হোল্ডাৰ।

— আমাৰ জেঠাইৰ ছোৱালী মিকি বা য়ুনিভাৰ্ছিটিত পঢ়ে নহয়। তায়েই কয়।

— আৰু কি কয়?

— আৰু? কয় তুমিয়ে মোৰ জীৱনৰ প্ৰথম আৰু শেষজনী ছোৱালী। তুমি অবিহনে মই জীয়াই থাকিব নোৱাৰিম? মুঠতে প্ৰেম পাগল ল'ৰাবোৰ ধপ্।

— হ'ব পাৰে দে।

— মল্লিকা, তই যদি তাৰ পৰা এনে উত্তৰ এটাও পাব লগে লগে ৰিজেক্ট কৰি দিবি।

চাহ-কেক খাই নীলাঞ্জনাই আৰু সিহঁতজাকৰ বাবে নৰ'ল। চিধা ক্লাছ ৰুমলৈ গ'ল।

ক্লাছ ৰুমত কোনো ছোৱালী নাই— গৰিমাত বাদে। গৰিমা অকলে বহি, কিবা পঢ়ি আছে। তাই গৰিমাৰ কাষ চাপি গ'ল। গৰিমাই মুৰ তুলি চালে।

— গুছি আহিলা যে?

— তুমি অকলে থাকিবা বুলি জানো। নীলাঞ্জনাই ক'লে।

— বেয়া নাপাব তাহাঁতে?

— বাদ দিয়া সেইবোৰ। তোমাৰ বাবে মই ৰচনা দুখন লৈ আহিছো।

নীলাঞ্জনাই বেগৰ পৰা লেখা দুটা উলিয়াই দিলে।

গৰিমাই আগ্ৰহেৰে ল'লে।

— তোমালোকে কি কথা পাতা? গৰিমাই সুধিলে।

— যত সব আজে-বাজে কথা। সংসাৰৰ মিছা কথা। মই ভাল নাপাওঁ।

— কলেজৰ ছোৱালী সম্পৰ্কে তিনিটা কথা শুনিবা? গৰিমাই সুধিলে।

— কি কথা?

— তিনিওটা কথাই কিন্তু মিছাই হয়গৈ। এটা হ'ল ঘৰৰ কোনোবাই কিবা কথাত মাতিলে ছোৱালীজনীয়ে কয়— মোক ডিষ্টাৰ্ব নকৰিবা, মই পঢ়ি আছো।

— দ্বিতীয়টো?

— যেতিয়া কলেজত ক্লাছ নহয়, বহুত ছোৱালীয়ে আনন্দেৰে দুখ প্ৰকাশ কৰে

এইবুলি— ছেঃ ক্লাছ নহ'ল, ব'ল লাইব্রেৰী যাওঁ। আৰু ক্লাছৰ ছোৱালীয়ে টিছাৰৰ আগত প্ৰায়ে ভাও জোৰে।

ছাৰ মোৰ অলপ ডাউব্‌ট আছে।

— ক'ত পাইছা তুমি?

— মোক মামা এজনে ধেমালি কৰি কৈছিল।

— বৰ সঁচা কথা কিন্তু!

দেৱলীনা, মল্লিকা, জবাইঁত হুৰমুৰকৈ সোমাই আহিল।

— বেয়া পাইছো তোমাক। আমাক এৰি গুছি আহিছা!

— নহয় মানে মোৰ গৰিমাক ইমপোৰ্টেণ্ট লেখা দুটামান দিবলগীয়া আছিল।

— হ'ব হ'ব, আহা ইয়াত বহাহি।

এনেতে শ্ৰুতি মেম সোমাই আহিল।

— আজি আমি এমিলি ডিকিনচনৰ কবিতা সম্পৰ্কে পঢ়িম।

তোমালোকে কোনোবাই কবিতা লিখানে?

— লিখে লিখে।"মল্লিকাই উছাহতে চিঞৰি দিলে।

— তুমি লিখা? মল্লিকাক সুধিলে মেমে।

— মই নহয় মেম, নীলাঞ্জনাই লিখে।

নীলাঞ্জনা থিয় হ'ল।

— কবিতা লিখা?

— কাৰ কাৰ কবিতা পঢ়িছা? মেমে আকৌ সুধিলে।

— নৱকান্ত বৰুৱা, নীলমণি ফুকন, হীৰেন ভট্টাচাৰ্য, সমীৰ তাঁতী, সনন্ত তাঁতী।

— নিজে লিখা কবিতা এটা মাতিব পাৰিবানে?

— মই মেম ভাল কবিতা নিলিখো। সংকোচ, লজ্জাবোধে আঁৱৰি ধৰিছে নীলাঞ্জনাক।

— মনত আছে যদি এটা কবিতা পাঠ কৰাচোন।

চকু মুদি স্মৃতিলৈ হাত মেলি দিলে নীলাঞ্জনাই।

— চিপ চিপ বৰষুণত তিতি বুৰি দো খাইছে গছবোৰ কৃতজ্ঞতাত।

দীৰ্ঘ ব্যাকুল অপেক্ষাৰ অন্তত

বুৰাই নিয়া প্ৰেমিক পৰশত

পাতি দিছে বুকু শীতক

বিদীৰ্ণ কৰি নিবলৈ

বসন্ত যে সদায় আহে শীতৰ শেহত!

কবিতা পাঠ শেষ হোৱাৰ পিছত নীলাঞ্জনা নীৰৱে থিয় হৈ থাকিল।

গোটেই ক্লাছ ৰুম হাত চাপৰিৰে ৰজন-জনাই গ'ল।

— তুমি লিখি থাকিলে পাৰিবা।

এতিয়া আমি আহো এমিলি ডিকিন্সনৰ কবিতালৈ। ৰহস্যবাদী সুৰটোৱে আমাৰ নলিনীবালালৈ মনত পেলাই দিব। এক ধৰণৰ অন্তহীন বিষণ্ণতাই ভীৰ কৰিছে কবিতাবোৰত। প্ৰেম সম্পৰ্কেই চোৱাচোন—

Love is that later thing than death more previous than life

০ ০ ০

ৰুমলৈ উভতি আহি বিছনাত হেফাই ফেফাই বহু সময় বহি থাকিল নীলাঞ্জনা।

— তুমি পাৰিবা! এটা মাত্ৰ বাক্য! কত প্ৰেৰণা তাত! নীলাঞ্জনাইও তাৰ মানে অমৃতা প্ৰীতম হ'ব পাৰিব! কমলা দাস হ'ব পাৰিব! মামণি ৰয়ছম হ'ব পাৰিব!

তেতিয়াহে পূৰ্ণ হ'ব তাইৰ সপোন।

তায়ো লিখিব খোজে— ৰচিদী টিকট। আধা লেখা দস্তাবেজ। তাতকৈও অধিক কিবা।

তাই দেখুৱাব খোজে পৃথিৱীক— চোৱা পৃথিৱী, তোমাৰ কোলালৈ আহিছিলো মই আৰু দেখুৱাই দিলো মই পৃথিৱীলৈ অহাটো ভুল নাছিল।

মই যোগ্য! মই যোগ্য!!

(৩)

মৈত্ৰেয়ীৰ কষ্টখিনি নীলাঞ্জনাই নুবুজা নহয়।

কলেজত পঢ়াৰ উপৰিও ৰেডিঅ' চেণ্টাৰত পাৰ্টটাইম চাকৰি কৰিছে। টিউচনৰ সন্ধান কৰিছে।

দুপইচা সাঁচিছেও তাই।

নীলাঞ্জনাৰ বেয়া লাগে। দুখ লাগে। মৈত্ৰেয়ীৰ চকুলৈ চাবলৈ সাহস নকৰে।

মানুহে বিচৰা ধৰণে জীৱনে গতি নকৰে। কিন্তু জীৱনটো যাপন কৰিব লাগিব সৰ্বোত্তমভাৱে। কোনো জীৱনেই সম্পূৰ্ণ নহয় কিন্তু অনুভৱ কৰিব পাৰিব লাগিব পৰিপূৰ্ণ মধুময় মুহূৰ্তবোৰ। সেইবাবে শোকমগ্ন, বিষাদমগ্ন হোৱাৰ অৰ্থ নাই। সময়ত সকলো নিজস্ব পথেৰে গতি কৰিব।

আশা আৰু সপোন— সেয়াই একমাত্ৰ সাৰথি।

— টিউচন পামনে?

— কি? মৈত্ৰেয়ীয়ে ঘূৰি চালে।

— টিউচন পামনে?

— কিয়? পঢ়া-শুনা নাই নেকি? প্ৰথমবাৰৰ বাবে গুৱাহাটী আহিছ। আগতে এডজাষ্ট হৈ ল।

মৈত্ৰেয়ীৰ কথাৰ কোনো উত্তৰ নিদিলে নীলাঞ্জনাই। লাইটৰ ক্ষীণ পোহৰত নীলাঞ্জনাই পঢ়িবলৈ ল'লে ইংৰাজী সাহিত্য 'দ্য মিথ অব চিচিফাচ।' কেমুই কি লিখিছে এইবোৰ— আশাহীনভাৱে জীয়াই থকা মানুহ আৰু তেওঁৰ এই অৱস্থাৰ প্ৰতি সততে সজাগ মানুহে ভৱিষ্যত অভিমুখে দীৰ্ঘকাল গতি কৰিব নোৱাৰে।

বৰ কঠিন পালে লেখাটো নীলাঞ্জনাই। তাইৰ মন গ'ল এটা কবিতা লিখিবলৈ।

আবেগৰ পাৰ ভঙা ঢৌ— সেয়াই কবিতা।

'সৰে

সৰাপাত

সৰে

সপোনৰ সুৰদি মাত

ৰাতি ঝিলি এজাকে জোনক মাতে

অ' বনৰীয়া জোন

নামি আহা

মোৰ উদং বুকুত শুৱাহি'

নাই আৰু লিখিব নোৱাৰি। একো ওলাই নাহে।

যদি কিবা ওলায় তেনেহ'লে সেয়া চকুপানী।

চকুপানীও এবিধ ভাষা। সকলোৱে বুজি পায়। কিন্তু তাইৰ দৰে গোপন এন্ধাৰত কান্দিলে বুজিব কোনে সেই ভাষা।

পঢ়িবলৈ মন নাযায়।

মৈত্ৰেয়ীয়ে কিন্তু ইমান কষ্ট কৰিও পঢ়াৰ মেজত বহে। ভুনভুনাই কিবা মাতে। চকু মুদি মুখস্থ কৰা পাঠ আওৰায়।

মৈত্ৰেয়ী তাইৰ দৰে লেহুকা মানসিকতাৰ নহয়। কিমান কষ্ট কৰিছে মৈত্ৰেয়ীয়ে। কি প্ৰয়োজন এই কষ্টৰ, এই শ্ৰমৰ, এই অনিশ্চয়তাক আঁকোৱালী লৈ থকাৰ।

কি কৰিব? ক'লৈ যাব? ক'ত আছে মসৃণ সেই পথ?

নাই, আন্ধাৰে ঘেৰি আছে সৰ্বত্ৰ জীৱন।

গৰিমাই কি কৰি আছে এতিয়া? ভাবিলে নীলাঞ্জনাই। বৰ আগ্ৰহেৰে চাগে তাই সাংখ্য দৰ্শনৰ ওপৰত ৰচনা লিখিছে।

নে কান্দিছে গোপনে তায়ো?

গৰিমাৰ কোনো বান্ধৱী নাই কলেজত— নীলাঞ্জনাক বাদ দি। কোনেও তাইক নিজৰ গ্ৰুপত সুমুৱাই লোৱা নাই। তায়ো কাৰো প্ৰতি আগ্ৰহ অনুভব কৰা নাই। অন্ততঃ নীলাঞ্জনাই গৰিমাৰ তেনে আগ্ৰহ দেখা নাই।

গৰিমা সদায় চো লেট! তাই জপিয়াই নুফুৰে। ধুমুহাৰ গতিৰে কেণ্টিনৰ ফালে নাযায়। সেয়ে তাইক কোনেও সংগ দিব নিবিচাৰে।

গৰিমাৰ হৃদয়ত কিমান দুখ থুপ খাই আছে— নীলাঞ্জনাৰ জানিবলৈ মন যায়।

কিমান দুখ তোমাৰ গৰিমা? কিমান দুখ? মোতকৈ অধিক নে?

— আহ, ভাত খাহি। পিছত পঢ়িবি।

মৈত্ৰেয়ীৰ মাতত বাস্তৱলৈ উভতি আহিল নীলাঞ্জনা।

০ ০ ০

আকৌ একেদৰে ক্লাছৰ হৈ হাল্লা। শান্তি নাই। নীৰৱতা নাই। নিৰ্জনতা নাই। ক'তো আত্মাৰ বাবে একান্ত মুহূৰ্ত কটাবলৈ ঠাই এটুকুৰা নাই।

কলেজ নে মেলা? ট্ৰেড ফেয়াৰ? শিক্ষা ব্যৱস্থা নে গেবাৰি খটা কাম? ষ্টুডেণ্ট নে শ্ৰমিক?

নীলাঞ্জনাৰ বিকচিনা লাগে।

ক্লাছ আৰম্ভ হ'ল।

নীলাঞ্জনাৰ আৰম্ভ হ'ল টেনচন।

আজি দেৱলীনা অহা নাই। তাইৰ হৈ প্ৰেজেণ্ট কৰিব লাগিব। এনেকুৱা কাম তাই কৰি পোৱা নাই। অথচ বন্ধুত্বৰ খাটিৰত নকৰিলেও বেয়া হ'ব!

অজস্ৰ দ্বন্দ্ব!

তাই কলেজ ক্ষতি কৰিলে দেৱলীনাইতেতো তাইৰ হৈ উপস্থিতি দি দিয়ে। তাই নিজে নিবিচাৰিলেও বন্ধুত্বৰ খাতিৰত সিহঁতে তাকেই কৰে! এতিয়া তাইৰ পৰা প্ৰতিদান নিবিচাৰিব কিয়?

ৰেচপনচ ইয়ৰ ৰোল— ৱান টু থ্ৰী...

কিমান আছিল দেৱলীনাৰ ৰোল নম্বৰ! ঊনৈছ!

— চিক্সটিন, চেভেনটিন...

সেপ ঢুকিলে নীলাঞ্জনাই। পাৰিবনে তাই বন্ধুত্বৰ দাবী ৰাখিবলৈ? পাৰিবনে দেখুৱাই

দিবলৈ দেৱলীনাইতক— চোৱা, তোমালোকে মোৰ বাবে যিখিনি কৰা, সেইখিনি ময়ো তোমালোকৰ বাবে কৰো।

— এইথাটিন...

— নাইনটিন...

নাই, ওলাই নাহিল নীলাঞ্জনাৰ মাত— য়েচ মেম। নাহিল ওলাই।

তাই ঘামি গ'ল।

হাৰি গ'ল তাই। সৰু হৈ গ'ল নেকি বাৰু তাই?

বন্ধুত্বৰ বাবে তাই কি একোকে ত্যাগ কৰিব নোৱাৰে?

— কালি আমি আৰম্ভ কৰিছিলো এমিলি ডিকিনচনৰ কবিতা। এমিলিক কোৱা হয় Hermit of amherst. তেওঁ লিখা কবিতাসমূহক কোৱা হয় Death Poems. জীৱনত তেওঁ ওঠৰশ কবিতা লিখিছিল। তাৰে বেছি ভাগ কবিতাতে বিয়পি আছে মৃত্যু সম্পৰ্কীয় দৰ্শন।

Because I could not stop for death

He Kindly stopped for me.

নীলাঞ্জনাৰ মগজুত একোৱেই নোসোমাল। তাই যেন এই মুহূৰ্তত নিজকে লীন কৰি দিছে এমিলি নামৰ এগৰাকী বিষণ্ণ নাৰীৰ আত্মাত। এই মুহূৰ্তত যেন তায়েই এমিলি। জীৱনৰ পৰা স্বনিৰ্বাসিত। তায়ো যেন মৃত্যুৰহে বন্ধু!

এমিলি, ময়ো তোমাৰ দৰেই! ময়ো তোমাৰ দৰেই!

— নীলাঞ্জনা, বুজি পাইছানে? মেমে হঠাৎ সুধিলে তাইক।

— হা? ময়ো এমিলিৰ দৰে, ময়ো এমিলিৰ দৰে।

ক্লাছৰ আটাইবোৰ ছাত্ৰীয়ে গিৰ্জনী মাৰি হাঁহি দিলে।

০ ০ ০

চকুপানী কেতিয়াও নুটুকিবা পোহৰত। চকুপানী কেতিয়াও নুটুকিবা আনৰ আগত। চকুপানী এন্ধাৰৰ। চকুপানী একান্ত ব্যক্তিগত। কোনে জানো কৈছিল। পাহৰিছে নীলাঞ্জনাই। কিন্তু দকৈ সাঁচ বহুৱাই গৈছে মনত তাইৰ।

মৈত্ৰেয়ীয়ে কন্দা তাই দেখা নাই। বোধহয় তাই কান্দে। নিৰলে। মৈত্ৰেয়ীক তাই আকৌ এবাৰ মনত পেলাই দিলে— টিউচন কৰিম নেকি?

মৈত্ৰেয়ীয়ে ক'লে— আগতে নিজে নিজৰখিনি ভালকৈ পঢ়ি ল। পিছত আনক পঢ়ুৱাবি!

নীলাঞ্জনা নীৰৱে থাকে। নিসংগতাৰো হাহাকাৰ আছে। সেই হাহাকাৰবোৰে অস্থিৰ

অশান্ত কৰি তোলে তাইক। বিছনাত শুই তাই কাণ দুখন হাতেৰে হেঁচি ধৰে। ভৱিষ্যত এটা ৰূপৰীয়া গাহৰিৰ দৰে হো হোৱাই তাইৰ ফালে আহি থাকে। — বচোৱা, বচোৱা।

তাই যেন চিঞৰি উঠে। শেষ ৰাতিলৈ তাই টোপনি যাব নোৱাৰে।

ইমান দ্বন্দ্ব লৈ জীয়াই থকা কষ্টকৰ!

ইমান নৈৰাশ্য লৈ জীয়াই থকা কষ্টকৰ!

বি পজিটিভ, বি পজিটিভ— লগৰবোৰে যেন তাইক সকিয়াই দিয়ে।

০ ০ ০

গতানুগতিক ক্লাছ। গতানুগতিক জীৱন। তাৰ উৰ্দ্ধত নীলাঞ্জনাই আৰু কিবা এটা বিচাৰি থাকে। কি বিচাৰে নিজেও নাজানে।

গৰিমাক লৈ তাই দীঘলীপুখুৰীলৈ নামি যায়। শেলুৱৈ ধৰা সেউজীয়া জল তৰংগলৈ চাই থাকে। বিশাল এই জলভাগ আৰু তাৰ ওপৰেদি চুচৰি যোৱা বতাহজাকে তাইৰ মনলৈ কঢ়িয়াই আনে বিৰল প্ৰশান্তি।

— গৰিমা, কি কৰিম বুলি ভাবিছা?

— কি কৰিম মানে? গৰিমাই ওলোটাই সোধে।

— জীৱনত...

— পঢ়া সাং কৰি কলেজ বা স্কুলৰ মাষ্টৰণী হ'ম। তুমি?

— মই ক'ৰবালৈ গুছি যাম।

— ক'ৰবালৈ মানে? গৰিমা আচৰিত হ'ল।

— হিমালয়, নহ'লে কোনো মঠ-মন্দিৰ নহ'লে বিদেশ...

— সন্ন্যাসীনী?

—মন যায়। নীলাঞ্জনাই অনুচ্চ সুৰত উচ্চাৰণ কৰিলে।

— তোমাক কথা এটা কওঁ? বেয়া নাপাবা কিন্তু! গৰিমাই ক'লে।

— কি কথা?

— মোৰ লগত থাকিলে দেৱলীনা, মল্লিকাহঁতে তোমাক বেয়া পায়। নীলাঞ্জনা আচৰিত হ'ল। কেনেকৈ গম পালে গৰিমাই দেৱলীনাহঁতৰ মনৰ কথা।

নীলাঞ্জনাই একো নামাতিলে।

গৰিমাৰ জীৱনৰ দুৰ্ভাগ্যই তাইক অনেক কথাই শিকাইছে বোধহয়। কৰি তুলিছে অধিক সংবেদনশীল। বোধহয়!

পানী যুঁৱলিৰ পৰা দুয়ো উঠি আহিল ফুটপাথলৈ। সমুখেৰে হো হোৱাই পাৰ হৈ গ'ল সৰু গাড়ীবোৰ।

০ ০ ০

হেই ক'ত গৈছিলা? দেৱলীনাই দৌৰি আহি তাইৰ হাতত ধৰি জোকাৰি দিলে।

— দীঘলী পুখুৰীত এপাক ঘূৰিলো।

— কাম নাই আৰু। পানীবোৰ কেনেকুৱা গোন্ধায়।

— গৰিমাক কিয় লৈ গৈছিলা?

— তাইৰ মনটো বেয়া।

— হ'লেও আৰু তাইৰ লগত যাব লাগে নে? ৰাস্তা পাৰ হওঁতে যদি কিবা হৈ যায় তাইৰ— তুমি ফঁচি মৰিবা!

নীলাঞ্জনাই একো নামাতিলে।

গৰিমাক তাই এৰিব নোৱাৰে। তাইৰ শেষ সিদ্ধান্ত!

০ ০ ০

— বগা দাগবোৰ ভাল হয়নে?

— কি বগা দাগ? মৈত্ৰেয়ীয়ে একো নুবুজি সুধিলে।

— সেই যে মানুহৰ ছালত হয়, গাত হয়।

— বিউটি পাৰ্লাৰত সেই দাগবোৰ ভাল হয় চাগে। নহ'লে চৰ্ম চিকিৎসকৰ ওচৰলৈ যাব লাগিব।

— নহয় অ'! সেই যে বগা বেমাৰ— বাঢ়ি গৈ থাকে।

— অ' কুষ্ঠৰ কথা কৈছ?

— কুষ্ঠ নহয় চাগে! আজিকালি বহুতৰে হয় যে!

— কিয়, কিয় সুধিছ? মৈত্ৰেয়ীয়ে হঠাৎ সজাগ হৈ, সন্দিগ্ধ দৃষ্টিৰে চাই সুধিলে তাইক!

— তোৰ... তোৰ... মৈত্ৰেয়ী তাইৰ কাষ চাপি আহিল।

— কি হৈছে তোৰ নকৰ কিয়? উদগ্ৰীৱ হৈ উঠিল মৈত্ৰেয়ী।

হৈ যায়— জীৱনত বহুত কিবা কিবিয়ে হৈ যায়। ঘটি যায়; যাক আমি ৰোধ কৰিব নোৱাৰো। মোৰ বৰ ভোক লাগিছে...

ক্লাছ ক্লাছ আৰু ক্লাছ

ইমানবোৰ ক্লাচেৰে নো সমাজখনৰ কি লাভ হৈছে! ঘৰত অলস জীৱন কটোৱা ল'ৰা-ছোৱালীক ঘৰৰ বাহিৰত এক নিৰাপদ কাৰাগাৰত ৰখাৰ চিষ্টেম। কলেজবোৰ আকৰ্ষণীয় কাৰাগাৰ।

আৰু সেই কাৰাগাৰত গাধ নিৰ্মাণৰ প্ৰস্তুতি চলি থাকে প্ৰতিদিন। একেবোৰ পাঠ; একেবোৰ নোটচ; একেবোৰ লেকচাৰ। কোনেনো কি শিকে নতুন কথা!

আৰু এই ছোৱালী কলেজবোৰ শিক্ষিত কইনা নিৰ্মাণৰ কেন্দ্ৰহে। নীলাঞ্জনাই এইবোৰকে ভাবি থাকে।

বিদ্ৰোহ বাঢ়ি আহে তাইৰ।

অথচ গুচি যাবও নোৱাৰে। যাব ক'লৈ? দেউতাকৰ ওচৰলৈ?

— আজি টিউচনৰ টকা চাৰিশ পালো। নতুন চুৰিডাৰ এযোৰ ল'বি নেকি? বায়েক মৈত্ৰেয়ীয়ে সুধিলে তাইক। তাই একো নামাতিলে।

— তোৰ নামটো নীলাঞ্জনা— নীলা এযোৰ চুৰিদাৰ ল'বি দে! মানুহ অলপ চৌখিনকৈ থাকিব লাগে। তেহে মনটো ভালে থাকে! দুযোৰ চুৰিদাৰকে কিমান সলাই সলাই পিন্ধিবি। এদিন ফিচিকি যাব।

হাঁহি উঠে নীলাঞ্জনাৰ— মৈত্ৰেয়ীৰ কথাত। জীৱনটোৱে মানুহৰ ফিচিকি যায়। আৰু কাপোৰ? কিয় নাযাব?

— নালাগে। বেংকত থৈ দিবি। কেতিয়াবা কামত আহিব।

০ ০ ০

কি হৈছে তাইৰ?

মনৰ কুষ্ঠ?

কিয় ভাল নালাগে একোকে। কিয় তাই ক'ব নোৱাৰে— আনকি মৈত্ৰেয়ীকো। নিজৰ মাজতে দহি পুৰি মৰিছে।

হাঁহি মাতি আছে— অথচ ভিতৰি ভিতৰি কোন দহি আছে— কোনে জানে।

ফুটপাথেৰে চৌখিনভাৱে গৈ আছে মানুহবোৰ— তেওঁলোকৰ বুকুৰ ঘা কোনে দেখিছে? নিজৰ বিলাসী গাড়ীত পৰম সন্তুষ্টিৰে গৈ আছে মুনিহ তিৰোতা— দেখিলে এনে লাগে যেন পৃথিৱীৰ আটাইতকৈ সুখী মানুহ। কিন্তু ভিতৰত তেওঁ কি? হৃদয়ৰ অভ্যন্তৰত? ৰাস্তাৰে গৈ থাকোতে নীলাঞ্জনাই মানুহ পঢ়ি পঢ়ি গৈ থাকে। চিৰ সন্তুষ্ট মুখবোৰলৈ চাই চাই গৈ থাকে। ক'তোচোন দুখৰ ছাঁ নাই!

সঁচাকৈয়ে নাইনে?

০ ০ ০

কলেজ গেটখন পোৱাৰ লগে লগে চাৰিজনীমান ছিনিয়ৰ ছোৱালীয়ে তাইক বাট ভেটি ধৰিলে। হাৰে, কি কথা! তাৰে দুজনীমান চিনাকি যদিও মাতবোল নাই।

— নীলাঞ্জনা, ৰ'বা, কথা এটা আছে!

হতভম্ব হৈ গ'ল নীলাঞ্জনা।

— মোক চিনি পাইছা নহয়? আমিতো দেখা-দেখি হৈয়েই থাকো। মই বাসৱী বৰুৱা।

— অ' জানো। নীলাঞ্জনাই এনেয়ে ক'লে।

— তোমাক আৰু লুকঢাক নকৰো। খোলাখুলিয়ে কওঁ। কলেজ ইলেকচন আহি আছে। তুমি মোৰ লগত থাকিব লাগিব। থাকিবা নে নাই কোৱা!

— হ'ব দিয়ক।

— মই পিছত তোমাৰ স'তে ভালকৈ কথা পাতিম। এতিয়া তোমাৰ ক্লাছ আছে চাগৈ।

— হয়।

— কাৰ ক্লাছ?

— শ্ৰুতি মেডামৰ।

— ক্লাছবোৰ ভালকৈ কৰিবা। যোৱা।

যেন একেবাৰে অভিভাৱক হে! ভাবিলে নীলাঞ্জনাই।

— মই আহো?

— যোৱা, কিন্তু মনত ৰাখিবা হা?

নীলাঞ্জনা ক্লাছ অভিমুখে আঁতৰি আহিল।

০ ০ ০

ক্লাছত দেৱলীনা, মল্লিকাইঁতে জমাই আছিল। নীলাঞ্জনাক দেখি আটাইকেইজনীয়ে চিঞৰি উঠিল— ইয়াত ইয়াত।

নীলাঞ্জনা তঁহাতৰ কাষতে বহিল।

— কলেজ ইলেকচন আহি আছে, গম পাইছা নে নাই?

— অ'।

— তুমি কিন্তু আমাৰ লগতে লোকেল কেণ্ডিডেটক ভোট দিব লাগিব।

— লোকেল মানে? নীলাঞ্জনাই নুবুজি সুধিলে।

— লোকেল মানে গুৱাহাটীৰ ছোৱালীক! বাহিৰৰ পৰা পঢ়িবলৈ আহি হোষ্টেল, মেচত থকা ছোৱালীক ভোট দি লাভ নাই। কি কাম কৰিব পাৰিব? লোকেল হ'লে সব সুবিধা। নমামী বা উঠিব। বিৰাট মৰম লগা আৰু বিৰাট ভাল। আমি সবে ভোট দিম হা?

নীলাঞ্জনাই অনুভৱ কৰিলে ছাত্ৰী একতা সভাৰ নিৰ্বাচনক লৈ মৃদু গুঞ্জন এটা বিয়পি গৈছে কলেজখনত।

— ডেট কেতিয়া ইলেকচনৰ?

— ঘোষণা কৰা নাই। পোন্ধৰ দিন পিছত হ'ব কিজানি।

ছোৱালীৰ জুমাজুমি। হট্টগোল। আকৌ চিনাকি পৰ্ব। হোৱাইট হাউচৰহে যেন নিৰ্বাচন আহিছে! ছিনিয়ৰ যি দুই এজনীৰ লগত তাইৰ চিনাকি— তাৰ ভিতৰত নিৰ্মালী বাক ভাল লাগে। পূৰবী বাক ভাল লাগে। খুব সহজভাৱে মাতে। কথা পাতে। দেখিলে হাঁহে।

নিৰ্মালী বাই নাটক কৰে। তেৰোঁ খাৰঘুলিৰ ফালৰ পৰা আহে। ৰাস্তাত কেতিয়াবা লগ পালে কথা পাতি পাতি কলেজ পায়হি। কথাৰ শেষ নাই যেন।

— চিনেমা কিয় নকৰে?

— এবাৰ গৈছিলো কৰিবলৈ। নোৱাৰি নোৱাৰি। প্ৰডিউচাৰ ডিৰেক্টৰে যি প্ৰস্তাৱ দিলে। ঘিন লগা লাইন। আমাৰ লগৰ নেইনাই কিন্তু চিনেমা কৰি আছে। চিনি পোৱা নহয়।

— নাই, মই চিনি নাপাওঁ!

— চিনাকি হ'বা। ডাঙৰ নায়িকা! নিৰ্মালীৰ সুৰটোত ঠাট্টা থাকে নে সঁচাকে কয় ধৰিব নোৱাৰি।

পূৰবী বাৰ কিন্তু কথা-বতৰাত জটিলতা কম। ধুনীয়া উজ্বল চকুজুৰিৰে সঁচাকে ধুনীয়া লাগে তেওঁক। ভাল লগা চঞ্চলতা এটা আছে পূৰবী বাৰ। নেতৃত্বৰ গুণ এটাও আছে। ছাৰ বাইদেউৰো প্ৰিয়।

সৌজনী পূৰবী বা। বাৰান্দাত ছোৱালীকেইজনী মানৰ লগত হাঁহি মাতি কথা পাতি আছে।

এইজনী পূৰবী বাক চাবলৈ হেনো গুৱাহাটীৰ ল'ৰা সন্দিকৈ কলেজৰ সমুখত ৰৈ থাকে!

এইজনী পূৰবী বাক লৈ হেনো হোষ্টেলত সৰস আলোচনা চলে।.

নীলাঞ্জনাই চালে। পূৰবী। হয়, আছে; আছে সেই আকৰ্ষণীয়তা, সম্মোহনী পূৰবীৰ

চেহেৰাত। পূৰবী কাষ চাপি আহিল নীলাঞ্জনাৰ।

— নীলাঞ্জনা ইলেকচন আহিছে, গম পাইছা নহয়। মই কালচাৰেল পোষ্টত খেলিম। সহায় কৰিবা দেই।

এইকেইদিন একেবোৰ কথাই শুনিবলগীয়া হৈছে। তথাপি পূৰবীৰ কথাত আছে মিঠা মিঠা কিবা এটা।

— কিয় নিদিম? আপুনি নক'লেও আপোনাকেই ভোট দিম।

০ ০ ০

কলেজত আৰু পঢ়া শুনাৰ পৰিবেশ নাই।

ইলেকচনৰ উত্তেজনাময় বতাহ। জাক জাক ছোৱালী সোমাই আহে। পৰিচয় পৰ্ব চলে। সহায় খোজে। ভোট খোজে। সাজি-কাচি আহে ছোৱালীবোৰ। অহংকাৰত ওফোন্দা বেলুন হৈ থকা ছোৱালীবোৰে এইকেইদিনত নিজেই বেলুনটো ফুটাই নৰ্মেল হ'বলৈ চেষ্টা কৰে।

হাঁহে; কেৱল হাঁহে।

হাঁহিয়েই যেন জীৱন। এনে লাগি গ'ল নীলাঞ্জনাৰ। দেৱলীনা আৰু মল্লিকাই বুদ্ধি এটা উলিয়ালে।

— নীলা শুনা, তোমাৰ যে প্ৰিয় বান্ধৱী গৰিমা আৰু মণিকা, এইকেইদিনৰ বাবে তাঁহাতক আমাৰ গ্ৰুপটোলৈ লৈ আহিবা। এলাউড। আমাৰ গ্ৰুপত ছোৱালী যিমানেই বাঢ়িব— ইলেকচনত আমাৰ ইম্পোৰটেন্সও সিমানেই বাঢ়িব। দেৱলীনাই ক'লে।

— আৰু সব কেণ্ডিডেটৰ পৰা আমি দক্‌চি খাম। নোখোৱাকৈ ভোট কিয় দিম।

এই ছোৱালীকেইজনী ইমান সৰু সৰু কথাত লাগি থাকে।

ভাবি পাৰ নাপায় নীলাঞ্জনাই। নিৰ্বাচনৰ দিন ঘোষণা কৰাৰ লগে লগে ক্লাছ পাতি নাইকিয়াৰ নিচিনাই। প্ৰফেচাৰসকলেও যেন ভালেই পাইছে। ঘৰৰ আধৰুৱা কামবোৰ কৰিব পাৰিব! যাবলগীয়া আলহীৰ ঘৰলৈ যাব পাৰিব! তেনেকুৱাই ভাবটো চাগে!

ক্লাছ পাতি নাই। আটাইকেইজনীয়ে বহি ক্লাছ ৰুমতে আড্ডা মাৰি আছে। কিছুমান ওলাই গৈছে ৰাস্তাৰ ফালে। কিছুমানে কেণ্টিনলৈ। কিছুমানে বাৰান্দাতে জুমা জুমি কৰি কথাৰ মহলা মাৰিছে।

— আচ্ছা, এই যে ল'ৰাবোৰ... উম জবা তোমাৰ কেনে ল'ৰা ভাল লাগে? ত্ৰিদিশাই সুধিলে।

— মোৰ... উম উম ওখ, অলপ ব্লেকি, কাৰ্লি হেয়াৰৰ ল'ৰা ভাল লাগে। জবাই উত্তৰ দিলে।

— কিয়? ত্ৰিদিশাই সুধিলে।

— কিয় মানে? ভাল লাগে আৰু! শ্বাহৰুখ খানতকৈ অৰ্জুন ৰামপালক বেছি ভাল পাওঁ মই!

— ব্লেকি আৰু মুখ ভঙা ল'ৰাবোৰৰ ছেক্সটো বেছি হয় ন? শ্ৰাৱণীয়ে সুধিলে।

— হয় কিজানি! চিনেমাত দেখিছো নহয়— নিগ্ৰোবোৰৰ ছেক্সটো বেছি।

— কি চিনেমা?

— কিয়, টিভিত দি থাকে দেখোন!

— বৰ হট চিনেমা নহয়? ইংলিচবোৰ? ঘৰত কেনেকৈ চোৱা?

— চাই থাকো অকলে। কোনোবা সোমাই অহা যেন পালে লগে লগে চেনেল চেইঞ্জ কৰি B4U লগাই দিওঁ। ত্ৰিদিশাই ক'লে।

— খীন-মীন ল'ৰাবোৰৰ ছেক্সটো বেছি বোলে?

দেৱলীনাই সুধিলে। নীলাঞ্জনা ৰঙা চিঙা পৰি গ'ল। কিবোৰ কথা পাতে ইহঁতে।

— মই কিন্তু পেটেলাবোৰক এনেয়েও বিয়া নাপাতো। আৰু টাকলু হ'লে! জবাই ক'লে।

— তুমি কেনে ল'ৰাক বিয়া পাতিবা? নীলাঞ্জনা, তোমাক সুধিছো!

— মই? থৎমৎ খাই গ'ল নীলাঞ্জনাই।

নাই, তাই তেনে কথা ভবা নাই। তেনে কথা মনলৈ অহাও নাই। দিন যোৱাৰ লগে লগে বহুত কথাই তাই ভাবিবলৈ সাহস নকৰা হৈছে।

কিন্তু শুদ্ধ জানো সেয়া? ক্লাছ টেনত পঢ়ি থাকোতে একে ক্লাছৰে অৰুণজ্যোতি বোলা ল'ৰাজনক জানো তাইৰ ভাল লগা নাছিল? সি স্কুললৈ নহাৰ দিনা তাই জানো অশান্ত হৈ থকা নাছিল। সি ক্লাছ কৰি থাকোতে তাই জানো লুকাই-চুৰকৈ তালৈ চোৱা নাছিল? চকুৱে চকুৱে পৰিলে তাই জানো লাজত ৰঙা-চিঙা পৰি যোৱা নাছিল? ঘৰলৈ গৈ পঢ়াৰ টেবুলত বহি জানো তাৰেই কথা ভাবি থকা নাছিল? তাৰ স'তে সংসাৰ কৰাৰ পৰিকল্পনাত— সুখ শয্যাত ৰাতি ৰাতি উজাগৰে থকা নাছিল জানো তাই? অৰুণজ্যোতি আৰু তাইৰ এটা ল'ৰা, এজনী ছোৱালী হ'ব— অৰুণজ্যোতিয়ে চাকৰি কৰিব, তাই ঘৰ চম্ভালিব— সন্ধিয়া সি দেৰিকৈ ঘৰত সোমালে তাই খং কৰিব, অভিমান কৰি নমতাকৈ থাকিব; সি তাইৰ অভিমান ভাঙিবলৈ অলেখ চেষ্টা কৰিব— কিমান কল্পনা নকৰিছিল তাই! আৰু

আজি? সেইবোৰৰ একোৱেই বৰ্তি থকা নাই।

— নীলা? নোকোৱা কিয়?

— মই? মই নাজানো— ঘৰে যালৈ বিয়া দিয়ে তেওঁলৈ বিয়া হ'ম। তাই নাৰ্ভাচ হৈ ক'লে।

— ঘৰৰ কথা মতে বিয়া হ'বা? বুঢ়ালৈ বিয়া দিব তোমাক। দেখিছো নহয়— এৰেঞ্জ মেৰেজৰ ছোৱালীবোৰক বুঢ়ালৈকে বিয়া দিয়ে। দেৱলীনাই ক'লে।

— মই কি কৰিম জানা— কেবাটাৰো লগত প্ৰেম কৰি ঘৰৰ কথা মতে ডাঙৰ চাকৰি কৰা এজনৰ লগত ঘৰৰ কথা মতে বিয়া হৈ যাম। প্ৰেমিকৰ লগত বিয়া নহওঁ। কিন্তু জিন্দেগীটো আয়েচ কৰিম। জবাৰ অভিমত। টাইম পাছ কৰিবলৈ নানা কথা ওলাইছে।

— হেই নীলাঞ্জনা, গৰিমা আৰু মণিকাক মাতি দিয়াচোন। ইলেকচনলৈকে দুয়োজনীক আমাৰ লগত ৰাখিব লাগিব। মাতাচোন।

০ ০ ০

পৃথিৱীৰ সকলো দুৰ্ভগীয়া মানুহেই চাগে দুৰ্ভগীয়া মানুহৰে সান্নিধ্য বিচাৰি ফুৰে।

পৃথিৱীৰ সকলো নিসংগতাপ্ৰিয় মানুহেও চাগে নিঃসংগতাপ্ৰিয় অন্য মানুহৰ সংগকে বিচাৰি ফুৰে। মানুহৰ কপালত ইমান উকা কাগজ জমা হৈ আছে যে নিয়তিয়ে ভাগ্যৰ বিধান লিখি লিখি শেষ কৰিব নোৱাৰে আৰু সেই কপালৰ গৰাকীয়েও ইমান কাগজ ফালি ফালি শেষ কৰিব নোৱাৰে। মানুহ বনাম নিয়তিৰ যুদ্ধখনত নিয়তিয়েই জিকে— মানুহৰ দুৰ্বলতাৰ সুযোগ লৈ।

কিন্তু দিয়া নহ'ব— সেই সুযোগ দিয়া নহ'ব নিয়তিক— ভাবিলে নীলাঞ্জনাই। কিয় এই কথা তাইৰ মনলৈ আহিল তাই ধৰিব নোৱাৰিলে। বহুত কথাই মনলৈ আহে। বহুত কথাই...

নীলাঞ্জনাই চিঞৰি কথা ক'বলৈ বেয়া পায়। তাই কথা কওঁতে ভাবে— যাৰ লগত কথা পাতিছে কেৱল তেঁৱেই শুনক। আন কোনেও তাইৰ কথা শুনিব নালাগে। ডাঙৰকৈ কথা ক'লে, চিঞৰিলে তাই যেন সকলোৰে দৃষ্টিৰ, আলোচনাৰ কেন্দ্ৰ হৈ পৰিব— তেনে এক আশংকতা থাকে।

তাইক কোনেও লক্ষ্য নকৰক...

তাইৰ কথা কোনেও নুশুনক...

সংকুচিত হৈ নিজৰ মাজতে থাকিবলৈ ভাল পায়। নিজৰ লগতে থাকি ভাল

পায়। কিন্তু নেৰে— হট্টগোল, চিএঞৰ-বাখৰবোৰে তাইৰ লগ নেৰে। সেইবোৰৰ উৎস দেৱলীনাহঁত।

০ ০ ০

গৰিমা অন্য কেইজনীমানৰ লগত বহি আছিল।

নীলাঞ্জনা তাইৰ ওচৰলৈ আগবাঢ়ি গ'ল। নীলাঞ্জনাক দেখি গৰিমাৰ চকু-মুখ উজ্জ্বল হৈ উঠিল। নীলাঞ্জনাই হাঁহিলে।

— এইফালে আহাচোন গৰিমা।

গৰিমাই অলপ পৰ তাইৰ ফালে চালে।

— আহাচোন।

গৰিমা লাহেকৈ উঠিল।

নীলাঞ্জনাৰ পিছে পিছে গৰিমা দেৱলীনাহঁতৰ ফালে আহিল।

— হাই

— হাই

— হাই

আটাইকেইজনীয়ে সমস্বৰে আদৰিলে গৰিমাক।

— মই দেৱলীনা

— মই ত্ৰিদিশা

— মই মধু

— মই জবা

— মই শ্ৰাৱণী

আটাইকেইজনীয়ে চিনাকি হ'ল গৰিমাৰ লগত।

— আজিৰ পৰা আমি আটায়ে ফ্ৰেন্দ!

— হিপ হিপ হুৰৰে...

সিহঁতৰ চিএঞৰ-বাখৰত বাৰান্দাত থকাকেইজনীয়েও ৰুমৰ ভিতৰলৈ জুমি চালে।

— আজিৰ পৰা আমাৰ লগত থাকিবা। আমাৰ লগত বহিবা।

— আৰু নীলা, মণিকা ক'ত? তাইকো মাতা।

নীলাঞ্জনাই ক্লাছ ৰুমৰ চাৰিওফালে চকু ফুৰালে। মণিকাক তাই দেখা নাপালে।

যিয়েই নহওক, আজিৰ পৰা নীলাঞ্জনাৰ বুকু হেচি থকা শিল এডোখৰ যেন আঁতৰি গ'ল। বৰ মুকলি মুকলি লাগিল।

(৫)

যিমানেই নির্বাচনৰ দিন চমু চাপি আহিছে— সিমানেই কলেজৰ পৰিবেশ উখল-মাখল হৈ পৰিছে। এনেয়ে চুৰিদাৰ পিন্ধি কলেজলৈ অহা ছোৱালীয়ে নির্বাচনৰ প্রার্থী হোৱাৰ পিছত মেখেলা চাদৰ পিন্ধি অহা কৰিছে।

কলেজৰ সমুখৰ ৰাস্তাত বৈ থকা মটৰ চাইকেল, গাড়ীৰ সংখ্যা বাঢ়িছে।

কাৰোবাৰ প্রেমিক, কাৰোবাৰ ককায়েক, কাৰোবাৰ ককায়েকৰ বন্ধুৰ দল— নিজৰ প্রেমিকা, ভনীয়েক, 'ভণ্টীৰ দৰেই আৰু'ৰ সমর্থনত কলেজৰ সমুখত বৈ থাকে।

প্রার্থীৰ প্রেমিকতকৈ প্রার্থীৰ প্রেমত পৰিবলৈ ট্রাই কৰি থকা ল'ৰাৰ সংখ্যাই বেছি। নির্বাচনত সহায় কৰি দি হৃদয়ত নিগাজি বা সাময়িক ঠাই এডোখৰ চিকুনাই লোৱাৰ মতলবতে তেওঁলোক এনেদৰে বৈ থাকে।

০ ০ ০

কলেজখনক বেনাৰে আৱৰি ধৰিছে। ভোট ফৰ অঞ্জুৱাৰা এজ ইউৰ মাইনৰ গেম্ছ ছেক্রেটাৰী— জিলিকি আছে বেনাৰখন।

ভোট ফৰ নমামী এজ ইয'ৰ জেনৰেল ছেক্রেটাৰী। আপোনাৰ বহুমূলীয়া ভোটটো দি সান্ত্বনা দাসক জয়যুক্ত কৰক।

কত আবেদন। ওলমি আছে আকাশত। উৰি আছে আকাশত। নীলাঞ্জনাই ৰাস্তা পাৰ হ'বলৈ গৈ ফুটপাথতে বৈ গ'ল। ফুটপাথতে থিয় দি তাই বেনাৰবোৰ পঢ়িবলৈ ধৰিলে। বেনাৰ পঢ়াৰো এটা আনন্দ আছে। ৰং-বিৰঙৰ বেনাৰ। বহুতো নাম। তাৰে বেছিভাগ ছোৱালীকে চিনি নাপায় নীলাঞ্জনাই। তাই নামবোৰ মুখস্থ কৰিবলৈ চেষ্টা কৰিলে।

কিন্তু লাভ কি?

তাই দুয়োফালে চাই ৰাস্তাটো পাৰ হ'ল। কিন্তু গেটখনত ইমান ভীৰ যে তাই কলেজ চৌহদত সোমাবলৈ গৈ বৈ থাকিবলগীয়া হ'ল। জুম বান্ধি থকা ছোৱালীবোৰে তাইক ইফালে সিফালে টনা টনি কৰি নগুৰ নাকতি কৰিলে।

— ভোটটো দিব লাগিব কিন্তু।

— তোমাৰ ভোটটো বহুত আশা কৰিছো।

— তোমাৰ সহযোগিতা, সমর্থন লাগিব।

— হেই নমামী বা এইজনী নীলাঞ্জনা। আমাৰ ক্লাছৰে।

— অ' নাম শুনিছো তোমাৰ। তোমাকতো আৰু একো ক'ব নালাগে। একো

নকওঁ তোমাক। এইকেইদিন মোৰ লগত থাকিব লাগিব কিন্তু।

নীলাঞ্জনাই অৰ্থহীনভাৱে হাঁহিলে। কি ক'ব ভাবি নাপালে। এনেতে তাই দূৰৈত দেখিলে আকাংক্ষাই বেপৰোৱাভাৱে চিএৰ-বাখৰ কৰি জমাই আছে। তাই আকাংক্ষাৰ ফালে আগবাঢ়ি গ'ল। কিন্তু চাৰিখোজ আগনাবাঢ়োতেই তাইক হাতত ধৰি টানিলে— তাই ঘূৰি চাই দেখিলে বাসবী বৰুৱা।

— চিনি পাইছানে? বাসবী বা! সকলোতো গম পাইছাই।

এতিয়া তোমাৰ সহায়ৰ ওপৰত বহুত নিৰ্ভৰ কৰিব।

— হ'ব হ'ব বাসবী বা।

— তোমাৰ লগৰকেইজনীয়ে মোৰ লগত ঘূৰিব। তুমিও পাৰিবানে?

— চাওঁ বাৰু।

— চাওঁ বুলি ক'লে নহ'ব দেই। থাকিবই লাগিব মোৰ লগত। তোমালোকৰ চাপৰ্টতেই উঠিছো ইলেকচনত। তুমিতো গান গোৱা?

— মই গান নাগাওঁ।

— কি কি কৰানো?

— মোৰ তেনে একো বাহিৰা প্ৰতিভা নাই বা।

— অ' তুমিতো কবিতা আবৃত্তি ভাল কৰা। ক্লাছ কেম্পেইনিঙত তুমি মোৰ লগত কবিতা আবৃত্তি কৰিব লাগিব। আজিতে কৈ থ'লো।

— বা, মোৰ অলপ লাইব্ৰেৰীত কাম আছে।

— যোৱা বাৰু।

বাসবীক এৰি নীলাঞ্জনা বাৰান্দাত উঠিল। আকাংক্ষাই চিএৰিলে।

— হেই নীলা,!

নীলাঞ্জনা আকাংক্ষাৰ ওচৰলৈ গ'ল।

— তুমি সবৰে লগত কথা নাপাতিবা। আমাৰ নিজা কেণ্ডিডেট আছেতো! নীলাঞ্জনাৰ কাণৰ কাষত ফুচফুচাই কোৱাদি ক'লে আকাংক্ষাই।

— মই ক্লাছলৈ যাওঁ। লাইব্ৰেৰীত কাম আছে।

— ব'লা ময়ো যাওঁ।

আকাংক্ষাৰ লগত নীলাঞ্জনা ক্লাছ ৰুম অভিমুখে আগবাঢ়িল।

০ ০ ০

ক্লাছ ৰুমবোৰ উচ্ছৃংখল হৈ পৰিছে!

নিয়মৰ পঘা চিঙিছে ক্লাছ ৰুমবোৰে!

দেৱলীনা, মধু, জবাই লিষ্ট এখন বনাই আছে— কাক কাক চাপ'ৰ্ট কৰিব; কাক কাক ভোট দিব। কাৰ হৈ ভোট দিবলৈ ক'ব। নীলাঞ্জনাৰ ভাল লাগিল— দেৱলীনাহঁতে কাষত গৰিমা আৰু মণিকাকো বহুৱাই লৈছে।

— চিক্ৰেট লিষ্ট কিন্তু এইখন। কোনেও যাতে গম নাপায়।

জি, এছ,ত— এ, জি, এছ,ত— কালচাৰেলত— মেগাজিনত—

দূৰৈৰ পৰা চকু ফুৰাই চালে— নীলাঞ্জনাই।

কি দৰকাৰ এই অৰ্থহীন কৰ্মকাণ্ডবোৰৰ! হয়তো দৰকাৰ আছে— নীলাঞ্জনাই কিজানি বুজি নাপায়। এই সৰু সৰু ধেমালি, বদমাচিবোৰে কিজানি মানুহৰ জীৱনৰ প্ৰাণ চঞ্চলতা বঢ়ায়। জীৱনটো আৰু সুন্দৰ আৰু সুখময় কৰি তোলে। নুবুজে নীলাঞ্জনাই।

বহুত কথাই নুবুজে তাই।

০ ০ ০

হুৰমুৰকৈ একোজাঁক ছোৱালী সোমাই আহে ক্লাছ ৰুমলৈ। নমস্কাৰ, কৰমৰ্দনেৰে চিনাকি পৰ্ব চলে। এইকেইদিন এইবোৰেই গতানুগতিক কথা। কাণ্ড। নীলাঞ্জনাৰ আৰু কলেজলৈ আহিবলৈ মন নাযায়।

— মই কাইলৈৰ পৰা কলেজলৈ নাহো কিজানি?

— ইহ নাহিলে হ'ব? আহিবই লাগিব! দেৱলীনাই হাহাকাৰ লগাই দিয়ে।

— বহুত বেয়া পাম দেই নাহিলে! জবাই কয়।

— চাওঁ নহয়, কেনেকৈ নাহাকৈ থাকা।

আটাইকেইজনীয়ে হাহাকাৰ কৰি উঠে। এই দাবী, আব্দাৰবোৰ নীলাঞ্জনাই এৰাই চলিব নোৱাৰে।

— আহিবা নে নাই কোৱা?

— নাহা যদি চাবা কিন্তু!

— আমাৰ প্ৰথম ইলেকচন!

এনেতে দুজনী চিনিয়ৰ ছোৱালী সোমাই আহিল।

— দেৱলীনা, এইফালে আহা।

দেৱলীনাক কোঠাটোৰ এটা কোণলৈ মাতি নিলে ছোৱালী দুজনীয়ে।

— তোমাৰ লগত কেইজনী ছোৱালী আছে?

— সাত আঠজনীমান আছে বা।

— আটাইকেইজনীকে কেণ্টিনলৈ লৈ আহা তুমি।

চিনিয়ৰ দুজনী গ'লগৈ।

দেৱলীনা আন কেইজনীৰ কাষলৈ আহিল।

— ব'ল, ব'ল, কেণ্টিন ব'ল।

— কিয়?

— ৰশ্মি বা যে কালচাৰেলত উঠিছে— আমাক কিবা খুৱাব হেনো! ব'ল, ব'ল— তামাম খাবি কিন্তু দেই! দেৱলীনাৰ উৎপাতত আটাইকেইজনীয়ে যাবলৈ ওলাল।

— তুমি যাবা নে? দেৱলীনাই সুধিলে গৰিমাক।

নীলাঞ্জনাৰ মূৰ ঘূৰি গ'ল সেই প্ৰশ্নত।

— গৰিমা আৰু মই নাযাওঁ দেৱ! নীলাঞ্জনাই ক'লে।

— ইচ্ নগ'লে হ'ব? ব'লা ব'লা দুয়ো ব'লা।

দেৱলীনাই টানিলে নীলাঞ্জনাক।

গৰিমাৰ মুখখন বিষণ্ণ হৈ উঠিছিল। নীলাঞ্জনাই চাবলৈ সাহস নকৰিলে।

কেণ্টিনত বহি লৈ দেৱলীনাই বিভিন্ন অৰ্ডাৰ দিলো। খোৱা বস্তুৰে ভৰি গ'ল টেবুল।

চিনিয়ৰ ছোৱালী দুজনী সিহঁতজাকৰ কাষলৈ আহিল।

— আজি বাৰ বজাৰ পিছত ক্লাছ কেম্পেইনিঙৰ পাৰ্মিচন দিছে অথৰিটিয়ে। তোমালোক আটাইকেইজনীয়ে ৰশ্মিৰ লগত যাব লাগিব।

আটাইকেইজনীৰে মুখ ক'লা পৰি গ'ল প্ৰস্তাৱটো শুনি।

— মই গান চান গাব নাজানো দেই বা। যাব লাগিলে যাম আৰু। দেৱলীনাই ক'লে।

— তুমি গোৱা নে? এজনীয়ে মধুক সুধিলে।

— হিন্দী গাও! মধুৱে উত্তৰ দিলে।

— আৰু তুমি!

— দুই এটা গাও। জবাই ক'লে

— আবৃত্তি কৰানে কোনোবাই?

— এই নীলাঞ্জনাই ভাল আবৃত্তি কৰে। দেৱলীনাই ক'লে।

— অ' তুমি নীলাঞ্জনা। হ'ব, ভালেই হ'ব। এতিয়া ব'লা।

ৰশ্মিৰ ওচৰলৈ যাওঁ। তাই ৰৈ আছে।

অনিচ্ছা সত্বেও আটাইকেইজনী ৰশ্মিৰ ওচৰলৈ গ'ল। পাটৰ মেখেলা চাদৰ পিন্ধি এজাক ছোৱালীৰ লগত ৰশ্মি থিয় হৈ আছিল।

— আহা, আহা। ৰশ্মিয়ে দুহাত মেলি আটাইকেইজনীকে আদৰণি জনালে।
— আৰু দুজনীমান আহিব ৰ'বা। অক'মান বৈ দিছো।

০ ০ ০

ক্লাছ কেম্পেইনিং।
এক আজব কাণ্ড যেন লাগিল নীলাঞ্জনাৰ।
টিছাৰ নথকা ক্লাছ ৰুমবোৰত একোজাক ছোৱালী সোমাই গৈছে কেণ্ডিডেটবোৰৰ লগত।
যিটো ক্লাছ ৰুমক উদ্দেশ্য কৰি ৰশ্মি গৈছিল— তাত ইতিমধ্যে অন্য এজনী কেণ্ডিডেট সমৰ্থক সহ সোমাই আছিল। গতিকে ৰ'বলগীয়া হ'ল আধাঘণ্টা। সেই গ্ৰুপটো ওলাই যোৱাৰ লগে লগে ৰশ্মি সোমাই গ'ল।
— আহা আহা। অন্য এজনী চিনিয়ৰে চিঞৰিলে। ৰশ্মিয়ে নমস্কাৰ দি উদ্দেশ্য ব্যাখ্যা কৰিলে। নীলাঞ্জনাৰ বৰ অস্বস্তি লাগিল। তাৰ পিছত আৰম্ভ হ'ল— গান-নৃত্যৰ অনুষ্ঠান। ক্লাছ ৰুমত বহি থকা ছোৱালীবোৰ কিবা কিবি প্ৰশ্ন সুধিলে। গান, অভিনয় কৰিবলৈ অনুৰোধ জনালে।
ইটো ক্লাছ ৰুমত কেম্পেইনিং শেষ কৰি অন্য এটা ক্লাছ ৰুমলৈ গ'ল ৰশ্মি— দলে বলে। নীলাঞ্জনাই দেৱলীনাক ক'লে— মই যাওঁ।
দেৱলীনাই হাতত ধৰিলে তাইৰ— ৰ'বা, ৰ'বা। একেলগে পলাম। ক'ত যে ফচিলো!

০ ০ ০

আবেলি চাৰি বজাৰ পৰা এতিয়া নিশা আঠ বাজিল। তথাপি মৈত্ৰেয়ী আহি পোৱা নাই। ক'লৈ গৈছে তাই? কিবা বিপদত পৰিছে নেকি? কোনোদিনে তাই ইমান দেৰি নকৰে। নীলাঞ্জনাৰ টেন্‌চন বাঢ়ি গৈছে। মনলৈ হাজাৰটা বেয়া চিন্তা আহিছে। আশংকাও নহা নহয়।
কিয় ইমান দেৰি কৰিছে তাই?
নীলাঞ্জনাই ভগৱানক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে— তাইক সোনকালে আনি দিয়া।
নিজৰ বুকুৰ ঢপঢপনি নিজেই শুনা পালে নীলাঞ্জনাই। ভীষণ নাৰ্ভাচ হ'ল তাই। কিয় আজি আহি পোৱা নাই মৈত্ৰেয়ী। নীলাঞ্জনাই নিশ্চিন্তে ৰুমৰ ভিতৰত সোমাই থাকিব পৰা নাই। বাৰে বাৰে বাহিৰলৈ ওলাই আহিছে।
ভয় লাগিছে নীলাঞ্জনাৰ।

সময়বোৰ খৰ গতিৰে যাবলৈ ধৰিলে। নীলাঞ্জনাৰ এনে লাগিল যেন তাই দৌৰি দৌৰি ৰাস্তাৰে মৈত্ৰেয়ীক বিচাৰি যাবগৈ।

প্ৰভু তাইক আনি দিয়া। প্ৰভু তাইক আনি দিয়া— চকু মুদি ভগৱানক তাই কাতৰভাৱে প্ৰাৰ্থনা কৰিলে। কিন্তু চকু মুদি তাই নেদেখিলে ভগৱানক। তাই দেখিলে গাড়ীয়ে খুন্দিয়াই থৈ যোৱা ৰক্তাক্ত এটা দেহ। তাই দেখিলে বাছ ষ্টপত অকলে ৰৈ থকা ছোৱালী এজনীক দস্যুৰ দল এটাই গাড়ীত তুলি ৰাওনা হোৱাৰ করুণ দৃশ্য। শুনিলে দস্যুৰ হাতোৰাৰ পৰা ৰক্ষা পাবলৈ চিঞৰ-বাখৰ কৰা অসহায় ছোৱালীজনীৰ চিঞৰ।

কোন? মৈত্ৰেয়ী?

কি হ'ব তেতিয়া নীলাঞ্জনাৰ! নীলাঞ্জনা শিয়ৰি উঠিল। ঝিলিবোৰে ৰাউচি জুৰি হট্টগোল কৰিছে। নীলাঞ্জনাৰ এনে লাগিল যেন গোটেইজাক ঝিলিকে ডিঙি চেপি মাৰি পেলাব। আন্ধাৰৰ প্ৰসাৰিত হাতবোৰ আকাশৰ পৰা নামি আহিছে। এটা ছায়া মূৰ্তি সোমাই আহিছে— নীলাঞ্জনাই দেখিলে। কোন হ'ব পাৰে? মৈত্ৰেয়ী?

ছায়ামূৰ্তিটো নীলাঞ্জনাৰ ওচৰ পালে।

— কোন? গেঙেৰী মাৰি উঠিল ছায়ামূৰ্তিটোৱে।

— ম মই। সেপ ঢুকি ক'লে নীলাঞ্জনাই।

— অ' তুমি? কি কৰিছা এই ৰাতিখন বাহিৰত। ঘৰৰ মালিকনীয়ে সুধিলে।

— মৈত্ৰেয়ীৰ, বা এতিয়াও আহি পোৱা নাই। ক'লৈ গ'ল তাইকে ৰৈ আছো।

— এই ৰাতিখন ক'ত বা ঘূৰি ফুৰিছেগৈ? কাৰ লগত ঘূৰি ফুৰিছেগৈ। এই কাৰণে ছোৱালী মানুহক ভাড়াঘৰ দিবলৈ দিগদাৰ। কোন কি ধান্দাৰ ক'বতো নোৱাৰি। ভোৰভোৰাই মালিকনী সোমাই গ'ল ঘৰৰ ভিতৰলৈ। ধান্দা? কি ধান্দাৰ কথা কৈছে মালিকনীয়ে? কি কাৰণত ছোৱালীক ঘৰ ভাড়া দিবলৈ দিগদাৰ পায় মানুহে? কথাবোৰে খুন্দিয়াবলৈ ধৰিলে নীলাঞ্জনাৰ মগজুত! ৰূমলৈ গৈ ঘড়ীটো চালে নীলাঞ্জনাই। চাৰে আঠটা বাজিছে। ৰাতি ৮-৩০। হাউ হাউকৈ কান্দিবলৈ মন গ'ল নীলাঞ্জনাৰ। তাইৰ মাকলৈ মনত পৰিল। দেউতাকলৈ মনত পৰিল। সৰু থাকোতে স্কুলত গানৰ ৰিহাৰ্চেল কৰি ৰাতি সাতমান বজাত ঘৰ পাওঁতে মাকে কিমান গালি পাৰিছিল নীলাঞ্জনাক। ভৱিষ্যতে আৰু দেৰি নকৰিবলৈ সকিয়াই দিছিল। ভাত খোৱাৰ পৰতো মাকে সেই কথাকে বলকি আছিল। বিছনাত পৰাৰ পাছতো মাকে সেই কথাকে কৈ আছিল। বিৰাট খং উঠিছিল নীলাঞ্জনাৰ সিদিনা। তাইনো কি এনে বিৰাট ভুল কৰিলে যে মাকে ইমান গালি দিবলগীয়া হ'ল।

গানৰ মাষ্টৰ দিবাকৰ ছাৰে তাইক চাইকেলৰ আগত বহুৱাই লৈ ঘৰত থবলৈ আহিছিল। ক্লাছ ছিক্সত পঢ়ি থকা দিনৰে কথা সেয়া।

দিবাকৰ ছাৰলৈ মনত পৰে নীলাঞ্জনাৰ। আজিও। ওচৰৰে গাঁৱত ঘৰ দিবাকৰ ছাৰৰ। গোটেই অঞ্চলটোতে গানৰ একমাত্ৰ মাষ্টৰ। বহুত মানুহৰ ঘৰত তেওঁ গানৰ টিউচন কৰিছিল। সন্ধিয়া সন্ধিয়া তেওঁৰ কণ্ঠ আৰু হাৰমনিয়ামৰ মাতে চুবুৰীত কিবা এক সুৰৰ সৌৰভহে যেন বিয়পাই দিছিল! নীলাঞ্জনাকো গান শিকাবলৈ আহিছিল দিবাকৰ ছাৰ। পায়জামা কুৰ্তা পিন্ধি অহা খীন-মীন দিবাকৰ ছাৰ আছিল সহজ-সৰল এজন মানুহ। একান্ত চিত্তে সংগীতত মনোনিবেশ কৰা মানুহজন সাংসাৰিক অন্য একো কামৰে লায়ক হৈ থকা নাছিল। অথচ তেওঁৰ দৰে সংগীত শিল্পীৰ সমাজত বিশেষ দামো নাছিল।

ক'ৰবাত সভা পাতিছে— কোনোবা এজনীয়ে বৰগীত গাব— হাৰমনিয়াম সংগত কৰিবলৈ, ৰিহাৰ্চেল কৰিবলৈ দিবাকৰ ছাৰ হাজিৰ। কোনোবা এখন সভাত কোৰাচ এটা গাব লাগে— সাতদিন ধৰি ল'ৰা-ছোৱালী গোট খুওৱা, ৰিহাৰ্চেল কৰাৰ দায়িত্ব দিবাকৰ ছাৰৰ। কেতিয়াবা সভাত গামোচা এখন পায়— কেতিয়াবা পঞ্চাশ টকা কেতিয়াবা এশ টকা।

দিবাকৰ ছাৰ যে এঁজন অভাৱী মানুহ আছিল নীলাঞ্জনাই কোনোদিনে ভাবিবই পৰা নাছিল। সংগীতত ইমান দখল থকা দিবাকৰ ছাৰক সেই অঞ্চলৰ ধনী মানুহবোৰৰ মাজৰে এজন যেন লাগিছিল। যেতিয়া বিছনাত হাৰমনিয়ামখন লৈ ছাৰে গলহেকাৰি মাৰি আৰম্ভ কৰিছিল— জয় আলোকময় কোটি বিশ্ব ব্যাপক।

হে মহামনাধিপ...

তেতিয়া ছাৰলৈ হিংসা লাগি গৈছিল। ইমান প্ৰতিভা ছাৰৰ! ইমান সুন্দৰ কণ্ঠ! চকু মুদি হাৰমনিয়ামৰ ৰিদত আঙুলি বুলাই সুৰ তুলিব পাৰে দিবাকৰ ছাৰে! সেই দিনবোৰত দিবাকৰ ছাৰ ঢুকি নোপোৱা উচ্চতাত আছিল! অঞ্চলটোৰ আটাইতকৈ প্ৰেমাৰাচ মানুহ আছিল! দিবাকৰ ছাৰ আছিল প্ৰাণ চঞ্চলতাৰ আন নাম। সৰলতাৰ আন নাম। আনৰ স'তে সহজতে মিলি সুখ-দুখৰ কথা পাতিব পৰা এজন আকৰ্ষণীয় মানুহ।

তেওঁৰ প্ৰাণচঞ্চলতাৰ আঁৰত আছিল সংগীত।

তেওঁৰ সৰলতা আৰু মানুহৰ ওচৰত নম্ৰতাৰ আঁৰত আছিল অভাৱ!

নীলাঞ্জনাই ভবাই নাছিল ঘৰে ঘৰে টিউচন কৰি পোৱা টকাকেইটাৰে দিবাকৰ ছাৰে ঘৰ এখনো চলাব লাগিছিল। পত্নী-পুত্ৰ-কন্যাক কাপোৰ-কানি দিয়াৰ পৰা স্কুলৰ ফিজ-টিউচনৰ ফিজ দিব লাগিছিল। বেমাৰ আজাৰৰো খৰচ আছিল।

সেই কথা নীলাঞ্জনাই গম নাপালেহেঁতেন যদিহে এদিন দুপৰীয়া হঠাৎ দিবাকৰ ছাৰ হেফাই-ফেফাইহঁতৰ ঘৰত উপস্থিত নহ'লহেঁতেন।

— কি হ'লহে দিবাকৰ? নীলাঞ্জনাৰ মাকে সুধিছিল।

— আহা বহাহি।

দিবাকৰ ছাৰ বাৰাণ্ডাৰ চকী এখনতে বহিছিল।

নীলঞ্জানা ওচৰতে থিয় দি আছিল।

— কিনো সকামত আহিলা? নীলাঞ্জনাৰ মাকে আকৌ সুধিছিল।

— তুমি অলপ ভিতৰলৈ যোৱাচোন। দিবাকৰ ছাৰে কৈছিল নীলাঞ্জনাক। নীলাঞ্জনাই ভিতৰলৈ গৈ দৰ্জাৰ পৰ্দাৰ আঁৰৰ পৰা শুনি আছিল কথাবোৰ।

— বাইদেউ, বৰ সমস্যাত পৰিছো।

— কি সমস্যা তোমাৰ?

— কি ক'ম বাইদেউ। ক'বলৈ লাজেই লাগে। জীৱনত সংগীত কৰিয়ে খাম বুলি ভাবিছিলো। বেপাৰ-বনিজ চাকৰিৰ কথা ভবাই নহ'ল। মানুহেও আদৰি ল'লে। কিন্তু যৌৱনৰ সেই উচ্ছাসবোৰে যে ভৱিষ্যতটো ভয়ংকৰ কৰি তুলিব ভবাই নাছিলো। বাহিৰলৈও ওলাই যাব নোৱাৰিলো। বিয়া বাৰু কৰাই পস্তাইছো বাইদেউ। গানে আমাৰ দৰে মানুহক ভাত দিব নোৱাৰে। কিন্তু ভাততো লাগিবই দিয়কচোন। টিউচনৰ টকাকেইটাৰে কোনোমতে ঘৰ চলাব নোৱাৰো। বাইদেউ, আজি মোক তিনিশ টকা লাগে। আপোনাক বাদ দি বেলেগক খুজিবও নোৱাৰো, ক'বও নোৱাৰো।

দিবাকৰ ছাৰৰ যেন মাতটো থোকা থুকি হৈছিল। দুখত নহয়; লাজত। তিনিশ টকা খুজিবলগীয়া হোৱা সেই পৰিবেশতনো দিবাকৰ ছাৰক কেনেকুৱা দেখা হৈছে! চাবলৈ মন গৈছিল নীলাঞ্জনাৰ। পৰ্দা ফাক কৰি চাইছিল তাই। মানুহজন ৰঙা-চিঙা পৰিছে। তিনিশ টকা পালেই যেন উধাই-মুধাই চাইকেল চলাই মানুহজন নেদেখা হৈ যাব! যেন নোহোৱা হৈ যাব ঠাইতে।

এইজনেই দিবাকৰ ছাৰ! তাচপাতৰ ঘৰ এটাহে যেন ভাঙি গৈছিল নীলাঞ্জনাৰ চকুৰ সমুখত।

তিনিশ টকাৰ অভাৱ! তিনিশ টকাৰ দাৰিদ্ৰতা!

— মোৰ হাতততো ইমান টকা নাই। তোমাক এশ টকাহে দিব পাৰিম। মাকে কৈছিল।

— দুশ মানো নহ'বনে? দিবাকৰ ছাৰে লাজ লাজকৈ কৈছিল।

— এশ টকা এটা লৈ যোৱা।

মাক ভিতৰ সোমাই গৈছিল। মৃত্যুৰ মুখামুখি হৈহে যেন থিয় দি আছিল দিবাকৰ ছাৰ।

— বাইদেউ, যাওঁ দিয়ক।

ধীৰ খোজেৰে চাইকেলখন লৈ ওলাই গৈছিল দিবাকৰ ছাৰ। বোধহয় প্ৰয়োজনীয় বাকী দুশ টকা ক'ত যোগাৰ কৰিব!

কাৰ ওচৰত হাত পাতিব; সেই কথাই খুলি খুলি খাইছিল তেওঁক!

দিবাকৰ ছাৰৰ গুৰুত্ব কমি গৈছিল নীলাঞ্জনাৰ ওচৰত। তাই ভাবি থকা ঐশ্বৰ্যশালী ছাৰজন এজন অভাৱগ্ৰস্ত মানুহ। এই কথাই কষ্ট দিছিল তাইক।

(৬)

— এই ৰাতিখনলৈ ক'ত সোমাই আছিলি? তীব্ৰ খঙত সুধিলে নীলাঞ্জনাই; মৈত্ৰেয়ীক।

তেতিয়া আঠটা চল্লিছমান হৈছিল। মৈত্ৰেয়ী বেগা-বেগিকৈ সোমাই আহি ৰৈ থকা নীলাঞ্জনাৰ মুখামুখি হৈছিল।

— এ নক'বি, ইমান ট্ৰেফিক জেম!

মিছা কথা নক'বি। ক'ত গৈছিলি সঁচাই ক'। বিৰাট খং উঠি আছে নীলাঞ্জনাৰ। তাই নাচোৰবান্দা হৈ লাগিল।

— ক'ম ব'ল ভিতৰলৈ গৈ। ভাগৰ লাগিছে। মৈত্ৰেয়ী ৰুমৰ ভিতৰ সোমাল। পিছে পিছে নীলাঞ্জনা। মানসিকভাৱে তাই অৱশ হৈ গৈছে। বেগটো বিছনাৰ ওপৰত দলিয়াই থৈ চূৰ্ণীখনো মৈত্ৰেয়ীয়ে তাঁৰ ডাললৈ দলি মাৰি দিলে আৰু মজিয়াতে বহি পৰিল।

— মই যে টিউচন কৰো পলী, তাইৰ বাৰ্থডে আছিল। মোক আহিব নিদিয়ে। খুৱাই-বুৱাই পঠিয়াই দিছে। ইফালে গাড়ী লৈ ৰৈ ৰৈ... অ' তই ভাত বহোৱাই নাই! মই এতিয়া আৰু নাখাওঁ। একদম পেট ভৰি আছে। একে লেথাৰিয়ে কৈ গ'ল মৈত্ৰেয়ী। নীলাঞ্জনাৰ কিন্তু বিশ্বাস নহ'ল কথাবোৰ। তাইৰ মূৰত খেলাই থাকিল মালিকনীয়ে কৈ যোৱা শব্দকেইটা— কোন কি ধান্দাৰ ক'বতো নোৱাৰি! মৈত্ৰেয়ী কিবা ধান্দাত নমা নাইতো! বৰ অশান্তি পালে মনতে নীলাঞ্জনাই।

— মই গাটো ধোও দে। তই চাউল কেইটামান উঠাই দে। তাঁৰডালৰ পৰা কাপোৰ লৈ মৈত্ৰেয়ী বাথৰুমলৈ গ'ল। নীলাঞ্জনা বিছনাখনতে বহি থাকিল। ভাত ৰান্ধিবলৈ তাইৰ মন নগ'ল। এজাক ধুমুহা যেন পাৰ হৈ গ'ল তাইৰ মূৰৰ ওপৰেদি। এতিয়া ধুমুহা নাই। কিন্তু ধুমুহাই সৃষ্টি কৰা ভগ্নাৱশেষবোৰে তাইক কষ্ট দি আছে। মৈত্ৰেয়ীৰ প্ৰতি তাইৰ সন্দেহ হৈছে! গা পা ধুই ফ্ৰেচ হৈ মৈত্ৰেয়ী সোমাই আহিল।

— উস্ কিবোৰ যে খুৱাইছে। লুচী, পোলাও, দৈ, মিঠাই— নাখাওঁ নাখাওঁ লাগি গৈছিল। ভাবিছিলো তোলৈও লৈ আহিম! লাজ লাগিল পায়! তোৰ ভয় লাগিছিল

নেকি? গুৱাহাটীতনো ছাৰে আঠটা কি সময়? ফুট গধূলি যেন হৈ থাকে। ইমান ভয় খালে চলিবি কেনেকৈ! মৈত্ৰেয়ীয়ে তাইক বুজাবলৈ চেষ্টা কৰিছে। নীলাঞ্জনাই বহি থকাৰ পৰা কেটকুট নকৰাত মৈত্ৰেয়ীয়ে নিজেই উঠি গৈ চাউল একাপ চচপেনত বহাই দিলে।

০ ০ ০

নীলাঞ্জনাৰ পঢ়া আৰু নহ'ল। মন বেয়া হৈ গৈছে। বিছনাৰ একাষে তাই বাগৰি দিলে। মৈত্ৰেয়ীও বিছনাত উঠিল। আঠুৱাখন তৰি তাই তুলিৰ চাৰিওফালে গুজি দিলে। কাৰো মুখত শব্দ নাই। নীৰৱতা বৰ ভয়ংকৰ হৈ উঠিল।

— ইমান খং কৰি কিয় আছা?

— নাই। নীলাঞ্জনাই বিশেষ একো ক'বলৈ ইচ্ছা নকৰিলে। তাইৰ চকুত ভাঁহি উঠিল— টকা এশ লৈ চৰম পৰাজিত সৈনিকৰ দৰে চাইকেলখন লৈ ওলাই যোৱা দিবাকৰ ছাৰৰ বিধ্বস্ত ছবিখন।

তাৰ পিছত বহুত দিন দিবাকৰ ছাৰ অহা নাছিল। বোধহয় সংসাৰৰ অভাৱ মিটাবলৈ তেওঁ অন্য কামত ব্যস্ত হৈছিল! বোধহয় তেওঁ ল'ৰাটো বেমাৰৰ পৰা আৰোগ্য লাভ কৰা নাছিল!

বোধহয় সামাজিক লজ্জাবোধৰ বাবে হতাশাত নিমজ্জিত হৈ তেওঁ ঘৰৰ ভিতৰতে সোমাই আছিল! নীলাঞ্জনাৰ মন গৈছিল তাই গৈ দিবাকৰ ছাৰৰ সংসাৰখন, ঘৰখন চাই আহিবগৈ। তাইৰ হিৰোজনৰ বাস্তৱ অৱস্থিতি অনুভৱ কৰি আহিবগৈ। সাজি-কাচি ব্যক্তিত্বশালী হৈ ওলাই অহা দিবাকৰ ছাৰৰ ঘৰত কি কৰুণ পৰিস্থিতি চাই আহিবগৈ। মন গৈছিল তাইৰ! কিন্তু সেই বয়সত সেয়া সম্ভৱ নাছিল। ক্লাছ ছেভেনৰ ছাত্ৰী আছিল তাই। ক্লাছ ছেভেনৰ।

দুমাহতকৈ অধিক সময় দিবাকৰ ছাৰ তাইক গান শিকাবলৈ অহা নাছিল।

দুমাহ পিছত এদিন শনিবাৰে চাইকেল ঠেলি ঠেলি সোমাই আহিছিল তেওঁ।

— বহুত দিনৰ মূৰত যে? তাইৰ মাকে সুধিছিল।

— নক'ব আৰু বাইদেউ, বিভিন্ন ব্যস্ততা। এই আছেনে?

— আছে আহা।

আগৰ দৰেই ফিনফিনিয়া কুৰ্তা, পায়জামা পিন্ধি আহিছিল তেওঁ। ডিভানখনত বহি হাৰমনিয়ামৰ সমুখত বহি তেওঁ হাৰমনিয়ামখন পৰীক্ষা কৰি চাইছিল— ঠিকে আছেনে?

নীলাঞ্জনা আহি সমুখতে বহিছিল তেওঁৰ। কিয় জানো দিবাকৰ ছাৰৰ প্ৰতি তাইৰ আগ্ৰহ কমি গৈছিল। তাইৰ হৃদয়ৰ হৃতস্থান তেওঁ ঘূৰাই নাপালে।

আৰু তাইৰ অৰ্থহীন সেই গোপন অসন্মানে এসময়ত গভীৰ পাপবোধলৈ ৰূপান্তৰিত

হৈছিল। প্ৰায় চাৰি বছৰ পিছত। মেট্ৰিক পৰীক্ষা দি মামাকহঁতৰ ঘৰলৈ গৈছিল নীলাঞ্জনা। দহদিন আছিল মামাকহঁতৰ ঘৰত। হাঁহি-স্ফূৰ্তিৰে পাৰহৈ গৈছিল সেই দহটা দিন। দহদিন পিছত সৰু মামাকে ঘৰত থ'বলৈ আহিছিল তাইক।

— তই শুৱা নাই এতিয়াও? তাইৰ ভাবনাত আউল লগাই মৈত্ৰেয়ীয়ে মাত লগালে।

— আহিব আৰু!

— কি ভাবি আছা?

— একো ভবা নাই।

— তেনেহ'লে শুৱা নাই কিয়?

— এনেয়ে।

— মোৰো টোপনি অহা নাই। কিবা পুৰণি কথাবোৰ মনলৈ আহি আছে। সেই যে বগা ফ্ৰক দুটা আমাক পূজাত দিছিল মামাহঁতে— সেই দুটা পিন্ধিলে যে মানুহে আমাক পৰী পৰী বুলি জোকাইছিল। জোকোৱা বাবে তই যে চোলাটো ব্লেডেৰে কাটি পেলাইছিলি। মনত আছে?

— উম। নীলাঞ্জনাই শলাগিলে।

— মোৰ ফ্ৰকটো এতিয়াও আছে জান। মই থৈ দিছো। পৰী বুলি জোকোৱা বাবে তোৰ খং উঠিলেও মোৰ কিন্তু ভালেই লাগিছিল। মই পৰী হ'ব খুজিছিলো। উৰি ফুৰিব খুজিছিলো। আজিও মই তেনে সপোন এটাকে দেখি আছো। তই কি ভাবি আছা? মৈত্ৰেয়ীয়ে সুধিলে।

— নাই, মই একো ভবা নাই। মোৰ টোপনি লাগিছে।

০ ০ ০

কলেজ যাবলৈ মন নাছিল নীলাঞ্জনাৰ। তথাপি তাই যাবলৈ ওলাল। নহ'লে দেৱলীনাহঁতে অন্য এখন নাটক কৰিব। বাহিৰত প্ৰখৰ ৰ'দ। ফুলাম ছাতিটো মেলি নীলাঞ্জনাই ৰাস্তাত ভৰি দিলে।

কলেজৰ বাহিৰত মানুহৰ ভীৰ। উখল-মাখল। দেৱলীনাহঁত গোটেইজাক ফুটপাথতে থিয় দি আছিল।

নীলাঞ্জনা কাষ চাপি গ'ল সিহঁতৰ।

— আণ্টি, আণ্টি এই নীলাঞ্জনা।

স্লিভলেচ ব্লাউজ আৰু ৰঙচঙীয়া শাৰী পিন্ধি থিয় হৈ থকা তিৰোতা এজনীৰ স'তে নীলাঞ্জনাক চিনাকি কৰাই দিলে কোনোবা এজনীয়ে।

— আমাৰ এইক জিকাব লাগিব দেই তোমালোকে। টকা-পইচাৰ কথা ভাবিব নালাগে। গাড়ী, মটৰ যি ব্যৱহাৰ কৰা কৰিবা। মুঠতে তাই জিকিব লাগে। গোটেই বংশৰে সন্মানৰ কথা হৈ পৰিছে। বংশৰে বহুতে হাঁহিব আমাক তাই হাৰিলে। তিৰোতাজনীয়ে লুক-ঢাক নকৰাকৈ কৈ গৈছে। খুব স্মাৰ্ট দেখুৱালেও তিৰোতাজনীক হোজা যেনহে লাগিল নীলাঞ্জনাৰ।

— ৰশ্মিৰ মা!

তাৰ মানে হেণ্ডিকৰ এই নিৰ্বাচনত মাক-দেউতাক-ভায়েক ককায়েক বংশ সব নামি পৰে— যুদ্ধং দেহি মনোভাৱেৰে! জবাই দেৱলীনাক টানি নিলে একাষলৈ।

— আজি আৰু কেম্পেইনিঙৰ নামত ঘূৰি ফুৰিব নোৱাৰো দেই। আজি ক্লাছ ৰুমত বহি আনৰ কেম্পেইনিঙ চাম!

— এজনী দুজনীকৈ ইয়াৰ পৰা ভাগি থাকিলে হ'ল। মই লাষ্টত ভাগিম। হ'ব?

— বঢ়িয়া!

জবাই মধুৰ কাণে কাণে ক'লে। মধুই শ্ৰাৱণীৰ কাণে কাণে; শ্ৰাৱণীয়ে ক'লে ত্ৰিদিশাক।

আৰু ফুটপাথৰ পৰা এজনী এজনীকৈ কলেজ চৌহদত সোমাই নেদেখা হ'বলৈ ধৰিলে।

এজনী এজনীকৈ গৈ ক্লাছ ৰুমত সোমাই বহি ল'লে একে থুপতে।

— নোৱাৰি দেই!

দেৱলীনা আহি ওলাল— অলপ দেৰিকৈ।

— ৰক্ষা!

— চিনিয়ৰকেইজনীক দেখিলেই লুকাবা দেই।

এনেতে কোনোবা এজনী প্ৰাৰ্থী সোমাই আহিল সদলবলে।

০ ০ ০

নীলাঞ্জনাৰ আমনি লাগিছিল। ভাড়াঘৰলৈ গৈও এনেয়েহে থাকিব লাগিব।

— গৰিমা, মোৰ লগত এঠাইলৈ যাবা নেকি?

— ক'লৈ?

— পাণবজাৰলৈ। দুখনমান কিতাপ কিনিবলগীয়া আছিল।

— যাওঁ ব'লা। ইয়াত থাকি ভাল লগা নাই।

নীলাঞ্জনা আৰু গৰিমা ক্লাছ ৰুমৰ দুৱাৰখন পোৱাৰ লগেলগে দেৱলীনা আৰু মধু দৌৰি আহি নীলাঞ্জনাৰ হাতত থাপ মাৰি ধৰিলে।

— ক'লৈ যোৱা, ক'লৈ যোৱা।

— এনেয়ে অলপ ওলাই যাওঁ।

— যাব নোৱাৰা, যাব নোৱাৰা। আজি দুটাবজাৰ পৰা আমি চিনেমা চাম। উৰ্বশীত। ৰোমাণ্টিক চিনেমা লগাইছে— আদিত্য চোপ্ৰাৰ।

— নাই, মই চিনেমা নাচাওঁ।

— কিন্তু কিয়?

— মোৰ অন্য কাম আছে।

— কি কাম? মধুই সুধিলে।

— আজি সবৰে সব কাম বাদ। আজি কেৱল চিনেমা। একো কথাই নুশুনো। দেৱলীনাই ক'লে।

— মোৰ সঁচাকৈয়ে কাম আছে। জৰুৰী কাম আছে। নীলাঞ্জনা নৰ'ল। তাই ক্লাছ ৰূমৰ বাহিৰ ওলাই আহিল। পিছে পিছে গৰিমা।

— বেয়া পাব নেকি তোমাক? গৰিমাই ক'লে।

পালে পাওক!

নবীন চন্দ্ৰ লাইব্ৰেৰীৰ সমুখতে ৰিক্সা এখন পালে দুয়ো। কটনৰ ৰজনীকান্ত বৰদলৈ হোষ্টেলৰ দেৱালত হোষ্টেলৰ ল'ৰা কেইজনমান বহি আছিল। ৰিক্সাত নীলাঞ্জনাহঁতক দেখি সিহঁতৰ হাল্লা বাঢ়ি গ'ল। সিহঁতে জোকাবলৈ ধৰিলে।

— ইমান জোকায় এই ল'ৰাবোৰে! গৰিমাই স্বগতোক্তি কৰিলে।

— নাচাবা সিহঁতক।

— কটনিয়ান হৈ জোকালে শোভা নাপায় দিয়া।

ৰিক্সা গৈ নেহেৰু পাৰ্কৰ সমুখ পালে।

— এদিন নেহেৰু পাৰ্কত সোমাম দিয়া। নীলাঞ্জনাই ক'লে এইবাৰ।

— ইস্ ইয়াত প্ৰেমিক-প্ৰেমিকাবোৰহে বহে। গৰিমাৰ সলাজ উত্তৰ।

— আমি এনেয়ে সোমায় ঘূৰিম, ফুৰিম।

— প্ৰেম? ঠেৎমৎ খাই গ'ল নীলাঞ্জনা।

— নাই, নাই, মোৰ প্ৰেম চেম নাই। উত্তৰটো দিবলৈ গৈ নীলাঞ্জনা ঘামি গ'ল।

কটন কলেজৰ সমুখত ল'ৰা-ছোৱালীৰ আহ-যাহ। অডিটৰিয়ামৰ চিৰিত বহিও এজাকে আড্ডা জমাইছে।

ৰিক্সাখন গৈ থাকিল।

— মোৰ ক্লাছ নাইনত এবাৰ প্ৰেম হৈছিল! গৰিমাই আকৌ ক'লে।

— এতিয়া হাঁহিয়ে উঠে। ঘৰৰ ওচৰৰে ল'ৰা এজনক ভাল লাগিছিল। বৰ

লাজকুৰীয়া ল'ৰা। চুলিত তেল বেছিকৈ সানে। বহুত জেণ্টল। সিও ওচৰৰে হাইস্কুলত পঢ়িছিল। বাটে ঘাটে স্কুললৈ যাওঁতে তাক দেখা পাওঁৱেই। নেদেখিলে মনটো বেয়া লাগি যায়। সি কিন্তু মোৰ ফালে চাবলৈ সাহসেই নকৰে। মই ঘৰলৈ আহিও তাৰ কথাই ভাবি থাকো। সন্ধিয়া পঢ়িবলৈ গৈও তাৰ কথাই ভাবি থাকো। ৰাতি বিছনাত পৰিও তাৰ কথাই ভাবি থাকো। ইমান আমনি কৰিছিল সি ভাবনাত! ভাবিছিলো পৰীক্ষা-চৰীক্ষা বেয়া হ'ব।

— তাৰ পিছত?

— মোৰ তাৰ স'তে বিয়া হ'বলৈ মন গৈছিল! সংসাৰৰ পৰিকল্পনা কৰিছিলো।

— মোৰো...। নীলাঞ্জনা ৰৈ গ'ল। ৰিক্সাখনো ৰ'ল। ৰিক্সাৱালাজনক তিনি টকা দি নীলাঞ্জনা আৰু গৰিমা কিতাপৰ দোকানৰ ফালে আগুৱাই গ'ল।

শাৰী শাৰী কিতাপৰ দোকানে শুৱনি কৰি আছে পাণবজাৰৰ শ্ৰী চেহেৰা। সৰুৰেপৰা নীলাঞ্জনাৰ কিতাপ পঢ়াৰ চখ। মাকেও তাইক কম প্ৰেৰণা দিয়া নাছিল! আজিও তাইৰ এনে লাগিল যেন গোটেইসোপা কিতাপ উঠাই লৈ যাব!

কিন্তু তাইৰ ইমান টকা নাই। কিবাকৈ প্ৰয়োজনীয় পাঠ্যপুথি দুখন কিনিব পাৰিব!

(৭)

টেবুলৰ ওপৰত নতুনকৈ কিনি অনা কিতাপ দুখন যেন চিৎ হৈহে শুই আছে! এনে লাগিল নীলাঞ্জনাৰ। তাই দুহাতেৰে কিতাপ এখন তুলি ল'লে। কিতাপখন নাকৰ ওচৰত ধৰি দীঘলকৈ গোন্ধ ল'লে তাই। নতুন কিতাপৰ এই গোন্ধটো সুগন্ধি ফুলতকৈও তাই ভাল পায়!

দুয়োখন কিতাপ শুঙি অন্য কিতাপবোৰৰ দৰে তাই আপোন কৰি ল'লে। নতুন কিতাপ অন্যথা নিজৰ নিজৰ যেন নালাগে। অচিনাকি অচিনাকি লাগে।

অপৰাহ্নৰ ৰ'দৰ সেই প্ৰখৰতা এতিয়া আৰু নাই! বিছনাখনতে এৰি দিলে অলস শৰীৰটো তাই।

— তোমাৰ প্ৰেম হৈছে? গৰিমাৰ প্ৰশ্নটো পাক ঘূৰণি খাবলৈ ধৰিলে নীলাঞ্জনাৰ মনত।

প্ৰেম!

প্ৰেম!

দুটা আখৰৰ বাখৰ খটোৱা এটা শব্দ! কি এনে যাদু আছে সেই শব্দৰ— যিয়ে জ্বলাই মাৰে; পুৰি মাৰে। দহি দহি উতলি থকা এটা শব্দৰ নাম প্ৰেম?

অৰুণজ্যোতি। ক'ত আছে সি তাইৰ জীৱনৰ প্ৰথম প্ৰেম পত্ৰৰ লেখক—

অৰুণজ্যোতি। ক্লাছ নাইনত পঢ়া নীলাঞ্জনাৰ কিতাপৰ মাজত সি সুমুৱাই দিছিল চিঠিখন।

ৰাতি পঢ়া টেবুলত লুকাই লুকাই পঢ়িছিল তাই চিঠিখন— এবাৰ নহয় এশবাৰ। শৰীৰ পৰ্যন্ত কঁপি গৈছিল তাইৰ।

অৰুণজ্যোতিক ভাল লাগিছিল। মৰমলগা অৰুণজ্যোতিৰ হাতৰ আখৰবোৰো আছিল ধুনীয়া। চিঠিখনত সি কেবাটাও শ্যায়েৰী লিখি দিছিল— যিবোৰ পঢ়ি তাইৰ মন হৈছিল থৌকি বাথৌ। বুকুৰ মাজত হেঁচি ধৰিছিল চিঠিখন। উশাহবোৰ সঘন হৈছিল। সেই ৰাতি আৰু কিতাপ পঢ়াত তাইৰ মন নবহিল। কেৱল চিঠিখনেই লিৰিকি-বিদাৰি থাকিল।

অৰুণজ্যোতি— ভাল লাগে তোমাক।

বহুত ভাল লাগে। বুজাব নোৱাৰাকৈ ভাল লাগে।

ব'লা, এই অন্ধকাৰ জীৱনৰ পৰা মোক লৈ ব'লা পোহৰ ভৰা প্ৰেমৰ দেশলৈ।

আশ্ৰয় লাগে। মোক আশ্ৰয় লাগে অৰুণজ্যোতি। তোমাৰ হৃদয়ত মোক অকমান ঠাই দিয়া। মোৰ কান্দিবলৈ মন গৈছে।

অলেখ ভাল লগা স্বপ্নই সেই ৰাতি শুবলৈ নিদিলে নীলাঞ্জনাক।

এখন ঘৰ হ'ব তাইৰ— দুটি কণমানি শিশু। উষ্ণ প্ৰেমেৰে কাটি যাব জীৱন!

পাছদিনা স্কুললৈ গৈ তাই অৰুণজ্যোতিকে বিচাৰি ফুৰিছিল আলেঙে-আলেঙে।

তাইৰ মুখামুখি হ'লেই অৰুণজ্যোতি আঁতৰি গৈছিল; ভয়তে। তাৰ মুখ ৰঙা চিঙা পৰি গৈছিল— অপৰাধবোধত। বুজিছিল নীলাঞ্জনাই। সেয়ে এবাৰ তাৰ চকুৱে চকুৱে পৰাত প্ৰশ্ৰয়ৰ হাঁহি এটা মাৰিছিল তাই। সেই হাঁহিটোত বিয়পি আছিল ভালপোৱা। অৰুণজ্যোতিয়েও বুজি পাইছিল।

প্ৰতিদিন স্কুললৈ আহি তাই লগ পাব বিচাৰিছিল অৰুণজ্যোতিক। অৰুণজ্যোতিয়েও যেন লগ পাব বিচাৰিছিল তাইক প্ৰতিদিন। কিন্তু দুয়ো দুয়োকে মাতিব পৰা নাছিল। মাতিম, মাতিম বুলি পৰিকল্পনা যুগুতাইও কাষ পালেই হেৰাই গৈছিল ভাষা। অৰুণজ্যোতিয়ে আৰু এখন চিঠি লিখিছিল তাইলৈ। ৰাতি ৰাতি তায়ো উত্তৰ লিখিছিল। কিন্তু দিবলৈ সাহস কৰা নাছিল।

স্কুল সপ্তাহৰ কোৰাচতো তাৰ ওচৰতে থিয় দি তাই গাইছিল।

— আজি বন্দো কি ছন্দেৰে/সমাগত বিৰাট/নৰ নাৰায়ণ ৰূপ। কিন্তু তাই নোৱাৰিলে তাক মাতিব। সিও নোৱাৰিলে। তথাপি অসহনীয় যেন লাগি অহা জীৱনটোত সি যেন মৰূদ্যান হৈ তাইক দিলে সবুজ আশ্ৰয়। জীৱনটো আকৌ নতুনকৈ ভাল লগা হৈ উঠিল নীলাঞ্জনাৰ। এদিন সমাজ অধ্যয়নৰ সকলো প্ৰশ্নৰ উত্তৰ থকা বহী এটা তাইৰ স্কুল বেগত তাই গম নোপোৱাকৈ সি সুমুৱাই থৈ গ'ল। ঘৰলৈ আহিহে তাই

কথাটো গম পালে। তায়ো ভাবিলে তাক কিবা এটা দিয়াৰ কথা। স্কুলৰ পৰা গৈ ভাত পানী খাই তাই বিজ্ঞানৰ প্ৰশ্নবোৰৰ উত্তৰ লিখাত লাগিল। কিন্তু ৰাতি ভাত খোৱাৰ পৰলৈকে আধাও শেষ নহ'ল। পাছদিনা ৰাতিপুৱাও চেষ্টা কৰিলে। নাই নহ'ল। মনটো তাইৰ বেয়া হৈ গ'ল। স্কুললৈ গ'ল যদিও তাইৰ মনত খেলাই থাকিল— তাক উপহাৰ দিব খোজা বিজ্ঞানৰ প্ৰশ্নৰ উত্তৰ বহীটোৰ কথা। ঘৰলৈ গৈ তাই আকৌ সেই কামতে লাগিল। ৰাতিলৈ তাই উত্তৰ লিখি লিখি বহী এটা ভৰাই পেলালে আৰু সকাহ পোৱাৰ শান্তিময় হুমুনিয়াহ এটা কাঢ়িলে।

পাছদিনা স্কুললৈ তাই লৈ গ'ল বহীটো। চেগ বুজি তায়ো তাৰ বেগত সুমুৱাই দিব বহীটো। কিন্তু ল'ৰা-ছোৱালীৰে ভৰ্তি শ্ৰেণীকোঠাত তাই সুযোগ নাপালে। সাহসো নহ'ল তাইৰ। মনটো সেমেকি গ'ল নীলাঞ্জনাৰ। তাই ভাবিলে পাছদিনা বহীটো যেনে তেনে অৰুণক দিবই। কিন্তু দুৰ্ভাগ্যৰ বাবে তাইৰ 'অসুবিধা' হ'ল আৰু তিনিদিন স্বঘোষিত স্কুল বন্ধ পালন কৰিবলগীয়া হ'ল। চতুৰ্থ দিনাখন তাই পুনৰ স্কুললৈ গ'ল। কিন্তু অৰুণজ্যোতিক তাই নেদেখিলে। তাই তিনিদিন স্কুললৈ নহা বাবে অভিমানত সিও অহা নাই নেকি— ভাবিলে তাই। মনটো বিমৰ্ষ হৈ পৰিল। স্কুল ছুটীৰ পিছত ধীৰ গতিৰে তাই উভতিল ঘৰলৈ। সেই ৰাতিটো তাই বৰ অশান্তিৰে পাৰ কৰিলে।

আজি নিশ্চয় লগ পাব— এনে এক আশাৰে তাই আকৌ স্কুললৈ গ'ল। ভাবিলে তাই আজি যেনে তেনে বহীটো তাক দিবই— লগতে মাত এষাৰো লগাব। কিন্তু সিদিনাও তাই অৰুণজ্যোতিক লগ নাপালে স্কুলত। ঘৰলৈ আহি তাই তালৈ চিঠি এখন লিখিলে। তাই তিনিদিন স্কুললৈ যাব নোৱাৰাৰ বাবে দুখ প্ৰকাশ কৰিলে। লগতে লিখিলে যে তাক নেদেখিলে তাইৰ মনটো ভাল নালাগে। টেবুলত থকা পুৰণি আলোচনী এখনৰ পৰা শ্যায়েৰি এটাও লিখি দিলে। চিঠিখনত পথালিকৈ লিখিলে— 'পাণ দিলো, চুণ দিলো, আৰু দিলো লং, কুকুৰ ঠেঙীয়া আখৰ দেখি নকৰিবা খং।'

বহীটোতো দিবই— চিঠিখনো তাই অৰুণজ্যোতিক দি তাইৰ হৃদয়ৰ অনুভূতিবোৰ জনাই দিব। বৰ অধৈৰ্য হৈ পৰিছে তাই।

এই জীৱনৰ পৰা পলাবলৈ তাইক এজন সংগী লাগে। আশ্ৰয় লাগে। বৰ কষ্টকৰ হৈ পৰিছে তাইৰ এই জীৱন।

তাইক এখন শান্তিৰ সংসাৰ লাগে। সুখময় এটা জীৱন লাগে। জীয়াই থাকিব খোজে তাই। অৰুণজ্যোতি মোৰ হাতত ধৰা তুমি। আবেগ আৰু উছ্বাসৰ ঢৌবোৰত ডুলি ডুলি নীলাঞ্জনা স্কুললৈ গৈছিল সিদিনা।

আজি অৰুণজ্যোতিক মাতি নিজ হাতে দিব তাই বহীটো আৰু চিঠিখন।

প্ৰথম শ্ৰেণীৰ ঘণ্টা বাজিল। অলপ পৰৰ পাছতে শিক্ষক সোমাবহি। নাই,

এতিয়ালৈকে অৰুণজ্যোতি আহি পোৱাহি নাই। তাই বাহিৰলৈ কাতৰতাৰে চাই আছে। সি যেন গেট খুলি সোমাই আহিব।

তাই বাহিৰলৈ চাই থাকোতে— অৰুণজ্যোতিৰ সলনি দেখিলে বিনয় ছাৰহে শ্ৰেণীকোঠা অভিমুখে আহি আছে। বুকুখনত যেন ধমহকৈ কোনোবাই কোব মাৰি দিলে। তাৰমানে আজিও অৰুণজ্যোতি নাহিল। ক্লাছ কৰিবলৈ তাইৰ মন নোহোৱা হৈ গ'ল। অন্য মনস্ক হৈ তাই চাৰিওটা ক্লাছতে বহি থাকিল। কাণেৰে একো নোসোমাল। তাৰ পিছত লেজাৰ হ'ল আধা ঘণ্টাৰ। অন্য দিনা লগৰ ছোৱালীৰ লগত তাই লেজাৰত ওচৰৰে আমলখি জোপাৰ পৰা সৰা আমলখি বুটলিব যায়। আজি কিন্তু বহি থাকিল বেঞ্চখনতে।

বীণা তাইৰ কাষ চাপি আহিল।

— ঐ জান, আমাৰ লগৰ যে অৰুণজ্যোতি....

— অ', কি হ'ল অৰুণজ্যোতিৰ? অধীৰ আগ্ৰহেৰে সুধিলে নীলাঞ্জনাই।

— সি...। বীণাই কথাটো শেষ নকৰোতে অপূৰ্ব আৰু জ্যোতিষ সোমাই আহিল। দৌৰাদৌৰিকৈ।

— ব'ল, ব'ল, সব ঘৰলৈ ব'ল। ওচৰতে আৰ্মি আৰু উগ্ৰপন্থীৰ গুলিয়াগুলি হৈছে। মৰিব লাগিব ইয়াত থাকিলে।

তাৰ কথা শেষ নৌহওতেই ল'ৰা-ছোৱালীবোৰ দৌৰাদৌৰিকৈ নিজৰ নিজৰ ক্লাছ ৰূমলৈ ঢপলিয়াই আহিল। হঠাৎ এটা অশান্তিকৰ পৰিস্থিতিৰ সৃষ্টি হ'ল। শিক্ষকসকলে নিজেই ইমান ভয় খালে যে তেওঁলোকে একো চম্ভালিব নোৱাৰা হ'ল। কোনে কোনফালে দৌৰিলে হিচাপ নোহোৱা হ'ল। বীণাই টানি নীলাঞ্জনাক বাহিৰলৈ উলিয়াই আনিলে।

০ ০ ০

সেই ৰাতি নীলাঞ্জনাৰ টোপনি নাহিল। বীণাই অৰুণজ্যোতিৰ বিষয়ে কি কথা ক'ব খুজিছিল? কি হৈছে অৰুণজ্যোতিৰ। কি হ'ব পাৰে অৰুণজ্যোতিৰ? মাজ ৰাতিলৈকে তাই উজাগৰে অৰুণজ্যোতিৰ কথাকে ভাবি থাকিল।

দেউতাক তাইৰ বিছনালৈ উঠি নহা হ'লে তাই চাগে অৰুণজ্যোতিক বিচাৰি ৰাস্তালৈ ওলাই গ'লহেঁতেন!

# তৃতীয় অধ্যায়

## (১)

কেমেষ্ট্ৰি বিল্ডিঙৰ কোঠা এটাত ভোটিঙ বুথ।

মৈত্ৰেয়ীয়ে ক'লে —যা, যা, একো নহয়। প্ৰথম বছৰ সব আও ভাও লৈ ল। নীলাঞ্জনাই ৰুমতে থাকি দিনটো কিতাপ পঢ়াৰ পৰিকল্পনা কৰিছিল। মৈত্ৰেয়ীয়ে জোৰ দিয়াত তাই যাবলৈ ওলাল। গা-পা ধুই ভাত খোৱালৈকে চাৰে দহ বাজি গ'ল।

লতাশিলৰ পৰা খোজকাঢ়ি তাই কলেজ অভিমুখে যাবলৈ ধৰিলে।

দীঘলীৰ পূব কোণৰ পৰাই উখল-মাখল পৰিবেশ এটা তাই লক্ষ্য কৰিলে। হাঁহি ধেমালিৰে কিছুমানে— কিছুমানে ব্যস্ততাৰে আগবাঢ়িছে কলেজ অভিমুখে।

তেনে হাঁহি-মুখৰ কেইজনীমানৰ পিছে পিছে নীলাঞ্জনা কলেজলৈ আগবাঢ়িল।

কলেজৰ সমুখত যেন জনসভাৰহে আয়োজন চলিছে। গাড়ী মটৰ মানুহৰ ভীৰ। সমুখৰ দুয়োটা ফুটপাথতে মানুহৰ সমাগম। হেণ্ডিকৰ সমুখৰ ৰাস্তাটো ভি আই পি পথ বুলি কোৱা হয়। আজি কিন্তু ভি আই পি পথত অন্যদিনাৰ দৰে স্বাভাৱিক গতিত যাব পৰা নাই গাড়ী মটৰ।

নীলাঞ্জনা কলেজৰ সমুখ পালে।

আজি কলেজত মেখেলা চাদৰ পিন্ধা ছোৱালীৰ সংখ্যা চকুত পৰা বিধৰ। কলেজ গেটৰ পৰা ভিতৰলৈ দীঘলীয়া দুটা শাৰী। শাৰী দুটাৰ মাজেদি এটা পথ। সেই পথেদি ছোৱালীবোৰ ভিতৰলৈ গৈ আছে। দুটা শাৰীৰ মাজৰ শাৰীটোত থিয় দিলে নীলাঞ্জনা।

সৰীসৃপৰ দৰে ছোৱালীৰ শাৰীটো ধীৰে ধীৰে ভিতৰলৈ আগবাঢ়িল। সোঁতত পৰা মানুহৰ দৰে স্বয়ংক্ৰিয় যেন হৈ তায়ো গৈ থাকিল।

প্ৰাৰ্থীবোৰে ডিঙিত গামোচা আৰু হাতত শৰাই লৈ থিয় দি আছে। মুখত মোলায়েম স্মিত হাঁহি। লগত থকা সমৰ্থকসকলে কাৰ্ড বিলাইছে। প্ৰাৰ্থীবোৰে আগবঢ়াই দিছে চফ ভৰ্তি শৰাইখন।

— চাবা দেই।

— ভোট কিন্তু দিবই লাগিব।

নীলাঞ্জনা গৈ থাকিল। তাইৰ হাতত কাৰ্ড ভৰ্তি হৈ গ'ল। ভোটটো দি নীলাঞ্জনাই বাকীবোৰক দেখে নেকি চালে। কিন্তু কাকোৱেই চকুত নপৰিল। ক'ৰবাত জমাই আছে চাগে!

নীলাঞ্জনা ভীৰ ঠেলি ঠেলি পুনৰ ৰাস্তালৈ ওলাই আহিল। কলেজলৈ অহাটোৱে তাইৰ অৰ্থহীন যেন লাগিল। এতিয়া ভাড়াৰুমলৈ যাবলৈও তাইৰ মন নগ'ল। কিন্তু

যাব ক'লৈ?

তাই হাইকোৰ্টৰ ওচৰেৰে কাছাৰী ঘাটৰ ফালে খোজ দিলে। জজফিল্ড পাৰ হৈ তাই ডিচি অফিচৰ কাষেৰে ব্ৰহ্মপুত্ৰৰ পাৰ পালে। অদূৰত পানীৰ মাজত উমানন্দ। পৃথিৱীৰ আটাইতকৈ ক্ষুদ্ৰ নদীদ্বীপ। ভুটভুটি দুখনমানে শব্দ কৰি অহা-যোৱা কৰি আছে। মাছমৰীয়া নাওকেইখনমানে ব্ৰহ্মপুত্ৰৰ সৌন্দৰ্য দুগুণ বঢ়াই তুলিছে। সিপাৰে ধূসৰ ধূসৰ পাহাৰৰ শাৰী।

নীলাঞ্জনাই নদীৰ গড়াত থিয় দিলে। পানী কমিছে ব্ৰহ্মপুত্ৰৰ। বালিচৰ পৰিবলৈ আৰম্ভ কৰিছে। একে ধ্যানে নদীৰ বুকুলৈ চাই থাকিল তাই। ফিৰফিৰিয়া বতাহ এজাক তাইক চুবলৈ আহিল। পানীৰ ওপৰত চৰাই এজাক উৰি আছে। লাহে লাহে নিজৰ মাজতে হেৰাবলৈ আৰম্ভ কৰিলে নীলাঞ্জনা। এনে লাগিল যেন তাই ধীৰে ধীৰে পানীত ডুবি গৈ আছে। পানীৰ ঢৌবোৰে যেন তাইক গিলি নিছে। তাই শীতলতাৰ মাজেৰে গৈ থাকিল তললৈ। পৰম প্ৰশান্তিৰে তাইৰ দেহ মন ভৰি পৰিল। অসহ্যকৰ গুৱাহাটী মহানগৰখন ক'ৰবাত হেৰাই গ'ল। যিখন মহানগৰৰ উপস্থিতি তাই চকু পাৰি দেখিব নোৱাৰে। দ্য ডাৰ্টি চিটি। তাই বিচাৰে সেউজীয়া গছবোৰ— অৰণ্যৰ্ত ডুবি থকা পাহাৰ— নীলা নীলা ভৰা নদী— চৰাইৰ কাকলি— হালি জালি থকা ফুলবোৰ— সবুজ ঘাঁহনি। গুৱাহাটীত সকলো আছিল। অথচ মানুহৰ সীমাহীন অত্যাচাৰত সেউজীয়া গছবোৰৰ সংখ্যা টুটি আহিছে। মানুহৰ বাসনাত গুৱাহাটী ঘেৰি থকা পাহাৰবোৰ ধৰ্ষিতা হ'ল। পাহাৰৰ বুকুত ঘা কৰি মানুহে ঘৰ বান্ধি পাহাৰবোৰ আধামৰা কৰিলে। ইমান বিশাল ব্ৰহ্মপুত্ৰ শুকাই তৰাং হ'ল। লেতেৰা হ'ল। নৰ্দমাৰ পৰা সঘনে ওলাই অহা দুৰ্গন্ধময় বোকা পানীয়ে সেউজ ঘাঁহনিৰ উজ্জ্বলতা নাইকিয়া কৰি পেলালে।

অসমৰ সৰু সৰু চহৰবোৰ বহুত ভাল। বাসপোযোগী অসমৰ গাঁওবোৰ অসমৰ আত্মা! গুৱাহাটীত ভেম আছে; আভিজাত্য আছে। কবিতা নাই। প্ৰাণ চঞ্চলতা নাই। ৰং নাই।

নিজৰ স'তে কথা পাতি পাতি আপোন পাহৰা হ'ল নীলাঞ্জনা। এনেদৰে কিমান সময় গ'ল তাই গমেই নাপালে। ভুট ভুট ভুট শব্দ কৰি কাষ চাপি অহা ফেৰীখনে তাইক সৌঁৱৰাই দিলে বাস্তৱক। তাইৰ যেন সম্বিৎ ঘূৰি আহিল। তাই পাছফালে ঘূৰি চালে। চিটি বাছবোৰ ষ্টপত বৈ আছে লানি পাতি।

উভতি আহিল নীলাঞ্জনা জলকন্যাৰ পৰা আকৌ তেজ মঙহৰ এগৰাকী নাৰী হৈ।

০ ০ ০

কাছাৰীঘাটৰ পৰা তাই খোজকাঢ়িলে। ব্ৰহ্মপুত্ৰ অশোকা আৰু হাইকোৰ্ট পাৰ হৈ গণেশ মন্দিৰটোৰ সমুখত তাই ৰ'ল এখন্তেক। মূৰ দোৱালে— প্ৰভু অনন্ত শক্তি দিয়া, সাহস দিয়া আৰু বিপদ নাশ কৰা। ভগৱানক তাই সদায় এই তিনিটা বস্তুৱে খোজে। লতাশিল খেলপথাৰত ল'ৰাবোৰে ক্ৰিকেট খেলি আছে। তাইৰ মনত পৰিল অৰুণজ্যোতিৰ কথা। অৰুণজ্যোতিয়েও স্কুলৰ লেজাৰৰ সময়ত এনেদৰে ক্ৰিকেট খেলিছিল। তাইক দেখুৱাইয়ে যেন সি জোৰেৰে বলবোৰ কোবাবলৈ চেষ্টা কৰিছিল। কাৰণ তাই সেইসময়ত খিৰিকি মুখত বৈ খেল পথাৰৰ ফালে নিবিষ্ট মনে চাই আছিল। কিন্তু তেনেদৰে জধে-মধে খেলিবলৈ গৈ প্ৰায়েই অৰুণজ্যোতি আউট হৈছিল। খঙতে সি বেট পাটেৰে মাটিত কোবাইছিল।

আছে, তাইৰ ট্ৰাংকৰ এচুকত এতিয়াও তাক দিবলৈ থাকি যোৱা চিঠিখন আছে।

তাই লতাশিল খেলপথাৰৰ কম বয়সীয়া খেলুৱৈবোৰৰ মুখবোৰ চিনিবলৈ চেষ্টা কৰিলে। আছে নেকি ক'ৰবাত অৰুণজ্যোতি! হয় নেকি তাৰ মাজৰ কোনোবাজন অৰুণজ্যোতি!

০ ০ ০

কলেজ নিৰ্বাচনৰ প্ৰতি তাইৰ কোনো আগ্ৰহ নাই। কিন্তু দুদিন পিছত কলেজলৈ আহি তাই গম পালে যে মনে মনে তাই যাক সমৰ্থন কৰিছিল— প্ৰায়কেইজনী হাৰিছে।

মনটো ভাল নালাগিল নীলাঞ্জনাৰ।

ক্লাছ ৰুমত সোমাই তাই মণিকাক দেখিলে। বাকীকেইজনী উৰি ফুৰিছে। তাতে আজি আৰু ক্লাছ হোৱাৰ কোনো সম্ভাৱনা নাই।

মণিকাই তাইলৈ চাই হাঁহিলে।

— ভোট দিবলৈ আহিছিলানে? মণিকাই সুধিলে।

— অ'। তুমি?

— নাই, মই নাহিলো। কিনো হ'ব এই ভোট চোট দি!

— ফিলছফীৰ নোটছ বনালা?

— অলপ বাকী আছে। আমাৰ ঘৰৰ মালিকে কি কয় জানা? মাথা নোহোৱা ছোৱালীবোৰেহে হেনো কলেজত ফিলছফী আৰু এডুকেচন লয়। ল'ৰাই ফিলছফী আৰু এডুকেচন পঢ়াটো বোলে অতি লজ্জাজনক আৰু যি দুই এজনী মেধা থকা ছোৱালীয়ে গুৰুত্ব দি ফিলছফী পঢ়ে তাইৰ হেনো সংসাৰ কোনোদিনে সুখৰ নহয়।

চল্লিছত ভৰি নিদিওঁতেই হেনো তেনে ছোৱালীৰ চুলি পকে।

মণিকাই ক'লে।

— কথাটোচোন ভয় লগা। নীলাঞ্জনাই এনেয়ে ক'লে।

— মোৰ বিৰাট খং উঠিছিল কথাটো শুনি। তাৰ জীয়েকে ছায়েন্সত পঢ়ে বাবে আৰ্টছ পঢ়াবোৰক গুৰুত্বই দিব নোখোজে।

— ছায়েন্স য'ত বৈ যায় তাৰ পৰাই ফিলছফীয়ে যাত্ৰা আৰম্ভ কৰে বুলি তেওঁক কৈ দিবা।

— বা'ৰ খবৰ কেনে?

— ভালেই।

— আজি তুমি মোৰ তালৈ যাবা নেকি? মণিকাই সুধিলে।

— আজি যোৱাটো নহ'ব। বেলেগ এদিন যাম— বেয়া নাপাবা।

— তোমাৰ বান্ধৱীসকল আজি নাই?

— মোৰ বান্ধৱী মানে? তুমিওতো বান্ধৱী। নীলাঞ্জনাই বুজিও নুবুজা যেন হৈ ক'লে।

— নহয়, এনি টাইম যে তোমাৰ লগত থাকে, ফাৰ্ষ্ট আৰু ছেকেণ্ড বেঞ্চত...

— অ' দেৱলীনাহঁতৰ কথা কৈছা? আজি দেখা নাই চোন। মণিকাই চাগে ভাবিছে দেৱলীনা, মধুহঁতক নাপায়হে তাইৰ সতে আড্ডা মাৰিছে! নীলাঞ্জনাৰ বেয়া লাগিল।

— সিহঁতৰ লগত মোৰ সকলো কথা নিমিলে!

— হয় দিয়া, ইমান চিএৰ-বাখৰ কৰি থাকে। বৰ টাউনৰ ভাব দিয়ে। অ' তোমালোকৰ ঘৰত টিভি আছে?

— অ' আছে!

— আমাৰো এটা টিভি কিনিছে যোৱা সপ্তাহত। ৰঙা ৰঙৰ পৰ্টেবল টিভি। আগতে পঢ়া-শুনা বেয়া হ'ব বুলি দেউতাই কিনি দিয়া নাছিল। মোৰ ঘৰলৈ যাবলৈ বৰকৈ মন গৈ আছে। কলেজ উইকৰ বন্ধত ঘৰত গৈ খুব টিভি চাম। ছিৰিয়েলবোৰ চাম।

মণিকাৰ সৰলতাখিনিয়ে নীলাঞ্জনাৰ মন ভৰাই তুলিলে। ইমান সৰলতা নীলাঞ্জনাৰ নাই। তাইৰ মন জটিল। মনন জটিল। সকলো কথাই তাই কৈ দিব নোৱাৰে। কৈ সৰু হ'ব নোৱাৰে। যি আছে— আছে। যি নাই— নাই। বচ।

নীলাঞ্জনাৰ চকুত ভাহি উঠে মাকৰ ছবিখন।

নীলাঞ্জনাৰ চকুত ভাহি উঠে দেউতাকৰ ছবিখন।

তাইৰচোন একোকে ভাল নালাগে। ভাল নলগাবোৰ বাঢ়ি বাঢ়ি গৈ আছে তাইৰ।

০ ০ ০

হাঁহি খিকিন্দালি কৰি সোমাই অহা দেৱলীনাহঁত মণিকাৰ সতে নীলাঞ্জনাক কথা পাতি বহি থকা দেখি স্তব্ধ হৈ গ'ল। কথাটো গাত লাগিল মণিকাৰ।

— হে ইই নীলা। কি ছোৱালী তুমি ভাই। আজি তিনিদিন একো খবৰ নাই। আহা আহা।

— যোৱা। মণিকাই দুখ মনে ক'লে নীলাঞ্জনাক। উঠি অহা খং আৰু বিৰক্তিখিনি লুকুৱাই নীলাঞ্জনা দেৱলীনাহঁতৰ ওচৰ পালে।

— কি? আকৌ তিনিদিনীয়া ছোৱালীৰ বেমাৰে লগ দিলে নেকি?

— ইমান সঘনে তিনিদিনীয়া বেমাৰ হয়নে তোমাৰ? শ্ৰাৱণীৰ কটাক্ষ।

— মোৰ ভাল লগা নাই। নীলাঞ্জনাই গহীনাই ক'লে। কথাটো বুজি পালে দেৱলীনাই।

— অ'কে অ'কে— ষ্টপ। আমি ভোট দিয়া কেণ্ডিডেট জিকিছে। গতিকে কলেজ আমাৰ।

এইবাৰ আটাইকেইজনীয়ে কিৰিলি পাৰি উঠিল। পাছফালে বহি থকা মণিকাক চাবলৈ নীলাঞ্জনাৰ সাহস নহ'ল।

(২)

— এটা ৰেডিঅ' কিনিম দে পইচা পালে এইবাৰ।

নীলাঞ্জনাই একো নামাতিলে।

— গানবোৰ শুনি থাকিলে মনবোৰো ভালে থাকিব।

মোৰ ঘোষণাবোৰ তইতো শুনাই নাই— কেনে কৰো।

ৰেডিঅ'টো থাকিলে শুনিব পাৰিবি!

নীলাঞ্জনাই ফিলছফীৰ কনচেপ্ত এটা বুজিবলৈ চেষ্টা কৰি আছিল। মৈত্ৰেয়ীৰ কথাখিনি তাইৰ অদৰকাৰী কথা যেন লাগিল।

— তই একো নক'লি দেখোন!

— মই পঢ়ি আছো দেখা নাই নেকি?

— অ' আই ইমান খং নে?

নীলাঞ্জনাই পঢ়াৰ পৰা তাইলৈ পেন্দোৱাকৈ চালে। মৈত্ৰেয়ীয়ে আগ্ৰহেৰে তাইলৈ চাই আছে।

— জান, ৰেডিঅ' চেণ্টাৰত দুহাজাৰ টকাৰ চেক এখন পাম; টিউচনতো পাম। তোক কি কি লাগে ক'বি।

তথাপি নীলাঞ্জনাই একো নামাতিলে। মৈত্ৰেয়ীৰ কষ্টখিনি তাই বুজি পায়। তাইলৈ দুখো নলগা নহয়। কিন্তু কিবা এটা অভিমানে নীলাঞ্জনাক তাইৰ ওচৰত সহজ হ'বলৈ দিয়া নাই।

নীলাঞ্জনাই পঢ়িবলৈ ধৰিলে। দুৰ্দশাবোৰ কেনেদৰে আহে জীৱনলৈ ক'ব নোৱাৰি। দুদৰ্শাবোৰে জীৱনৰ ৰংবোৰ কেনেদৰে মচি পেলায় পলকতে মানুহে ধৰিবই নোৱাৰে। দুৰ্দশাই আগজাননী নিদিয়াকৈ আহে। দুৰ্দশাৰ খোজৰ শব্দ নহয়। কোনে জানো কৈছিল— এযোৰ জোতা নোহোৱা বাবে পৃথিৱীৰ আটাইতকৈ দুৰ্ভগীয়া মানুহ যেন লাগিছিল মোৰ নিজকে। কিন্তু এদিন ৰাস্তাৰে গৈ থাকোতে দুয়োখন ভৰি দুৰ্ঘটনাত হেৰুওৱা মানুহজনক দেখি মোৰ জোতা নোহোৱাৰ দুখ চিৰদিনলৈ নাইকিয়া হৈ গ'ল। এই দুটা বাক্যই তাইক প্ৰেৰণা দিয়ে।

দিবাকৰ ছাৰ? কম দুৰ্ভগীয়ানে তেওঁ?

সৰু মামাকে ঘৰ্ত্যু থবলৈ অহাৰ দিনাই মাকে বাৰান্দাতে কৈছিল নীলাঞ্জনাক— তই গম নাপাব নহয়, দিবাকৰ ছাৰ ঢুকাইছে।

কি!

যেন বজ্ৰপাতহে পৰিছিল তাইৰ মূৰত। দিবাকৰ ছাৰ ঢুকাইছে! দিবাকৰ ছাৰ ঢুকাইছে। স্তব্ধ হৈ বাৰান্দাতে বৈ দিছিল তাই।

— মানুহজনৰ বহুদিনৰে পৰা পেটত আলচাৰ হৈ আছিল। চিকিৎসা কৰা নাছিল। অভাৱো আছিল নহয়। গান শিকাই ঘৰেই চলাব নে চিকিৎসাই কৰাব। হাত ভৰি জঠৰ হৈ পৰিছিল নীলাঞ্জনাৰ। কোনোমতে ৰূমত সোমাই বিছনাত ঢাচ কৰি পৰি উচুপি উচুপি কান্দিছিল তাই। গোটেই দুপৰীয়াটো যেন তাইৰ চকুৰ পানীৰে তিতি গৈছিল।

মাকে কৈছিল— হ'ব দে আৰু কিমান কান্দ। মানুহ মৰেই। তেওঁৰ আত্মাৰ শান্তিৰ বাবে সন্ধিয়া প্ৰাৰ্থনা কৰিবি।

এক প্ৰচণ্ড অপৰাধবোধত মন মগজু বিদীৰ্ণ হৈ গৈছিল নীলাঞ্জনাৰ।

দিবাকৰ ছাৰ তাৰমানে কোনোদিনেই আৰু গান শিকাবলৈ নাহে?

চাইকেল ঠেলি ঠেলি জপনা খুলি মিঠা হাঁহিৰে চোতালত থিয় হোৱা দিবাকৰ ছাৰক তাৰমানে কোনোদিনে আৰু দেখিবলৈ পোৱা নাযাব?

মৃত্যু? তোমাৰ অত অহংকাৰ। মৃত্যু— তুমি ইমান বিচাৰহীন, বিবেচনাহীন।

অপৰাধবোধ— সেই অপৰাধবোধৰ পৰা আজিও মুক্ত হোৱা নাই নীলাঞ্জনা।

কিয় তাই দিবাকৰ ছাৰক অৱহেলা কৰিছিল। কিয় তাই ভিতৰি অসন্মান কৰিছিল। কিয় তেওঁৰ অভাৱক তাইৰ মনে উপলুঙা কৰিছিল। গানৰ বাবে সৰ্বস্ব ত্যাগ কৰা মানুহজনক কিয় তাই তুলনা কৰিব খুজিছিল হিন্দী বোলছবিৰ চেলিব্ৰেটি ছিঙ্গাৰৰ লগত। য'ত পদে পদে হাৰি দিবাকৰ ছাৰ তাইৰ দৃষ্টিত এটা বিন্দুত মাত্ৰ পৰিণত হৈছিল।

সেই বিন্দুতেই যে সিন্ধু আছিল তাই উমান পোৱা নাছিল কিয়? ধিক্কাৰ উপজিল নিজৰ ওপৰতে নীলাঞ্জনাৰ।

দিবাকৰ ছাৰ আকৌ আহক— তাইৰ সমুখত হাৰমনিয়াম লৈ বহক— পৰম আকুতিৰে তাই বিচাৰে। কিন্তু যেতিয়া বাস্তৱে কয়— সেয়া সম্ভৱ নহয়— তাইৰ হুৰাওৰাৱে কান্দিবলৈ মন যায়।

মোক ক্ষমা কৰি দিয়ক দিবাকৰ ছাৰ। য'তে আছে তাৰ পৰাই, মোক ক্ষমা কৰি দিয়ক।

দুটোপাল চকুলোৱে ফিলছফীৰ কিতাপখনৰ পাতত দুটা যেন পুখুৰীৰ হে সৃষ্টি কৰিলে।

০ ০ ০

কলেজ গৈ পাওঁতে নীলাঞ্জনাৰ অলপ দেৰি হ'ল। ইতিমধ্যে ক্লাছত ফিলছফীৰ মধুচন্দা বাইদেউ সোমাই ৰ'ল কল কৰি আছিল।

— মে, আই কাম ইন মেম?

— অ' তুমি! আহা আহা।

নীলাঞ্জনা চিধাই পাছফালে গ'ল। গৰিমাই কুচিমুচি তাইক বহিবলৈ ঠাই এৰি দিলে।

— এতিয়া পৰা আৰু কলেজৰ ক্লাছ পাতি ভালদৰে নহ'ব। নতুন ইউনিয়নে শপত লোৱাৰ পিছত কলেজ উইক আৰম্ভ হ'ব। কলেজ উইকৰ পিছত পৰীক্ষা। কলেজ উইকক আৰু আমাৰ ছোৱালীবোৰে বন্ধৰ দিন হিচাপে পালন কৰে। সেইটো কৰা উচিত নহয়। কলেজ উইক হৈছে তোমালোকৰ প্ৰতিভা বিকাশৰ মঞ্চ আৰু মাধ্যম। মানুহৰ জীৱনত কেৱল পঢ়া-শুনাই শেষ কথা নহয়। জীৱনটো মধুময় কৰিবলৈ হ'লে মানুহক কিছুমান নিচা লাগে। যেন— সাহিত্য চৰ্চা, সংগীত চৰ্চা, অভিনয়, খেল-ধেমালিৰ নিচা। আমাৰ কলেজৰ বহু ছাত্ৰী অসমৰ ভাল লেখিকা হৈছে, গায়িকা হৈছে, অভিনেত্ৰী হৈছে, খেলুৱৈ হৈছে। তেনেদৰেই তেওঁলোকে প্ৰতিষ্ঠা লাভো কৰিছে। তোমালোকৰো নিশ্চয় প্ৰতিভা আছে। সেই

প্ৰতিভা প্ৰদৰ্শনৰ সুযোগ দিব কলেজ উইকে।

তোমালোকে চালভাদ'ৰ ডালিৰ নাম শুনিছানে? কি আছিল তেওঁ? জানানে কোনোবাই? তুমি?

শ্ৰাৱণী থিয় হ'ল।

— চালভাদ'ৰ ডালি কোন?

— মেম, মেম ইংৰাজী চিনেমাৰ হিৰো নেকি? মূৰ খজুৱাই খজুৱাই উত্তৰ দিলে শ্ৰাৱণীয়ে।

— কোনোবাই জানানে?

ক্লাছৰ সকলো তলমূৰ।

— নীলাঞ্জনা ক'ত?

— চালভাদ'ৰ ডালি কোন জানানে?

— চালভাদ'ৰ ডালি এজন চিত্ৰশিল্পী আছিল।

— বহা। চালভাদ'ৰ ডালিৰ প্ৰসংগ অনাৰ কাৰণ দুটা।

— চালভাদ'ৰ পৃথিৱীৰ অন্যতম শ্ৰেষ্ঠ চিত্ৰশিল্পী। তেওঁৰ নামত পৃথিৱীত মিউজিয়াম আছে। ছাত্ৰ হিচাপে ডালি খুব মেধাৱী নাছিল। কিন্তু প্ৰতিভাশালী আছিল। এক কথাত জিনিয়াচ। পৰীক্ষাৰ ৰিজাল্টেৰে জিনিয়াচ চিনিব নোৱাৰি। তোমালোকৰ মাজতো তেনে প্ৰতিভা থকাটো সহজ কথা। কিন্তু তাক চিনি উলিয়াব লাগিব কোনোবাই। আৰু চিনি উলিয়াবলৈ হ'লে তেওঁ কিছুমান কাম কৰি চকুত পৰিব লাগিব। তাৰ বাবে কলেজ উইক হ'ল এটা পন্থা। আনহাতে কেৰিয়াৰ বুলি ক'লে আমাৰ মানুহে ডাক্তৰ, ইঞ্জিনীয়াৰ, প্ৰফেচাৰকে বুজে। কিন্তু চিত্ৰ, সংগীত, সাহিত্য, খেল ধেমালিও যে সন্মানীয় পেছা হ'ব পাৰে আমাৰ মানুহে নুবুজে। পৃথিৱীখন জয় কৰিবলৈ তুমি আমেৰিকা বা দিল্লীত থাকিব নালাগে। কথাখিনি মনত ৰাখিবা। দ্বিতীয় কথাটো হ'ল— জীৱনটো কি বুজিবলৈ অধ্যয়নৰ বিকল্প নাই। গ্ৰন্থ পঢ়িলেহে তুমি কি, তোমাৰ অন্তপ্ৰাণ কি বুজিব পাৰিবা। ধৰা ডালিৰ কথা কৈছো। তোমালোকে বুজিছা ডালি এজন মহান চিত্ৰকৰ— যাৰ ছবি বুজিবলৈ তুমি মেথমেটিক্‌চ জিওমাট্ৰি জানিব লাগিব। আৰু জানিব লাগিব ফিলছফী। যেনে ডাডা আন্দোলন জানিব লাগিব। চ্যুৰীয়েলিজম বা অধিবাস্তৱবাদ জানিব লাগিব। অৰ্থাৎ সাহিত্য, চিত্ৰকলা, দৰ্শন, বিজ্ঞান কোনো কাৰো পৰা বিচ্ছিন্ন নহয়। সকলো একেটা যোগসূত্ৰতে গথা।

মধুচন্দা বাইদেৱে কিবা এটা পঢ়ুৱাবলৈ গৈ সদায়ে 'বাহিৰা' কথা কয়। কৰ্চৰ পৰা আঁতৰি যায়। বেছিভাগ ছাত্ৰীয়ে ব'ৰ পায়। তেনে ছাত্ৰীবোৰে পৰীক্ষাৰ বাবে

নোট্‌ছ আশা কৰে। জ্ঞান আশা নকৰে। নীলাঞ্জনাৰ কিন্তু ভালেই লাগে মধুচন্দা বাইদেউক।

০ ০ ০

ত্ৰিদিশা, জবা, মধু, শ্ৰাৱণী, দেৱলীনা প্ৰথম বেঞ্চৰ পৰা উঠি আহি নীলাঞ্জনাৰ কাষ পালে।

— আমি এখন নাটক কৰিম দেই।

— নীলা, তুমিও এক্টিং কৰিব লাগিব।

— মই অভিনয় নাজানো। নীলাঞ্জনাই ক'লে।

— আমি জানো নেকি কিবা! কলেজ উইকত কৰিলেহে আমাৰ প্ৰতিভা আছেনে নাই অন্যই গম পাব। কিজানি চিনেমা তিনেমাত চান্স পাওঁৱেই!

— তুমি কবিতা আবৃত্তি আৰু লিটেৰেৰি কম্পিটিশ্যন কৰিবানে?

— মই ইমান নাজানো অ'।

— ইচ্‌ ইমান ধুনীয়া ৰিচাইটেচন কৰা, কবিতা লিখা তুমিতো প্ৰাইজ পাবাই। ডিবেটিঙতো পাবা। নীলাঞ্জনাৰ নিজৰ ওপৰত যিমান কনফিডেন্স নাই— তাইৰ বান্ধৱীবোৰৰ আকৌ তাইৰ ওপৰত প্ৰত্যাশা অধিক। নীলাঞ্জনাৰ নিজৰ ওপৰত পুতৌ ওপজে তেতিয়া।

০ ০ ০

ভাড়াঘৰলৈ গৈ নীলাঞ্জনাই ভাবিলে— তাই কলেজ উইকত যোগদান কৰিবনে? কৰিনো কি লাভ হ'ব? তাই আবৃত্তিত প্ৰথম হ'ল— লাভ কি হ'ব? তাই কবিতা লিখাত প্ৰথম হ'ল— লাভ কি হ'ব? সকলো অৰ্থহীন তাইৰ বাবে। কিন্তু কলেজ উইকৰ প্ৰথম দিনাখন তাই যাব।

মধুচন্দা বাইদেউৰ কথা ৰাখিবলৈ তাই কলেজ উইকৰ প্ৰথম দিনাখন যাব।

কলেজৰ ক্লাছ ৰুমবোৰত গান বাজানাৰ ৰিহাৰ্চেল চলিছে। কোৰাচৰ ৰিহাৰ্চেল চলিছে। নাটকৰ ৰিহাৰ্চেল চলিছে। কোনোবাই প্ৰাচীৰ পত্ৰিকাৰ কাম কৰিছে।

ব্যস্ততাই ব্যস্ততা।

এইবোৰৰ মাজত নিজকে অকলশৰীয়া যেন লাগিল নীলাঞ্জনাৰ। নিজকে অপাংক্তেয় যেন লাগিল। উদাসীন উদাসীন লাগিল। এই ব্যস্ততাৰ মাজত তাইৰ যেন কোনো গুৰুত্ব নাই।

ক্লাছ হোৱাৰ কোনো সম্ভাৱনা নাই।

কিন্তু দেৱলীনাহঁতক লগ পালে নিস্তাৰ নহ'ব। নাটকৰ কথা ক'ব। আবৃত্তিৰ কথা ক'ব। সিহঁত জাকক লগ পোৱাৰ আগতে কলেজৰ পৰা যোৱাটোৱে ভাল হ'ব। তাই কলেজ গেটলৈ ওলাই আহিল। গেট পোৱাৰ লগে লগে তাইৰ কাণত পৰিল কোনো পুৰুষৰ কণ্ঠত— জয় আলোকময় কোটি বিশ্ব ব্যাপক হে মহামনাধি...

কোন? কোন হ'ব পাৰে?

দিবাকৰ ছাৰ? একেই কণ্ঠ।

তাই বেগাবেগিকৈ ৰিহাৰ্চেল চলি থকা কোঠাটোৰ ফালে উভতি গ'ল। খিৰিকী এখন খোলা আছিল। তাই জুমি চালে। ভিতৰত তিনিজনীমান ছোৱালী। দুজনী বেঞ্চ এখনত বহি আছে। এজনী হাৰমনিয়ামৰ সমুখত থিয় দি আছে। দুজন পুৰুষো আছে। এজন তবলাৰ সমুখত থিয় দি আছে। আনজনে ডেস্কত বহি ছোৱালীজনীক তাল মানৰ কথা কৈ আছে।

তাই কিছুপৰ খিৰিকী মুখত থিয় হৈ থাকিল। উমহু, দিবাকৰ ছাৰ নহয়। দিবাকৰ ছাৰ হাৰমনিয়ামৰ সমুখত বহিলে কোনো প্ৰাচীন উপাখ্যানৰ গহীন পুৰুষ যেন লাগিছিল। এই দুজন চেঙেলীয়াৰ কিন্তু সেই গাম্ভীৰ্য নাই। ছোৱালী তিনিজনীৰ মন আকৰ্ষণৰ প্ৰচেষ্টাত ব্ৰতী দুয়োজন পুৰুষ!

ধীৰে ধীৰে নীলাঞ্জনাই কলেজ গেট পাৰ হৈ ভৰি থলে ফুটপাথত।

০ ০ ০

নাযায় দিন ৰাতিবোৰ।

জীয়াই থকাৰ জানো কিবা অৰ্থ আছে এনেদৰে? চৰাই হোৱা হ'লেই কিজানি তাই সুখী হ'লহেঁতেন। এখন নদী হোৱা হ'লেও তাই হ'লহেঁতেন সুখী। এজাক বৰষুণ হৈ মেঘৰ বুকুৰ পৰা ধাৰাষাৰে সৰি মাটিত বিলীন হৈ যাবলৈও তাইৰ মন যায়।

তাইৰ মন যায় জলকুঁৱৰী হ'বলৈ। পানীৰ তলত অযুত কাল থাকিবলৈ। জলকেলি কৰিবলৈ।

— কিয় মা মোক পানীত পেলাই নিদিলা সৰুতে। তেতিয়াহ'লে পানীৰ মাজতে মই ডাঙৰ হ'লোহেঁতেন। পানীৰ কাৰেঙত নিজৰ ইচ্ছা মতে থাকিলোহেঁতেন। মানুহ নামৰ স্বাৰ্থপৰ নিষ্ঠুৰ চিকাৰীবোৰে মোক খেদি আহিব নোৱাৰিলেহেঁতেন।

ভাল লগা ভাৱনাবোৰত ডুবি থাকে নীলাঞ্জনা। কল্পনাৰ পাখি পিন্ধি উৰি ফুৰে।

০ ০ ০

কি কৰা যায়? ভাবিলে নীলাঞ্জনাই। পঢ়িবলৈ মন যোৱা নাই। শুবলৈও মন যোৱা নাই। ফুৰিবলৈও মন যোৱা নাই। কি কৰিলে তাই সুখী হ'ব! সন্তুষ্ট হ'ব!

এৰা, কাম এটা আছে।

বাথৰূমটোত শৈলুৱৈ ধৰি মজিয়াখন পিচল হৈ পৰিছে। তাৰোপৰি মকৰাজালো লাগিছে। চাফা কৰিবলৈ দুইজনীৰে সময় নাথাকে। আজি সেই কাম ফেৰাকে কৰা যাওক। পুৰণি লেতেৰা ফ্ৰক এটা পিন্ধি তাই বাথৰূমলৈ গ'ল। নাদৰ পৰা দুবাল্টিমান পানী তুলিলে।

তাৰ পিছত বাথৰূমৰ চুকতে থোৱা বাঁহৰ বাঢ়নীডালেৰে মজিয়াৰ শেলুৱৈবোৰ গুচাবলৈ ধৰিলে তাই। কেইমগমান পানী মাৰি দিয়াৰ পিছত মজিয়াখন চকচকীয়া হৈ পৰিল।

এইবাৰ মূৰত টাৱেল এখন বান্ধি তাই বাথৰূমৰ ওপৰৰ ফালে থকা মকৰা জালবোৰ গুচাবলৈ ধৰিলে। মকৰাজাল গুচাওঁতে কিবা এটা তাইৰ চকুত সোমাল। চকু মুদি তাই মজিয়াতে বহি দিলে। বিষাইছে চকুটো। সোঁহাতেৰে তাই সোঁ চকুটো হেঁচি ধৰিলে। চকুটো যেন উফৰি ওলাই যাব! তাই কাম সামৰি বাকেটৰ পানীখিনিৰে পুনৰ বাথৰূমটো চাফা কৰিলে। চকুটো কোনোমতে মেলি তাই আকৌ গা ধুবলৈ পানী তোলাৰ বাবে নাদৰ পাৰলৈ গ'ল।

০ ০ ০

পুৰণা চুৰিদাৰ এযোৰ পিন্ধি নীলাঞ্জনাই সৰু আৰ্চীখনৰ সমুখত থিয় দিলে। সোঁ চকুটো বেয়াকৈ ৰঙা পৰিছে। চুলিখিনি শুকুৱাবলৈ গামোচা এখন মূৰত টানকৈ বান্ধি থৈছে তাই। গামোচাখন বান্ধি থোৱা বাবে দেখিবলৈ বেলেগ লগা হৈছে তাইক। আজি তাইৰ অলপ ধুনপেচ কৰিবলৈ মন গ'ল। লেকমেৰ সৌন্দৰ্য চৰ্চাৰ বাকচটো উলিয়াই গজালত ওলমি থকা আৰ্চীখন নমাই আনিলে। মূৰত বান্ধি থোৱা গামোচাখন খুলি দিয়াত চুলিবোৰ বিয়পি পৰিল। আৰ্চীখন বাঁওহাতেৰে সমুখত ধৰি সোঁহাতেৰে তাই ভ্ৰূবোৰ আঁকিলে। চকুত কাজল সানিলে। গালত ক্ৰীম লগালে। তাৰ পিছত আপোনপাহৰা হৈ নিজকে চাবলৈ ধৰিলে আৰ্চীত।

তাই ধুনীয়া! সাজি কাচি থাকিলে তাইকো ধুনীয়া দেখায়!

মৈত্ৰেয়ী আহি দুৱাৰত নুটুকুৰিওৱা হ'লে নীলাঞ্জনা কিমান সময় আত্মবিভোৰ হৈ থাকিলহেঁতেন কোৱা টান। কিন্তু দুৱাৰত মৈত্ৰেয়ীৰ ঢকিওৱাৰ শব্দ বাঢ়ি যোৱাত

সৌন্দৰ্য-সামগ্ৰীবোৰ সামৰি তাই দৌৰা দৌৰিকৈ দৰ্জাখন খুলি দিলে।

— দে দে মোক ভাত এসাঁজ উলিয়াই দে। এতিয়াই আকৌ ওলাই যাব লাগিব। বহুত কাম।

বিছনাতে বেগটো দলিয়াই দি তাই চুৰ্ণীখন তাঁৰডালত থ'লে।

— মই বাথৰূমৰ পৰা আহো। তই ভাতকেইটা উলিয়াই দে।

মৈত্ৰেয়ী বাথৰূমলৈ গ'ল।

নীলাঞ্জনাই কাঁহী এখনত ভাত, দালি আলু পিটিকা সজাই দিলে। মৈত্ৰেয়ীয়ে বাথৰূমৰ পৰা আহি বিছনাতে বহি ভাতকেইটা নাকে-মুখে গুজিলে।

— মই যাওঁ। বাহিৰে বাহিৰে ৰেডিঅ'ৰ ডিউটি কৰি আহিম। দেৰি হ'ব পাৰে। মুখ ফুলাই নাথাকিবি। মৈত্ৰেয়ী ওলাই গ'ল।

নীলাঞ্জনা আকৌ নিজৰ লগত ব্যস্ত হ'ল। সপোন আৰু কল্পনাবোৰ লেটি ল'লে গাত। কিমান অৰ্থহীন অশান্তিত গৈছে দিনবোৰ! কিয় নুবুজিলে মাকে। কিয় নুবুজিলে দেউতাকে। কি মানসিক সংঘাতেৰে জৰ্জৰিত হৈ তাই খুপি খুপি পাৰ হৈছে কৈশোৰৰ সাঁকো।

কিয় তাই প্ৰাৰ্থনা কৰিবলগীয়া হৈছিল ভগৱানক— শান্তি দিয়া। শান্তি দিয়া। বচোৱা মোক। মই মৰি যাম নহ'লে।

ধনৰতো অভাৱ নাই। কিন্তু অভাৱ আছে— কিবা এটা অভাৱ আছে। যি অভাৱে তাইক দৰিদ্ৰ কৰি ৰাখিছে। দুখীয়া কৰি ৰাখিছে তাইক।

সেই অভাৱৰ পৰা কেতিয়া মুক্ত হ'ব পাৰিব তাই। কেতিয়া ঐশ্বৰ্যশালী হৈ উঠিব পাৰিব! কেতিয়া আহিব সেই সুদিন!

কিমান দিনলৈ অপেক্ষা কৰিব লাগিব! অন্তহীন নহয়তো সেই অপেক্ষা।

আহিব নেকি অৰুণজ্যোতি তাইক উদ্ধাৰ কৰিবলৈ! ক'ত আছে অৰুণজ্যোতি?

বীণাই আধৰুৱাকৈ এৰা কথাকেইটা জানিবলৈ তাই তিনিদিন ৰ'বলগীয়া হৈছিল। কাৰণ আৰ্মি আৰু উগ্ৰপন্থীৰ মাজত চলা গুলিয়াগুলিৰ বাবে গোটেই অঞ্চলৰ পৰিবেশ অশান্তিকৰ হৈ পৰিছিল। দোকান, পোহাৰ, স্কুল, অফিচ বন্ধ হোৱাৰ নিচিনাই হৈছিল।

বীণাই অৰুণজ্যোতিৰ কথা ক'ব ওলাওঁতে দৌৰাদৌৰিকৈ জ্যোতিষহঁত সোমাই আহিছিল। বীণা আৰু নীলাঞ্জনাই আনবোৰৰ পিছে পিছে ঘৰলৈ দৌৰিছিল। ৰাস্তাত আৰ্মি-উগ্ৰপন্থীৰ বিষয়ে উত্তেজক কথা-বতৰাবোৰে অৰুণজ্যোতিৰ প্ৰসংগ তল

পেলাই দিছিল। তিনিদিন চটফটাই আছিল নীলাঞ্জনাই ঘৰত। পুনৰ স্কুললৈ গৈ তাই বীণাক বিচাৰি ফুৰিছিল।

— বীণা, অৰুণজ্যোতি...

— অৰুণজ্যোতি নাই

— নাই মানে?

— স্কুল এৰি গৈছে।

— ক'লৈ?

— দেউতাকৰ ট্ৰেন্সফাৰ হৈছে।

— সিহঁতৰ আচল ঘৰ নহয় নেকি ইয়াত?

— নহয়। দেউতাকৰ চাকৰি বাবেহে আছিল। এতিয়া সি বেলেগত পঢ়িব চাগৈ!

— সি আৰু নাহে? আকুলতাৰে সুধিছিল নীলাঞ্জনাই।

— নাহে।

— সিদিনাও কান্দিবলৈ মন গৈছিল নীলাঞ্জনাৰ। কিন্তু কান্দিব নোৱাৰিলে। বুকুত শোকৰ শিল এটাহে যেন কোনোবাই গুজি দিছিল।

সেই অভাৱবোৰ কোনে পুৰাব?

পাৰিবনে পূৰাব কোনোবাই?

o o o

মূল গেটতে আৰু এখন তোৰণ সজোৱা হৈছে। তাত ডাঙৰকৈ লিখা আছে— 'আদৰিছোঁ'। আৰু লিখিছে 'মহাবিদ্যালয় সপ্তাহ।'

অকলে অকলে নীলাঞ্জনা ভিতৰলৈ সোমাই গ'ল। ছোৱালীৰ সংখ্যা নাই বুলিবই পাৰি। সেৰেঙা। মুকলিত পতাকা এখন উৰি আছে। তাৰমানে পতাকা উত্তোলনৰ কাৰ্যসূচী ৰূপায়ণ হৈ গ'ল। পাটৰ সাজ পিন্ধা এজাক ছোৱালীয়ে হাঁহি খিকিন্দালি কৰি কলেজৰ মাজৰ মুকলিখিনিত থিয় হৈ আছে। মঞ্চত ডেস্কৰ ওপৰত তবলা, হাৰমনিয়াম আৰু গীটাৰ এখন সজাই থৈছে।

তাত বোধহয় গীত মাত হ'ব।

নাটক হ'ব। তৰ্ক হ'ব। আবৃত্তি হ'ব।

অস্থায়ী পেণ্ডেলত পাৰি থোৱা বেঞ্চি এখনত বহিল নীলাঞ্জনা। তাইৰ চিনাকি ছোৱালী এজনীও নাই। মঞ্চত আকস্মিক বক্তৃতা প্ৰতিযোগিতা আৰম্ভ হ'ল।

নীলাঞ্জনাই এঘণ্টা ধৰি শুনি থাকিল। আকস্মিক বক্তৃতাৰ পিছত আধাঘণ্টামান কোনো কাৰ্যসূচী নাই। চৰম বিৰক্তিৰে তাই বহি থাকিল একে ঠাইতে। কিছু সময় পিছত মাইকত ঘোষণা হ'ল— এতিয়া তৰ্ক প্ৰতিযোগিতা আৰম্ভ হ'ব।

(৪)

গুৱাহাটীত তীব্ৰ শীত।

শীতৰ প্ৰকোপত যেন গুৱাহাটীখন ঠক্ ঠক্ কঁপিছে! ট্ৰাংকটো খুলি মৈত্ৰেয়ীয়ে পুৰণি চুৱেটাৰ দুটা, আলোৱান দুখনমান আৰু কম্বল উলিয়ালে। আটাইবোৰ গোন্ধাইছে অলপ অলপ। কম্বল কেইখন ৰ'দত দিব লাগিব। চুৱেটাৰ দুটাও ধুব লাগিব।

— চুৱেটাৰ কিনিব লাগিব। নহ'লে ঘৰৰ বাহিৰ ওলোৱাটোৱে টান হ'ব।

— ময়ো এইটো চুৱেটাৰ পিন্ধি কলেজ যাব নোৱাৰো। জীৱনত যেন নীলাঞ্জনাই প্ৰথম আপত্তি দৰ্শালে কিবা কথাত। দুদিন চুৱেটাৰ নিপিন্ধাকৈয়ে দুয়োজনী কলেজলৈ গ'ল। এনে এটা ভাব— কিমাননো ঠাণ্ডা পৰিছে! মধুই ক'লেই— এই ঠাণ্ডাত জেকেট, চুৱেটাৰ নিপিন্ধাকৈ আহিছা? তাই নিজে এটা উমাল জেকেট পিন্ধি আহিছে। বাকী কেইজনীয়েও ৰং বেৰঙৰ চুৱেটাৰ জেকেট পিন্ধি, আলোৱান লৈ আহিছে। গৰিমা আৰু মণিকাইও ভাল চুৱেটাৰ পিন্ধিয়ে আহিছে।

কেৱল চুৱেটাৰ পিন্ধি অহা নাই তাই। প্ৰথম ক্লাছটোত যি কঁপনি উঠে— সেই কঁপনি তাই জোৰকৈ দমাবলগীয়া হয়।

ক্লাছৰ পৰা আহি বাহিৰৰ তাঁৰত ওলমি থকা হালধীয়া চুৱেটাৰটো চুই চায় তাই। শুকাইছে প্ৰায়। কিন্তু এই চুৱেটাৰটো পিন্ধি গ'লে তাই বাকীকেইজনীৰ আগত লাজ পাব। আটাইকেইজনীয়ে ক'ব— কিনো পিন্ধি আহিছা?

নীলাঞ্জনাই ভাবিলে— দেউতাকৰ বা দৰমহা হৈছেনে নাই! যাব নেকি দেউতাকৰ ওচৰলৈ! দামী চুৱেটাৰ এটাৰ কথা ক'ব নেকি দেউতাকক! কিন্তু ভাগ্য ভাল দুদিন পাছতে সৰু মামাক আহি ওলাল। ভিতৰি ভিতৰি আনন্দিত হৈ উঠিল নীলাঞ্জনা। মামাকে প্ৰয়োজনীয় টকা কিছু আৰু চুৱেটাৰ লেপ কিনিবলৈও পইচা দিলে।

উলাহতে দুয়োজনী পল্টন বজাৰলৈ গ'ল। তাত ভূটীয়া তিৰোতাবোৰৰ চুৱেটাৰৰ বাগিচা আছে। বাগিচা বুলিয়ে ক'ব লাগিব। বিভিন্ন ডিজাইনৰ, চাইজৰ চুৱেটাৰৰ অস্থায়ী দোকানেৰে ভৰি আছে গোটেই পল্টন বজাৰ। বগা-ৰঙা ছালৰ ভূটীয়া তিৰোতাবোৰে গ্ৰাহকৰ লগত দৰদাম কৰিছে।

মৈত্ৰেয়ী আৰু নীলাঞ্জনাই তেনে এখন চুৱেটাৰৰ দোকানত সোমাল। কিন্তু

অলেখ চুৰেটাৰৰ মাজত পছন্দৰ দুটা চুৰেটাৰ কিনিবলৈ বহুত সময় লাগিল দুয়োৰে।

— তই নীলা ৰঙৰ এটা ল। মই হালধীয়া ৰঙৰ লওঁ! মৈত্ৰেয়ীয়ে ক'লে।

হিন্দীভাষী ভূটীয়া তিৰোতাজনীৰ লগত দৰদাম কৰি চুৰেটাৰ দুটা ল'লে মৈত্ৰেয়ীয়ে। পলিথিনৰ বেগত ওলমি অহা চুৰেটাৰ দুটাক লৈ নীলাঞ্জনাৰ যুদ্ধ জয় কৰা যেন লাগিল।

— ব'ল কিবা এটা খাই লওঁ।

কিন্তু ৰেষ্টুৰেণ্টত সোমোৱাৰ আগতে ফুটপাথৰ দোকানৰ পৰা মৈত্ৰেয়ীয়ে অন্তৰ্বাস কেইটামান কিনিলে। দুয়োৰে অন্তৰ্বাসবোৰ পুৰণি হৈ গৈছে। ফিচিকি গৈছে।

o o o

ৰুমলৈ উভতি আহি দুয়ো চুৰেটাৰ দুটা পিন্ধি চালে।

— কেনে লাগিছে?

— ভাল লাগিছে।

— নীলা ৰঙটো কিন্তু তোৰ লগত বেচ মেট্‌চ কৰিছে। আচীখনতো দুয়ো একোবাৰ চালে। কাইলৈ কলেজ যাবলৈ আজিতে তাইৰ তীব্ৰ ইচ্ছা উপজিল। নাৰীৰ কাৰণে হেনো নতুন কাপোৰেই স্বৰ্গীয় উপহাৰ। নতুন কাপোৰৰ গোন্ধ হেনো তগৰ ফুলতকৈও বেছি সুগন্ধি নাৰীৰ বাবে। নীলাঞ্জনাৰ মনটো ফৰকাল ফৰকাল লাগিল।

— চুৰেটাৰ দুটা কিন্তু দুয়ো সলাই সলাই পিন্ধিম দে!

o o o

নতুন চুৰেটাৰ পিন্ধি নতুন উছাহেৰে আজি কলেজলৈ আহিছে নীলাঞ্জনা। কিন্তু আজি এটাও ক্লাছ নহ'ল। পৰীক্ষাৰ ৰুটিন দিছে। নোটিছ বৰ্ডৰ সমুখত দেৱলীনাহঁতে ভীৰ কৰিছে। সেই ভীৰৰ পাছফালে নীলাঞ্জনাও থিয় হ'ল।

o o o

— বৰ ভয় লাগিছে ভাই। কিযে হ'ব এক্সাম।

— মোৰতো নোট্‌ছ পাতি একো নাই।

— মোৰ পঢ়া-শুনা বিগ জিৰো। মাথাত একো নাই।

— অই নীলা, তুমি বচোৱা না আমাক। তোমাৰতো সব ক্লিয়েৰ।

০ ০ ০

ৰিজাল্ট ভাল কৰিবই লাগিব— গুৱাহাটীত টিকি থাকিবলগীয়া হ'লে ৰিজাল্ট ভাল কৰিবই লাগিব— এনে এক প্ৰত্যাহ্বানমূলক ভাবনাৰে নীলাঞ্জনা ভাড়া কমলৈ উভতি আহিল।

০ ০ ০

কলেজৰ মূল তোৰণৰ তলত থিয় দি চাৰিওফালে চালে নীলাঞ্জনাই। একোৱেই সলনি হোৱা নাই। বুকুৰ কোনোবাখিনিত তাই বিষ অনুভৱ কৰিলে।

— ক'ত আছে জবা, ত্ৰিদিশা, দেৱলীনা, মধুহঁত? ক'ত আছে মণিকা আৰু গৰিমা? ছয়বছৰ আগতে এৰি থৈ যোৱা কলেজখন আৰু আজিৰ কলেজখন তাৰমানে একেই নহয়। আজি আৰু মধু, দেৱলীনা, ত্ৰিদিশা, শ্ৰাৱণীহঁতে তাইক টানি লৈ নাযায়গৈ। তাইক লৈ ব্যস্ত হৈ নাথাকে। অ'হ সময়— তুমি নিষ্ঠুৰ।

সময়— তুমি মাঁত্ৰ এখন এলবাম। কিছু স্মৃতি!

কলেজৰ ফাৰ্ষ্ট ইয়েৰৰ প্ৰথমটো পৰীক্ষা দিবলৈ আহি ঠিক এনেদৰে বৈ তাই মনে মনে প্ৰাৰ্থনা কৰিছিল। ভগবান, যেন সকলো লিখিব পাৰো! একো পাহৰাই নিদিবা। সিদিনা কলেজখনক তাইৰ মন্দিৰ এটা যেন লাগিছিল।

মৈত্ৰেয়ীয়ে ৰাতিপুৱা পাঁচমান বজাতে জগাই দিছিল তাইক।

— অলপ পঢ়ি ল'।

আগৰাতি অলপ দেৰিলৈকে পঢ়াৰ বাবে ইমান জলদি উঠিবলৈ তাইৰ মন নাছিল। কিন্তু পৰীক্ষাৰ কথা ভবাৰ লগে লগে তাই আৰু শুই থাকিব নোৱাৰিলে। ধহমহকৈ উঠি তাই বিছনাতে বহি ল'লে আৰু কম্বল এখন উৰি টেবুলত পৰি থকা প্ৰশ্নোত্তৰ বহীটো হাতত ল'লে। ইংৰাজীৰ পৰীক্ষা। সম্ভাব্য প্ৰশ্নোত্তৰবোৰ তাইৰ মনত আছেই। তথাপি আকৌ এবাৰ চকু ফুৰালে।

বিছনাত বহিয়ে তাই সাতমান বজালৈ পঢ়িলে।

— যা যা মুখ-হাত ধুই ল। মই ভাত বনাও। মৈত্ৰেয়ীৰ কথা মতেই বিছনাৰ পৰা নামি তাই বাথৰুমত সলাবলৈ কাপোৰ ল'লে। মজিয়াখন চেঁচা হৈ আছে। তাই চেণ্ডেলযোৰ বিচাৰিলে।

বাহিৰতো কুঁৱলী।

গা পা ধুই আহি তাই ৰুমৰ এচুকত ধূপ জ্বলালে। সেৱা কৰিলে।

— ভাত ৰেডি!

পৰীক্ষাৰ সময়ত পুৱা তাইৰ ভাত খাবলৈ মন নাযায়। তথাপি মৈত্ৰেয়ীৰ উৎপাতত তাই ভাত নোখোৱাকৈ থাকিব নোৱাৰিলে।

তাৰ পিছত তাই এক উত্তেজনা অনুভৱ কৰিলে। অলপ নাৰ্ভাচো হ'ল। কলেজৰ প্ৰথম পৰীক্ষা আজি তাইৰ।

ন বজাৰ পৰা পৰীক্ষা। কলেজ গৈ পাওঁতে তাইৰ চাৰে আঠ বাজিল। যিটো কোঠাত পৰীক্ষা হ'ব— ডেস্কবোৰত ৰোল নম্বৰ লিখা থকা একো টুকুৰা কাগজ আঠা লগাই থৈছে। তাই নিজৰ ৰোল নম্বৰটো চাই বহিল। কিছুমান ছাত্ৰী পঢ়াত ব্যস্ত। কিছুমানে ডেস্কত কলমেৰে কিবা লিখিছে।

নীলাঞ্জনাৰ কাষত বহা ছোৱালীজনীৰ লগত বিশেষ মাতবোল নাই। আজিও চকুৱে চকুৱে পৰাত দুয়ো হাঁহিলে।

এনেতে হুৰমুৰকৈ কোঠাটোলৈ সোমাই আহিল— দেৱলীনা, মধু, আকাংক্ষা, জবা আৰু শ্ৰাৱণী।

— হেই, অল দ্য বেষ্ট!

— থেংক ইউ।

— কি জানো হয় এক্সাম। একো মনত নাই। চা, চা, ক'ত পৰিছ!

০ ০ ০

আজি শেষ পৰীক্ষা।

পৰীক্ষা দি উঠি তাই কি কৰিব— এনেকুৱা চিন্তা এটা মনলৈ আহিল। ঘৰলৈ যাবনে নে মোমায়েকহঁতৰ তালৈ যাব।

কি সাহত যাব তাই ঘৰলৈ?

কি স'তে মুখামুখি হ'ব দেউতাকৰ?

পৰীক্ষা শেষ হ'লে তাই আজি লাইব্ৰেৰীৰ পৰা কেবাখনো কিতাপ ল'ব— লাইব্ৰেৰীয়ান মেধি ছাৰে তাইক মৰম কৰে। বুজে। কিতাপ দিয়াত আপত্তি নকৰে। কাৰণ হেষ্টিকৰ ছোৱালীতকৈ নিগনিবোৰ এই লাইব্ৰেৰীটোত কিতাপৰ সৈতে বেছি ব্যস্ত থাকে!

০ ০ ০

মৈত্ৰেয়ীৰ ব্যস্ততাৰ শেষ নাই।

কলেজ, ৰেডিঅ' চেন্টাৰ, টিউচন— তাইৰ হাতত সময়ে নাথাকে। নীলাঞ্জনাইহে দিনটো ৰূমটোত অকলে সোমাই থাকিবলগীয়া হয়। কেতিয়াবা ভীষণ আমনি

লাগে। বিৰক্তি লাগে। কৰিবলগীয়া কামো নাথাকে।

গৰিমা, মণিকাহঁত ঘৰলৈ গৈছে।

গুৱাহাটীৰ কেইজনীয়েও চাগে কলেজ বন্ধ পাই মুকলি পখীটি উৰাদি উৰিছে।

কাৰো লগত এইকেইদিন নীলাঞ্জনাৰ যোগাযোগ নাই। লাইব্ৰেৰীৰ পৰা অনা কিতাপকেইখনো পঢ়ি সাং কৰিব পৰা নাই।

আজি তাই ডেল কৰ্ণেগীৰ কিতাপ এখন উলিয়াই ল'লে। ডেল কৰ্ণেগীৰ কিতাপ পঢ়ি তাই মনত সাহস পায়। নিৰাশাৰ মেঘ আঁতৰাবলৈ মনত আত্মবিশ্বাস জাগে। হোমেন বৰগোহাঞি আৰু মামণি ৰয়চম গোস্বামীৰ কিতাপেও তাইক সাহস যোগায়। অমৃতা প্ৰীতমকো ভাল লাগে তাইৰ। তাইৰ লেখক হ'বলৈ মন যায়। প্ৰখ্যাত লেখক। কিন্তু কি বিষয়ত লিখিব, কেনেকৈ লিখিব ভাবি উলিয়াব নোৱাৰে।

কবিতা তাই নিয়মীয়াকৈ লিখে। দুটামান ডায়েৰী ইতিমধ্যে ভৰ্তি হৈছে। কেতিয়াবা নিজেই ডায়েৰী উলিয়াই পঢ়ে। তেতিয়া যেন মেঘবোৰ নামি আহি ভেড়া পোৱালীৰ দৰে তাইক ঘেৰি ধৰি কবিতাবোৰ শুনে। লাস্যময়ী নৃত্যশিল্পীৰ দৰে বৰষুণজাকো যেন তাইৰ ওচৰলৈ আহে কবিতাবোৰ শুনিবলৈ। হাজাৰ বিজাৰ চৰাই যেন ঘনঘোৰ এন্ধাৰ হৈ নামি আহি তাইক বেৰি ধৰে কবিতাবোৰ শুনিবলৈ। তেনে সপোন আৰু কল্পনাত তাই ডুব যায়— প্ৰায়েই। তাইৰ বৰ মন শ্বিলঙলৈ যাবলৈ, টাৱাঙলৈ যাবলৈ। শুনিছে যদিও তাই আজিলৈ সেইবোৰ ঠাইলৈ গৈ পোৱা নাই। তাইৰ তেতিয়া চৰাই এটা হ'বলৈ মন যায়।

সৰুতে মাক-দেউতাকৰ লগত শিৱসাগৰলৈ যোৱাৰ স্মৃতিয়ে উক দিয়ে। আহোম ৰজাবোৰৰ শিল্পকৃতিবোৰে সেই সৰুতেই তাইক বিমোহিত কৰিছিল। আহোম ৰজা, সেনাপতিসকলে সোতৰবাৰ প্ৰবল প্ৰতাপী মোগলসকলক অসমৰ পাৰা খেদি পঠিয়াইছিল— মাক-দেউতাকৰ মুখত সাধুকথাৰ দৰে শুনিছিল সেই কথা। ঢাকা আক্ৰমণ কৰিবলৈ আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহই একলাখ সৈন্য গোটাইছিল। তেওঁ নমৰা হ'লে আজিৰ বাংলাদেশত অসমীয়া সংস্কৃতিৰ প্ৰভাৱ থাকি গ'লহেঁতেন কিজানি; প্ৰভুত্ব থাকি গ'লহেঁতেন! শিৱাজীতকৈ লাচিত বৰফুকন কোনোগুণে কম নাছিল। সৰু থাকোতে এইবোৰ সাধুকথা যেন লাগিছিল। ঘোঁৰাত উঠি মূলাগাভৰুৱে আক্ৰমণকাৰী তুৰ্বকৰ বিৰুদ্ধে যুঁজিছিল। ঝান্সিৰ ৰাণী লক্ষ্মীবাঈতকৈ তেওঁনো কিহত কম? স্বাধীনতা আন্দোলনত বৃটিছৰ বিৰুদ্ধে যুঁজি ফাঁচিকাঠত উঠা পিয়লি ফুকন, মণিৰাম দেৱান, কুশল কোঁৱৰৰ কাহিনী শুনিলে সেই সৰুতেই গা ৰাইজাই কৰিছিল— দেশপ্ৰেমৰ আৱেগত। গোমধৰ কোঁৱৰ আছিল ভাৰতবৰ্ষত বৃটিছৰ

বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি মৃত্যুবৰণ কৰা প্ৰথম ভাৰতীয় শ্বহীদ। মানুহে মংগল পাণ্ডেক চিনে— গোমধৰক নিচিনে।

এই কাহিনীবোৰ শুনি শুনি নীলাঞ্জনাৰ বুৰঞ্জী বিষয়টো প্ৰিয় হৈ পৰিছিল।

আজিও নীলাঞ্জনাৰ বুৰঞ্জী প্ৰিয়। কিন্তু খং উঠে যেতিয়া ভাৰত বুৰঞ্জীত অসমীয়াসকলৰ ত্যাগৰ কাহিনীৰ, বীৰত্বৰ প্ৰকৃত মূল্যায়ণ নেদেখে। আহত হৈ তাই তেতিয়া চট্‌ফটাই থাকে। এইবোৰ ভাবি ভাবি তাইৰ ভিতৰি খং এটা উঠি আহিল। তাই ডেল কৰ্ণেগীৰ কিতাপখনত মন দিলে। পৃষ্ঠাবোৰ লুতিয়াই গ'ল।

— তই যদি অকলে থাকিব পাৰ— মই মামাইঁতৰ ঘৰত কেইদিনমান থাকি আহো নেকি? ৰাতি শুবৰ সময়ত নীলাঞ্জনাই সোধো-নোসোধোকৈ সুধিলে মৈত্ৰেয়ীক।

— কলেজ বন্ধ যিহেতু যাব পাৰ। তোৰ কিজানি এইকেইদিন আমনিয়ে লাগিছে। মই থাকিব পাৰিম যা।

মৈত্ৰেয়ীয়ে ক'লে।

— কাইলৈ মামাইঁতক ফোন কৰিম বাৰু মই। তেতিয়া পৰহি যাব পাৰিবি। অকলে যাব পাৰিবিনে নাই?

— পাৰিম। নীলাঞ্জনাই ক'লে।

— কেইদিন থাকিবি?

— পাঁচ ছয়দিনমান।

— গহপুৰৰ বিনু মাহীইঁতৰ তালৈও যাব পাৰিবি।

— অ'।

— তেনেহ'লে কাইলৈ এটা কাম কৰিম দেই। তোৰো মনটো ভাল লাগিব। ময়ো কাইলৈ কলেজ নাযাওঁ।

— কি।

— কাইলৈ চিনেমা চাম। অনুৰাধাত 'দিল তো পাগল হ্যেয়' নামৰ চিনেমা এখন লাগিছে। ভাল হৈছে বোলে। গানবোৰো ভাল।

০ ০ ০

ৰাতিপুৱা শুই উঠি গা-পা ধুই, ভাত খাই দহ বজাত দুয়ো বাৰোবাৰী বাছ ষ্টপত থিয় হ'ল। এঘাৰটাৰ মৰ্ণিং শ্বো। অনুৰাধা গৈ পাওঁতে দহটা বিশ বাজিল। অলেখ মানুহৰ ভীৰ। টিকটৰ বাবে দীঘলীয়া কিউ। মৈত্ৰেয়ীয়েও ছোৱালীৰ কিউটোত

থিয় দিলে। নীলাঞ্জনা ওচৰতে থিয় হৈ থাকিল। পুৰুষৰ কিউত ঠেলা-হেচা, চিঞৰ-বাখৰ, গালি-গালাজ। কিউ ভাঙি আগলৈ যোৱাৰ কষ্টকৰ প্ৰতিযোগিতা। নীলাঞ্জনাৰ সঁচাই বিৰক্তি লাগিল। ইমান সময় বৈ থাকিব পাৰিনে! কাছৰ গতিৰে ছোৱালীৰ লাইনটো সমুখলৈ গৈ আছে। মৃদু শীততো ঘাম ওলাই গৈছে মৈত্ৰেয়ীৰ।

এঘাৰটা বাজিবলৈ পাঁচ মিনিট থাকোতে মৈত্ৰেয়ী গৈ টিকট কাউণ্টাৰৰ সৰু খিৰিকীখনৰ সমুখত থিয় হ'ল। সৰু খিৰিকীখনত খটককৈ শব্দ এটা হ'ল। মৈত্ৰেয়ীৰ বুকুখন ভাঙি যেন চুচুৰ্মৈ হৈ গ'ল। ভিতৰৰ পৰা খিৰিকীখন কোনোবাই বন্ধ কৰি দিলে। আগবাঢ়ি যোৱা মৈত্ৰেয়ীৰ হাতখন কোচ খাই আহিল।

— কি হ'ল কি হ'ল! পাছফালৰ পৰা উৎকণ্ঠিত কণ্ঠবোৰ।

— টিকট শেষ।

বিমৰ্ষ মনেৰে কিউৰ পৰা ওলাই আহিল মৈত্ৰেয়ীয়ে। নীলাঞ্জনাই সকলো লক্ষ্য কৰি আছিল।

— ধেৎ ইমান কষ্ট এনেয়ে গ'ল। খং উঠি যায়! মৈত্ৰেয়ীয়ে ভোৰভোৰালে।

চিনেমা চোৱা নহ'ল দুয়োজনীৰ।

মৈত্ৰেয়ীয়ে পিচিঅ' এটা দেখি ক'লে— ৰ' মামাইঁতক ফোন কৰো।

মৈত্ৰেয়ীয়ে পিচিঅ'ৰ ভিতৰত সোমাল। নীলাঞ্জনাই বাহিৰতে বৈ মানুহৰ ৰেহ-ৰূপ চাবলৈ ধৰিলে। টিকট নাপাই চিনেমা হলৰ পৰা উভতি যাব ধৰা মানুহবোৰৰ মুখবোৰত যেন কলীয়া ডাৱৰহে লাগি আছে। দুই এজনে পাণ দোকানৰ সমুখত বৈ চিগাৰেট জ্বলাইছে। দুই এজনে পিৰিক-পাৰাককৈ তাইৰ ফালেও চাই আছে।

চিনেমাৰ পোষ্টাৰবোৰেও মহানগৰ-নগৰবোৰক ৰঙীন কৰি ৰাখে। আনকি মানুহৰ মনতো ৰং ছটিয়ায় এই পোষ্টাৰবোৰে। চালে চাই থাকিবলৈয়ে মন যায় পোষ্টাৰবোৰ। ই মানুহক শিহৰিত কৰে। স্বপ্ন সমুদ্ৰত ডুবাই দিয়ে। পাহৰাই দিয়ে এখন্তেক যাতনাবোৰ। স্থিৰ এই পোষ্টাৰবোৰে।

মৈত্ৰেয়ী ওলাই আহিল পিচিঅ' বুথটোৰ পৰা।

— কাইলৈ তোক যাবলৈ দিছে— পুৱাৰ চুপাৰত গ'লে মামাই তোক চেণ্টাৰৰ পৰা লৈ যাব।

দুয়ো অনুৰাধাৰ সিপাৰত থকা ষ্টপটোলৈ খোজ ল'লে।

— এনেয়ে গ'ল পুৱাটো! এতিয়া ৰুমলৈ গৈ সোমাই থাকিবলৈও মন নাই। এটা কাম কৰো ব'ল। গীতা মন্দিৰলৈকে যাওঁ। ভগৱানকে ভাবি আহো ওচৰৰ পৰা। মনটোও ভাল লাগিব।

— মোৰ কামাখ্যালৈ যোৱাৰহে মন আছিল। দেখা নাই মই।

— অ' সেইটোও বেয়া নহ'ব। ব'ল তেন্তে চিটি বাছত উঠো।

০ ০ ০

দুয়ো ছয় নম্বৰ চিটি বাছত উঠিল— হোটেলখনৰ সমুখতে। পিছফালৰ মহিলাৰ ছীট খালি আছিল। মৈত্ৰেয়ী বহিল তাত। নীলাঞ্জনা কিছু সময়লৈ থিয় হৈ থাকিল।

অপ্ৰয়োজনীয়ভাৱে বাছখন ৰৈ থাকিল বহু সময়। এই সময়খিনি অতিকে বিৰক্তিকৰ। দুই এগৰাকী যাত্ৰী ভেকাহি মাৰি উঠিল। দুই এজনে গাড়ীৰ বডিত জোৰে জোৰে চপৰিয়ালে। নাই, ড্ৰাইভাৰৰ কোনো কেটকুট নাই। গড়ৰ ছালৰ দৰে।

এটা সময়ত গাড়ী চলিল। তাকো গৰু গাড়ীৰ দৰে। অ'ত ত'ত অযথা ৰৈ ৰৈ।

এইবাৰ চানমাৰি। আকৌ ৰৈ থকাৰ প্ৰতিযোগিতা চিটিবাছৰ।

— আদাবাৰী, জালুকবাৰী। হেন্দীমেনৰ বিকৃত চিএৰ। গাড়ীত মানুহৰ ভীৰ বাঢ়িল।

নীলাঞ্জনাই কিন্তু বহিবলৈ ছিট এটা নাপালে।

গাড়ী চলিল।

কোনো পুৰুষৰ নিতম্বই তাইৰ নিতম্ব চুই আছে। তাই মূৰটো ঘূৰাই চালে। নিৰ্বিকাৰ পুৰুষ এজন।

গাড়ী গৈ থাকিল।

ওচৰতে থিয় দি থকা প্ৰৌঢ় ব্যক্তিজনে কিলাকুটীৰে তাইৰ বাহু, বুকু চুবলৈ সযত্নে চেষ্টা এটা কৰি আছে। তায়ো সযত্নে বাধা দি আছে।

বৰ কষ্টকৰ গুৱাহাটীত চিটিবাছৰ এই যাত্ৰা। বিশেষকৈ নাৰীৰ বাবে। বহুত পুৰুষেই যেন গুৱাহাটীত যৌন বুভুক্ষু। প্ৰায়েই এনে লাগে নীলাঞ্জনাৰ।

মানুহজনে এনেকুৱা এটা ভাবত আছে— তেওঁ যেন গমেই পোৱা নাই তেওঁৰ বাহু-কিলাকুটী ক'ত আছে! অথবা গম পালেও যেন তেওঁৰ আৰু অন্য উপায় নাই। যিহে ভীৰ!

এই যুদ্ধখনৰ অন্ত পৰিল ফাঁচি বজাৰত। মানুহজনে খুন্দা এটা মাৰি নামি গ'ল। তেওঁৰ যেন নামিবলৈ মন নাছিল! নীলাঞ্জনাইও বহিবলৈ ছিট এটা পালে।

০ ০ ০

— নাৰ্চাৰী, নাৰ্চাৰী। হেণ্ডিমেনজনৰ চিএৰত মৈত্ৰেয়ী আৰু নীলাঞ্জনা চিটিবাছৰ আগফালেদি নামিল। নাৰ্চাৰীৰ পৰা কামাখ্যালৈ টেক্সি, বাছ পোৱা যায়।

দুয়োকে দেখি টেক্সি ড্রাইভাৰ এজন আগবাঢ়ি আহিল।

— কামাখ্যা যাব।

— হয়।

— আহক।

— ভাড়া কিমান ল'ব।

— এজনৰ তিনি টকাকৈ।

দুয়ো গৈ টেক্সিৰ পিছফালৰ ছিটত বহিল। অন্য দুজন আগৰ পৰা বহিয়ে আছিল। কিছু সময় পিছত আৰু দুজন তীৰ্থযাত্ৰী আহিল।

ঘৰঘৰঘৰ শব্দ কৰি, ধোঁৱা এমোকোৰা উৰুৱাই টেক্সি ধাবমান হ'ল পাহাৰ শিখৰলৈ।

০ ০ ০

কামাখ্যা মন্দিৰৰ চৌপাশে মালা, চাকি, ধূপ, মনিহাৰীৰ দোকান কিছুমান। দুখনমান হোটেল।

মৃদু দুৰ্গন্ধ এটা বিয়পি থকাত মৈত্ৰেয়ীয়ে নাকত ৰুমাল ল'লে।

— বাইদেউ ধূপ চাকি লওঁক।

দুয়ো মৰম লগা কমবয়সীয়া দোকানীটোৰ পৰা চাকি আৰু ধূপ কিনিলে।

— একেবাৰে অৰিজিনেল ঘিৰ চাকি। পইচা গনি গনি ল'ৰাটোৱে ক'লে।

দুয়ো মন্দিৰলৈ আগবাঢ়িল।

কুপন এখন লৈ চেগুেল দুযোৰ থৈ দুয়ো মন্দিৰৰ চৌহদত প্ৰৱেশ কৰাৰ লগে লগে ৰঙা কাপোৰ পিন্ধা পাণ্ডা দুজনমান দৌৰি আহিল।

— পাণ্ডা আছে? নাম কি? গোত্ৰ কি?

দুয়ো হতভম্ব হ'ল পাণ্ডাজনৰ কাৰবাৰত।

— গোটেই মন্দিৰ দেখুৱাম। লাইনত নথকাকৈ ভিতৰলৈ লৈ যাম...? পাণ্ডাজনে কৈ গ'ল।

— কালাপাহাৰে ভাঙি থৈ যোৱা কামাখ্যা মন্দিৰ নৰনাৰায়ণে..... পাণ্ডাজনে গাইডৰ দৰে কিবা ক'বলৈ আৰম্ভ কৰোতেই মন্দিৰৰ বাহিৰৰ এচুকত মৈত্ৰেয়ীয়ে চাকি-ধূপ জ্বলোৱাৰ যো-জা কৰিলে।

পাণ্ডাজনে স্তম্ভিত হৈ ৰৈ গ'ল। ভাবিলে এই ছোৱালী দুজনীৰ ইমান স্পৰ্দ্ধা কামাখ্যাৰ পাণ্ডাক অপমান?

সি ভোৰভোৰাই আঁতৰি গ'ল। ৰঙা কাপোৰ বন্ধা ছাগলী এটা আহি নীলাঞ্জনাৰ

কাষতে ৰ'ল।

কি প্ৰাৰ্থনা কৰিলে মৈত্ৰেয়ীয়ে?

কি প্ৰাৰ্থনা কৰিলে নীলাঞ্জনাই?

০ ০ ০

নীলাঞ্জনাই প্ৰাৰ্থনা কৰিছিল— মা কামাখ্যা অনন্ত শক্তি দিয়া, সাহস দিয়া, বিপদ নাশ কৰা, শুভবুদ্ধি দিয়া। তাতকৈ আৰু তাইৰ বেলেগ বিচাৰিবলগীয়া নাই।

কম্বলখন ডিঙিলৈকে টানি ল'লে তাই। ঠাণ্ডাই কঁপাই গৈছে। কাষতে মৈত্ৰেয়ী টোপনি গৈছে। দিনটো দুয়োৰে কষ্ট হৈছে। কষ্ট হ'লেও কামাখ্যা দৰ্শনে মনলৈ বিৰল প্ৰশান্তিও কঢ়িয়াই আনিছে।

কাইলৈ নীলাঞ্জনা যাবগৈ। মামাকৰ ঘৰলৈ। সেইবাবে ৰাতিপুৱাই উঠিব লাগিব তাই। এই ঠাণ্ডাত ইমান সোনকালে উঠিবলৈ মন নাযায় তাইৰ। কিন্তু তাইক অলপ মানসিক জিৰণি লাগে। এই যন্ত্ৰ মহানগৰখনৰ পৰা তাইক অলপ মুক্তি লাগে। তাইক লাগে ল'ৰালিৰ দিনবোৰ। শৈশৱৰ পাখি মেলা দিনবোৰ। ডেউকা লাগে তাইক, ডেউকা!

(৬)

গাড়ীৰ খিৰিকীৰে তাই প্ৰকৃতিৰ অপৰূপ শোভা চাই গ'ল। কুঁৱলীয়ে ছানি আছে চৌপাশ। এখন কুঁৱলীৰ তম্বুহে যেন তৰি থৈছে কোনোবাই।

গাড়ীৰ খিৰিকী বন্ধ সত্বেও কোনোবা ফাঁকেৰে বতাহ সোমাইছে। নীলাঞ্জনাই আলোৱানখন কাণে-মূৰে ল'লে। চেঁচা চেঁচা ভাব এটা বিয়পি গৈছে বাছখনত। খিৰিকীৰ বাহিৰৰ শুকান পাহাৰবোৰ বাধ্য ছাত্ৰৰ দৰে থিয় দি আছে। লঠঙা গছৰ সেউজীয়াবোৰক ধূলিয়ে সাবটি ধৰি চুমা খাই আছে।

হো হো শব্দ কৰি গাড়ীখন গৈ আছে।

যোৰাবাটৰ ভাঁজবোৰত তাই বাৰে বাৰে হাউলি পৰিব খোজে।

এনেদৰে বাহিৰলৈ চাই চাই গৈ থাকোতে তাইৰ কেতিয়া টোপনি গ'ল তাই গমেই নাপালে। কৰবাত গাড়ীখন ৰওতেহে তাইৰ টোপনি ভাঙিল।

— নগাঁও, নগাঁও।

জয়শ্ৰী চিনেমাহলৰ সমুখত গাড়ীখন ৰৈ আছে। তাইৰ নামিবলৈ মন গৈছিল। কিন্তু লক্ষ্য কৰি তাই দেখিলে মহিলাৰ বাবে ক'তো টয়লেট, ইউৰিনেল নাই। নমাৰ ইচ্ছাটো তাই জোৰকৈ দমাই ৰাখিলে। হামিয়াই-হিকটাই বহি থাকিল তাই। বাতৰি কাকতৰ হকাৰজন তাইৰ খিৰিকীৰ কাষলৈ আহি পেপাৰ ল'ব নেকি

সুধিলে। তাই মূৰ জোকাৰিলে।

তাৰ পিছত আহিল চানাবালাজন। চানা খাবলৈ তাইৰ মন আছিল যদিও চানাবালাজনৰ ফাপৰে খোৱা হাত দুখন দেখি মনটো কোচ খাই আহিল।

কিছু সময় পিছত গাড়ী ষ্টাৰ্ট হ'ল। নামি যোৱা যাত্ৰীবোৰ হুৰমূৰকৈ উঠিল গাড়ীত। কণ্ডাক্টৰজনে উঠি আহি যাত্ৰীবোৰ আছেনে এবাৰ চাই ল'লে। তাৰ পিছত গাড়ীৰ দৰ্জাখন বন্ধ হোৱাৰ শব্দ এটা হ'ল। গাড়ীয়ে গতি ললে।

এয়া ডিমৰুগুৰি।

এয়া উড়িয়াগাঁও

এয়া পুৰণিগুডাম

এয়া কলিয়াবৰ

খিৰিকীৰে তাই চাইনবোৰ্ডবোৰ পঢ়ি গ'ল। গাড়ীয়ে টাৰ্ন ল'লে। কলিয়াভোমোৰা দলং।

তলেৰে শান্ত সমাহিত ভাবে বৈ আছে ব্ৰহ্মপুত্ৰ। বালিচাপৰিয়ে জলভাগৰ ঢৌটো চেপি ধৰিছে। কিছুমান জুপুৰীৰ মুধচবোৰ বৰ সুন্দৰকৈ দেখা গৈছে।

— তেজপুৰ! তেজপুৰ!

শ্ৰাৱণীৰ ঘৰ তেজপুৰত।

দেৱলীনাহঁতে প্ৰায়েই তাইক সোধে— তোমাৰ ঘৰ ক'ত আছিল?

— কেইবাৰ ক'ব লাগে? শ্ৰাৱণীয়ে ভেকাহি মাৰি উঠে।

— কোৱাচোন, কোৱাচোন— পাহৰি গ'লো... প্লিজ...।

— তেজপুৰ...

— তেজপুৰ কিয় বিখ্যাত অ' মল্লিকা।

— পগলা ফাটেকৰ বাবে... মল্লিকাই জবাব দিয়ে।

এইটো এটা কামোৰ।

— তেজপুৰৰ মানুহ পগলা নহয় দেই। আমি আন ঠাইৰ পগলাবোৰকহে ভাল কৰো। কেতিয়াবা ওলাবা। তোমাক তাত থ'ব পাৰিলে ময়ো এশ টকা পাম। শ্ৰাৱণীয়ে কয়।

— কেনেকৈ থাকা পাগলবোৰৰ মাজত? আকৌ কামোৰ।

— তাত তোমালোকৰ পাগলবোৰ জেলত থাকে। গুৱাহাটীৰ দৰে বাটে-ঘাটে ঘূৰি নুফুৰে। শ্ৰাৱণীয়ে কয়।

— আৰু শুনা তেজপুৰত ভৈৰৱ মন্দিৰ আছে, উষা অনিৰুদ্ধৰ দিনৰ গড় আছে, গুৱাহাটীতকৈ ধুনীয়া পাৰ্ক আছে! আকৌ শ্ৰাৱণীৰ উত্তৰ।

— ইমান সেউজীয়া চহৰ অসমৰ ক'তো নাই।

শ্ৰাৱণীৰ খং তুলিবলৈকে সকলোৱে তাইক জোকায়। তায়ো সদায় একেখিনি উত্তৰকে দিয়ে।

এয়াই শ্ৰাৱণীৰ তেজপুৰ!

উষা অনিৰুদ্ধৰ তেজপুৰ!

গাড়ীয়ে তেজপুৰ এৰিলে।

আমনিদায়ক যাত্ৰাৰ সামৰণি পৰিল গাড়ী বিশ্বনাথ চাৰিআলিত ৰওঁতেহে। তাই বেগটো লৈ গাড়ীৰ পৰা নামিল।

আবেলি পৰ।

মামাকে স্কুটাৰখন লৈ তাইক নিবলৈ অহাৰ কথা। তাই সৰুৰে চিনাকি ধ্ৰুৱমামাৰ প্ৰেছলৈ খোজ ললে। তাইক দেখি ধ্ৰুৱ মামাই হাঁহি এমোকোৰা, চিগাৰেটৰ ধোঁৱাৰ লগত উৰুৱাই দিলে।

— হেই মামু? কেতিয়া আহিলি?

— এই আহি আছো। তোমাক লগ পাবলৈকে আহিলো।

— আহ আহ, বহহি।

তাই প্ৰেছৰ ভিতৰলৈ সোমাই গ'ল। চকী এখনত বহিল।

— ক' তোৰ খবৰ কি! কলেজ কেনে চলিছে?

— ভালেই। তোমাৰ খবৰ কোৱা।

— ময়ো আছো দে। নাটক, কবিতা, ব্যৱসায় লৈয়ে ব্যস্ত।

— বিয়া নাপাতা?

— সেইবোৰ বৰ সাধাৰণ কথা অ'! বিয়া-বাৰু এইবোৰক লৈ মানুহ এনেয়ে ব্যস্ত থাকে। একো নাইও বিয়া বাৰুত! বাকী পঢ়া শুনা ঠিকে চলিছেতো?

এইজন ধ্ৰুৱ মামা!

ধ্ৰুৱতৰাৰ দৰেই তেওঁৰ উজ্জ্বলতা!

সৰুতে মাকৰ লগত মামাকহঁতৰ ঘৰলৈ গ'লে এই ধ্ৰুৱ মামাই সিহঁতক কিমান মজাদাৰ কথা কৈছিল। তেতিয়াৰ পৰাই ধ্ৰুৱ মামাই ভাওনা, নাটক, সাহিত্যত ব্যস্ত।

কিমান বয়স হ'ল ধ্ৰুৱ মামাৰ?

দেখিলে ধৰিব নোৱাৰি।

তথাপি বিয়াল্লিছ-তিয়াল্লিছ বছৰ হৈছে।

প্ৰেম-বিৰহতে ধ্ৰুৱ মামাই বিয়া নাপাতিলে।

ধ্রুৱমামাই ভালপোৱা ছোৱালীজনীকো চিনি পাইছিল নীলাঞ্জনাইঁতে।

ভূপালী নাম আছিল তাইৰ।

আবৃত্তি কৰিছিল। নাটক কৰিছিল।

ধ্রুৱ মামা আছিল ভূপালীৰ গাইড।

আবৃত্তি শিকাইছিল। নাটক কৰোৱাইছিল।

গোটেই অঞ্চলটোৱে জানিছিল দুয়োৰে সম্পৰ্কৰ কথা। সকলোৱে ভাবিছিল দুয়োৰে বিয়া হ'ব। সাংস্কৃতিক কাম-কাজত দুয়ো অধিক গভীৰভাৱে লাগিব। অঞ্চলটো সাংস্কৃতিক দিশত আৰু আগবাঢ়িব।

ধ্রুৱ মামাইও ভূপালীক তেনেদৰেই গঢ় দিছিল।

এদিন গুৱাহাটী বিশ্ববিদ্যালয়লৈ পঢ়িবলৈ গুচি গৈছিল ভূপালী। এডমিচনৰ পৰা হোষ্টেলত থোৱালৈকে সকলো ব্যৱস্থা ধ্রুৱ মামাই কৰি দিছিল। গুৱাহাটীত তেওঁৰ বহুত চিনাকি মানুহআছিল। তেওঁ এডমিচনৰ সময়ত নিজেও গুৱাহাটীলৈ গৈছিল— তাইৰ লগত।

তাৰ পাছতো প্ৰায়েই খবৰ ল'বলৈ গৈছিল ধ্রুৱ মামা। গাৰ্লচ হোষ্টেলৰ কমন ৰুমত আড্ডা জমাইছিল। ভূপালীৰ লগৰ ছোৱালীবোৰ ধ্রুৱ মামাৰ বন্ধু হৈ পৰিছিল।

নতুন নাটকৰ পাণ্ডুলিপি লৈ গৈ শুনাইছিল ভূপালীক। তায়ো ঘৰলৈ আহিলে ধ্রুৱ মামাৰ চেটকখনত উঠি ক্লাব, বন্ধু-বান্ধৱীৰ ঘৰলৈ গৈছিল।

বহুতে কয়— হোষ্টেলৰ খৰচৰ পৰা নতুন এডমিচনৰ খৰচলৈকে সকলো ধ্রুৱ মামাই দিছিল— ভূপালীক। নাটক কৰি পোৱা পইচা, ঘৰৰ পৰা নিয়া পইচা, সকলো ভূপালীক দি দিছিল তেওঁ।

এম, এছ, চি পাছ কৰি ঘৰলৈ উভতি আহিছিল ভূপালী। এই কথাত সকলোতকৈ আনন্দিত হৈছিল— ধ্রুৱ মামা। কিন্তু ধ্রুৱ মামাই ধৰিব পৰা নাছিল ভূপালীৰ মনৰ পৰিৱৰ্তন।

— এনেকৈ নাটক কৰি ফুৰিলে হ'ব জানো?

— চিৰিয়াচলি জীৱনৰ কথা ভাবা।

— খুৱাবা কি, পিন্ধাবা কি?

তাইৰ ওজৰ-আপত্তি বাঢ়ি আহিছিল।

— হ'ব দিয়া— দুয়ো চলি যাম... এনেদৰে নাটক, সাহিত্য কৰি। এখন কিতাপৰ দোকান দিম। সহজভাৱে কৈছিল ধ্রুৱ মামাই।

সেই আশ্চৰ্যকৰ খবৰটো পাই মৰি যোৱাৰ নিচিনা হৈছিল ধ্ৰুৱ মামা। গুৱাহাটী ৰেডিঅ' চেণ্টাৰৰ বিষয়া এজনৰ লগত বিয়া ঠিক হৈছে ভূপালীৰ।

— তোমাৰ লগত ঘৰৰ মানুহে মোক বিয়া নিদিয়ে।

— কিয়?

— তোমাৰ কোনো নিৰ্দিষ্ট ইনকাম নাই।

— মই তোমাক লঘোন পৰিব নিদিও নহয়। ঘৰত কৈ দিবা।

— পেটে ভাতে খাই থকাটোকে জীৱন বুলি নকয়।

— মই তোমাক বিয়া কৰোৱাৰ পিছত বিজনেচ কৰিম বুলি ভাবিছো।

— বহুত দেৰী হৈ গৈছে।

— সব ঠিক হৈ যাব। তুমি মই ঠিক থাকিলে হ'ল। প্ৰেমৰ বহুত শক্তি আছে ভূপালী। প্ৰেমৰ শক্তি বহুত।

ধ্ৰুৱ মামাই কিন্তু ঠিকেই বুজিছিল— খুটি লৰিছে। সেই খবৰো ৰজনজনাই গৈছিল— ভূপালীৰ বিয়া। কিন্তু ধ্ৰুৱৰ লগত নহয়।

নাটক, সাহিত্যত জড়িত হৈও কোনোদিনে মদ মুখত নিদিয়া ধ্ৰুৱ মামা কেৱল মদতেই ডুবি থকা কৰিছিল। ক্লাবৰ অন্য সদস্যসকলৰো সান্ত্বনা দিয়াৰ সাহস নাছিল।

ক্ৰমে ক্ৰমে নাটক কৰাৰ উৎসাহ হেৰুৱাই পেলাইছিল ধ্ৰুৱ মামাই। সন্ধিয়া হ'লে মদৰ ঘাটিত বহিছিল। স্বাস্থ্যৰো অৱনতি ঘটিছিল। ক্লিনচেভ ধ্ৰুৱ মামাৰ দুগাল আৱৰি ধৰিছিল দীঘল দাড়িয়ে।

ভূপালীৰ বিয়াৰ দিনাই মৃত্যু ঘটিছিল ধ্ৰুৱ মামাৰ!

— ঐ, চাহ খা মামু!

ধ্ৰুৱ মামাৰ মাতত অতীতৰ পৰা বাস্তৱলৈ উভতি আহিল নীলাঞ্জনা।

— কি ভাবিছ?

— নাই, একো নাই ধ্ৰুৱ মামা! প্ৰেছ কেনে চলিছে?

— চলি আছে দে। কবিতাৰ আলোচনী এখন উলিয়াও।

তই কবিতা লিখিবলৈ আৰম্ভ কৰ। মই ছপাম দে।

তাই চাহ খাবলৈ আৰম্ভ কৰিলে।

— মৈত্ৰেয়ী কেনে আছে? গুৱাহাটীৰ ক'ত থাক? কলেজত ভালকৈ পঢ়ুৱায় নে? কিহত অহা-যোৱা কৰ? গুৱাহাটীত বহুত জাম ন? মই বহুদিন যোৱাই নাই ৰ!

ধ্রুব মামাই কৈ গৈছে কিবা কিবি।

এনেতে সৰু মামাকৰ স্কুটাৰখন আহি ধ্রুব মামাৰ প্রেছৰ সমুখতে ৰ'ল।

— সৌৱা মামা আহি পালেই। ধ্রুব মামা, মই আহো। পিছত আহিম।

— যা, দুদিনমানতো থাকিবি।

নীলাঞ্জনা গৈ সৰু মামাকৰ স্কুটাৰৰ পাছফালে বহিল।

(৭)

স্কুটাৰখন ৰোৱাৰ লগে লগে এক চিনাকি পুৰণি গোন্ধ আহি নীলাঞ্জনাৰ নাকত লাগিল। এই গোন্ধটো অতিকৈ চিনাকি তাইৰ।

পদুলিমুখৰ শলখা খুলি তাই ভিতৰৰ চোতাললৈ দৌৰাদৌৰিকৈ গ'ল।

আৱেগ উঠলি উঠিছে তাইৰ।

— কোন অ' সেইজনী? মামুনে?

— অ' আইতা মই।

নীলাঞ্জনাই বেগটো চোতালতে থৈ একে দৌৰে গৈ আইতাকক সাবটি ধৰিলে। আইতাকেও তাইক টপাটপ চুমা খাবলৈ ধৰিলে। ঘৰৰ ভিতৰৰ পৰা ওলাই আহি ডাঙৰ মামীয়েকে হাঁহি এটা মাৰিলে।

— মামু আইজনী, যা, হাত-মুখ ধুই লগৈ। ইমান দূৰৰ পৰা আহিছ। আইতাকে মৰমেৰে ক'লে।

— মই গা ধুম আইতা। নিজক একদম লেতেৰা লেতেৰা লাগিছে।

০ ০ ০

গা পা ধুই নীলাঞ্জনা খোৱাৰ টেবুলত বহিল। ডাঙৰ মামীয়েকে মাছৰ আঞ্জা দুখন ৰান্ধিছে। এখন আদা দি সৰু মাছৰ। আনখন বিলাহী আলুৰে ৰৌ মাছৰ। তাইৰ লগতে মামাকৰ ল'ৰা-ছোৱালী ভুলু আৰু কুকু আৰু সৰু মামাকেও ভাত খালে।

মামীয়েকে আলপৈচান ধৰি গৈছে।

ভাত খোৱা শেষ হোৱাৰ পিছত মামীয়েকে ক'লে— মামু, তোমাৰ বহুত কষ্ট হৈছে। যোৱা এতিয়া অলপ শোৱাগৈ। কাজলো আহি পাবৰ হৈছেই। তাই আহি পালে তোমাৰ ৰক্ষা নহ'ব।

কাজল মামাকৰ ডাঙৰ ছোৱালী। তাই ক্লাচ নাইনত পঢ়ি আছে। নীলাঞ্জনাৰ ভাগৰ লাগি আছিল। মামীয়েকে কোৱাৰ পিছত ভাগৰটো আৰু বেছিকৈ লাগিল।

তাতে বহুদিনৰ মূৰত সুস্বাদু খাদ্য এসাজ খালে।

নীলাঞ্জনাই কাজলৰ কোঠাৰ বিছনাখনতে শুই দিলে।

কিমান চিনাকি এই ঘৰখন! কিমান আপোন এই পৰিয়ালৰ সদস্যবোৰ! পৃথিবীৰ যেন সকলো মৰম ইয়াতেই আছে। কিমান স্মৃতি আছে ইয়াত!

স্মৃতিৰ গোন্ধবোৰৰ মাজতে টোপনি গ'ল তাই।

০ ০ ০

তাই যেতিয়া সাৰ পালে— তেতিয়া সাজ লাগিছে। তাইৰ কোঠাত লাইট জ্বলিছে। কাষৰ কোঠাত টিভিৰ মাত। তাই উঠি বিছনাতে বহিল। তাৰ পিছত বিছনাৰ পৰা নামি চোতাল পালে। চোতালৰ পাছফালে বাথৰুম, দমকল। তাই দমকলৰ ওচৰলৈ গৈ মুখ হাত ধুলে।

টিভি ৰুমত সোমোৱাৰ লগে লগে কাজলে তাইক সাবটি ধৰিলে।

— অ' মামু বা, ইমান শুইছা তুমি। মই কথা পাতিবলৈ ইমান সময় ৰৈ আছো।

— পঢ়া-শুনা কেনে চলিছে?

— ভালেই।

— টিউচন?

— আজি নাই।

এনেতে মামীয়েকে চাহ, বিস্কুট লৈ সোমাই আহিল। আটাইবোৰে চাহ, বিস্কুট খালে।

তাৰ পিছত টিভিত চিৰিয়েল চাবলৈ ধৰিলে। অসমীয়া চিৰিয়েল। নীলাঞ্জনাই বহুদিন টিভি চোৱা নাই। কাজলে তাইক চিৰিয়েলৰ কাহিনীটো থূলমূলকৈ ক'লে।

— আইতা ক'ত?

— গোঁসাই ঘৰত। কাজলে ক'লে।

অলপ পিছতে ডাঙৰ মামাকো অফিচৰ পৰা আহি পালে।

— মামু আহি পাইছেনে? ডাঙৰ মামাকে কাৰোবাক সুধিলে। ডাঙৰ মামাক টিভি ৰুমত সোমাই আহিল।

— অকলে আহোতেতো অসুবিধা পোৱা নাই? মৈত্ৰেয়ীকো লৈ আহিব লাগিছিল। পিছে পৰীক্ষা কেনে হ'ল? স্বাস্থ্যৰ অলপ যত্ন ল'ব লাগিব। ডাঙৰ মামাকৰ প্ৰশ্ন আৰু পৰামৰ্শবোৰ তাই শুনি গ'ল। মামাক ওলাই গ'ল। কাজলে

নীলাঞ্জনাক গুৱাহাটীৰ কথা সুধিবলৈ ধৰিলে। সন্দিকৈ কলেজৰ কথা সুধিবলৈ ধৰিলে।

— আমাৰ পৰীক্ষা শেষ হ'লে মই তোমালোকৰ লগত থকাকৈ যাম! কাজলে ক'লে।

০ ০ ০

ৰাতি ভাত পানী খাই সকলোৱে শুৱাৰ যো-জা কৰিলে।

— মামুই কাজলৰ লগত শুবা।

— আজি মই আইতাৰ লগত শুম মামী।

কাজলে মুখখন ওন্দোলাই পেলালে।

— কাইলৈৰ পৰা কাজলৰ লগত শুম। আইতাৰ লগত কথা পতা হোৱাই নাই।

আইতাকৰ বিছনাত ডিঙিলৈকে লেপ লৈ নীলাঞ্জনাই শুবলৈ চেষ্টা কৰিলে। কিন্তু দিনত শোৱা বাবে তাইৰ টোপনি ধৰা নাই। কুচিমুচি তাই আইতাকৰ বুকুৰ মাজত সোমাল। এনেকুৱা এখন মমতাময় বুকুৰ উম কিমান দিন পোৱা নাই তাই! বহু কথাই মনলৈ আহিল নীলাঞ্জনাৰ। অতীতৰ। সৰুতে পৃথিৱীৰ আটাইতকৈ ভাল লগা ঠাইখনেই আছিল মামাকহঁতৰ ঘৰ। গৰমৰ বন্ধ, পূজাৰ বন্ধ, পৰীক্ষা দি উঠি পোৱা বন্ধবোৰত মামাকহঁতৰ ঘৰলৈ আহিবলৈ মৈত্ৰেয়ী আৰু তাই উচ্‌পিচাই আছিল। মাকক কুটুৰি আছিল। কেতিয়াবা মাকে নিজেই লৈ আহিছিল দুয়োজনীক। কেতিয়াবা মামাকহঁতে আনিবলৈ গৈছিল।

নিজৰ ঘৰৰ নিচিনা এইখন ঘৰত কোনো বন্ধন নাছিল। মুকলি পখী হৈ উৰি ফুৰিব পাৰিছিল। পঢ়া-শুনাৰ বোজাও নাছিল। কোনেও একো হকা-বাধা দিয়া নাছিল। খং-ৰাগ কৰা নাছিল। আৰু সেই স্বাধীনতাৰ পূৰ্ণ সুযোগ লৈছিল নীলাঞ্জনাই।

চোতালৰ সিফালে থকা গোহালিত ফুনু, মাকন, গীতাহঁতৰ লগত কম দৰা-কইনা খেলিছিল নে? ঢাৰিৰে ঘৰ সাজিছিল। নাৰিকলৰ কোৰোকাত ৰন্ধা-বঢ়া কৰিছিল। নীলাঞ্জনাই প্ৰায়েই কইনা হৈছিল। আইতাকৰ পৰা চাদৰ-মেখেলা আনি পিন্ধি তাই কইনা হৈছিল।

কইনা হোৱাৰ সপোন ছোৱালীৰ মনত শৈশৱতে জাগে। নিজাকৈ ঘৰ এখন বন্ধাৰ সপোন ছোৱালীয়ে শৈশৱতে দেখে।

সন্তানৰ মাক হোৱাৰ সপোন সেই শৈশৱতে দেখে ছোৱালীয়ে।

পুতলাৰ প্ৰেমত সেই মমতাময় মাতৃ হৃদয়ৰ পৰিচয় ফুটি উঠে। সেয়ে

পুৰুষৰ নথকা বহু সূক্ষ্ম অনুভূতি নাৰীয়ে অৰ্জন কৰে। সেয়ে একে বয়সৰ পুৰুষতকৈ বেছি পৰিপক্ক হয় একে বয়সৰ এগৰাকী নাৰী। নাৰীয়ে পুৰুষতকৈ বহু আগতীয়াকৈ জীৱনটো আৰম্ভ কৰে। সেয়ে এজন পুৰুষে জীৱনটো আৰম্ভ কৰাৰ সময়ত একেই বয়সৰ এগৰাকী নাৰীয়ে জীৱনেৰে ভাৰাক্ৰান্ত হৈ প্ৰৌঢ়ত্বৰ ৰং ঘঁহে।

০ ০ ০

ফুনুৰ বিয়া হৈ গৈছে কম বয়সতে। তাই এতিয়া আৰু ছোৱালী নহয়। তিৰোতা। তাইৰ চাল-চলন কথা বতৰা এতিয়া নীলাঞ্জনাহঁতৰ লগত নিমিলে। সেই ফুনুৱে ক'ৰ পৰা যে বগৰী চুৰিকৰি আনিছিল। চকলাকৈ কলপাতত কাটিছিল। নিমখ, জলকীয়া সানিছিল। আৰু আটাইকেইজনীয়ে টকালি টকালি খাইছিল।

ফুনু বাৰু সুখী নে দুখী?

সংসাৰ কৰাৰ সপোনতকৈ নাৰীৰ অন্য ডাঙৰ সপোন নাই। সেইফালৰ পৰা ফুনু সুখী।

বিয়া হ'লেই যদি নাৰী সুখী হয়— তেনেহ'লে তাইৰ মাকো সুখী আছিলনে?

বহুকথাই মনলৈ আহিল নীলাঞ্জনাৰ। আইতাকৰ বুকুৰ সুগন্ধি এটাই তাইৰ মন ভৰাই তুলিলে।

*এইটোৱে সেই কোঠা— তাই ফেকুৰি ফেকুৰি কান্দি সাতদিন সোমাই আছিল।*

মামাকহঁতৰ ঘৰলৈ মাকৰ স'তে ফুৰিবলৈ আহি এদিন দুপৰীয়া কৰ্দৈজোপাৰ তলত তাই এক আচহুৱা শাৰীৰিক পৰিঘটনা অনুভৱ কৰিছিল। সপ্তমমানত পঢ়ি আছিল তাই তেতিয়া। সেই নতুন অভিজ্ঞতাৰ মুখামুখি হৈ তাই আতংকগ্ৰস্ত হৈ পৰিছিল। ভয়তে মুখ শুকাই গৈছিল। এয়া কি হৈছে তাইৰ। চুচুক-চামাককৈ কান্দি কান্দি তাই আইতাকৰ কাষ পাইছিল।

প্ৰথমতে আইতাকে তাঁই কন্দাৰ কাৰণ উলিয়াব পৰা নাছিল। কিন্তু যি মুহূৰ্তত আৱিষ্কাৰ কৰিলে কথাটো আইতাকে চিঞৰ-বাখৰ লগাই দিলে। সেই চিঞৰ-বাখৰত নীলাঞ্জনা বেছি সন্ত্ৰস্ত হৈ পৰিল। তাইৰ লাজো লাগিবলৈ ধৰিলে।

আইতাকৰ চিঞৰ-বাখৰত নীলাঞ্জনাৰ মাক, মামীয়েক, বিনু মাহীহঁত উধাতু খাই লৰবি আহিল। সকলোৰে চকুৰে মুখে উৎকণ্ঠা। অপৰাধীৰ দৰে থিয় দি আছে নীলাঞ্জনা।

— মামু ডাঙৰ হ'ল। আইতাকে হাঁহি হাঁহি ক'লে।

— কি? আটাইৰে মুখত আশ্চৰ্য মিহলি কৌতুহলপূৰ্ণ হাঁহি। নীলাঞ্জনাই নিজেও বুজিলে যে তাই পুষ্পিতা হৈছে। তাৰ পিছত সাতদিন বন্দী।

হয়, এই কোঠাটোৰে এচুকত তাইক মাটিত খেৰৰ ওপৰত বিছনা চাদৰ পাৰি শুবলৈ দিয়া হৈছিল।

তাই ডাঙৰ হ'ল— এই কথাই গৌৰবো কঢ়িয়াই আনিছিল। এক অনামী অহংবোধে তাইৰ বুকু হেঁচি ধৰিছিল। তাৰমানে কইনা হ'বলৈ তাই যোগ্যতা আৰ্জিলে। সংসাৰ পাতিবলৈ তাই অৰ্হতা সম্পন্ন হ'ল। তোলনি বিয়াৰ দিনা বেইৰ তলত তাইক ধুৱাই থাকোতে নিজকে কইনা কইনাই লাগি গৈছিল তাইৰ। সূৰ্য প্ৰণাম কৰি থাকোতে তাই ভাবিছিল— দৰা-কইনা খেলৰ কথাবোৰ ফলিয়াব ধৰিছে।

সাতদিনতে তাইৰ লাজ ইমান বাঢ়িছিল যে তাই নিজেই আচৰিত হৈ গৈছিল।

মাক আৰু মামীয়েকে বহুত কিবা কিবি দিহা-পৰামৰ্শ দিছিল।

বহুদিন তাইৰ লাজ লাজ লাগি আছিল।

দেউতাকে খবৰ পায়ো অহা নাছিল। হয়তো চাকৰিৰ ব্যস্ততা।

বহু স্মৃতিয়ে উভতি আহিল মনলৈ নীলাঞ্জনাৰ।

০ ০ ০

এক সুগভীৰ প্ৰশান্তিৰে শুই ৰাতিপুৱাই সাৰ পালে নীলাঞ্জনাই। কোঠাটোৰ পৰা বাহিৰলৈ ওলাই আহিল তাই।

ঠাণ্ডা লাগিল তাইৰ। আকৌ ভিতৰলৈ সোমাই আহি আলোৱানখন গাত ল'লে। বেগত থকা টুথব্ৰাছপাটো উলিয়াই ললে।

তাই প্ৰথমে গ'ল বাথৰুমলৈ। তাৰ পিছত দমকলৰ পাৰতে দাঁত ব্ৰাছ কৰিবলৈ ধৰিলে। কুঁৱলীৰ বাবে ধূসৰ ধূসৰ সকলো। মুখ ধুই তাই পাকঘৰত সোমাল।

মামীয়েকে জুহালৰ ওচৰতে পীৰা এখন পাৰি বহিবলৈ দিলে তাইক।

— জুইৰ ওচৰত বহিলে ভাল লাগিব তোমাৰ। মামীয়েকে ক'লে। আইতাকে জুই পুৱাই আছিল। মামীয়েকে গেছত পানী গৰম হ'ব দিছে।

— ঘৰলৈ গৈছানে?

তাই 'যোৱা নাই' বুজাই মূৰ জোকাৰিলে।

— দেউতাৰাও যে কি?

মামীয়েকে আইতাকক আৰু তাইক চাহ-জলপান দিলে। এইবোৰ কথাত আইতাকে বিশেষ নামাতে। মৰমেৰে ওফোন্দ খাই থকা চকু-মুখত বিষণ্ণতাৰ এন্ধাৰ কিছুমান ক্ষন্তেক সময়ৰ বাবে বিয়পি যায়। পাৰিলে তেওঁ যেন বুকুৰ মাজত সামৰি ৰাখিব মৈত্ৰেয়ী আৰু নীলাঞ্জনাক। চকুৰ সমুখৰ পৰা কলৈকেও যেন যাবলৈ নিদিব।

নিশব্দে জুইৰ উত্তাপ লৈ লৈ আইতাকে চাহ খাবলৈ ধৰিলে। কাজল, ভুলু আৰু কুকুও সোমাই আহিল।

— চাহ দিয়া, পিঠা দিয়া।

— মই কিন্তু চিৰাখাম।

— মই গাখীৰ আৰু বিস্কুট খাম।

তিনিওৱে নিজৰ ফৰ্মাইচ শুনালে মাকক।

— হাল্লা নকৰিবি। সব ভালদৰে বহি থাক।

— মা, মই স্কুললৈ নাযাওঁ আজি। কাজলে ক'লে।

— কিয়?

— আজিৰ মামু বাৰ লগত ফুৰিবলৈ যাম।

— স্কুলৰ পৰা আহি মোৰ লগত ফুৰিবলৈ গ'লে হ'ল। নীলাঞ্জনাই ক'লে।

— নহ'ব, নহ'ব, মই স্কুললৈ নাযাওঁ। মোক এৰি আইতাৰ লগত ঘূৰি ফুৰিবা? স্কুলৰ পৰা আহি দেখা পাম নাক বজাই শুই আছা! নহ'ব।

কাজল স্কুললৈ নগ'ল।

o o o

মানুহৰ ঘৰে ঘৰে উচ্চ গ্ৰামত ৰেডিঅ' বাজিছে। কোমল ৰ'দবোৰ তামোল গছবোৰত ওলমি আছে। ৰ'দবোৰ যেন এজাক চৰাইহে!

কাৰ কাৰ ঘৰলৈ যাব? তাইকতো এই চুবুৰীটোত সকলোৱে মৰম কৰে। কনক মামা, ভাৰতী মাহী, আজলী মাহী সকলোকে মাত লগাব লাগিব।

— যা, যা, তহঁতৰ খবৰ সুধিয়ে থাকে! আইতাকে ক'লে।

কাজলক লৈ ওলাই গ'ল নীলাঞ্জনা।

— মামু বা তোমাৰ আটাইতকৈ ভাল বান্ধৱীজনীৰ নাম কি?

নীলাঞ্জনাই কাজলৰ প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ ভাবিবলগীয়া হ'ল। কাৰ নাম ক'ব?

দেবলীনা? মল্লিকা? জবা? মধু?

আছে জানো মনৰ মিল?

— বহুত বান্ধৱী আছে মোৰ। সকলো ভাল। মোক ভাল পায়।

— নাম কোৱাচোন।

— উম গৰিমা! গৰিমা নামৰ আছে এজনী।

— দেখিবলৈ কেনেকুৱা?

— গৰিমা মৰম লগা। কিন্তু...

— কি কিন্তু? পঢ়াত বেয়া?

— নহয় গৰিমাৰ সো ভৰিখন নাই। সৰুতে হোৱা দুৰ্ঘটনা এটাত তাইৰ ভৰি এখন চিঙি গৈছিল।

— খোজকাঢ়ে কেনেকৈ? কলেজলৈ আহে কেনেকৈ?

— অসমৰ বাহিৰলৈ নি মাক-দেউতাকে কাঠ আৰু লোহাৰ ভৰি এখন লগাই আনিছে। আঠুতে তলা মৰা থাকে। খুলি থবও পাৰে।

গৰিমাই সেয়ে ভালদৰে খোজকাঢ়িব নোৱাৰে। বেগাই খোজকাঢ়িব নোৱাৰে। দুপিয়াই দুপিয়াই খোজকাঢ়ে।

— তাইৰ কিজানি বৰ দুখ?

— অ'। আন ছোৱালীবোৰেও তাইক বিশেষ সংগ নিদিয়ে। তাইক দেখিলে যাত্ৰা বেয়া হয় বুলি ভাবে। তাই মন মাৰি ক্লাছৰ শেষৰ ফালে বহি থাকে। ক'লৈকেও বেছি নাযায়। পৃথিৱীৰ আটাইবোৰে দুখ যেন গৰিমাৰ মুখ আৰু হৃদয়ত থূপ খাই আছে।

— তুমি কিয় সংগ নিদিয়া? কাজলে যেন বিদ্ৰোহ কৰি উঠিল।

— মই দিব খোজো। কিন্তু মোৰ লগৰ আনবোৰ তাইৰ লগত মোক থাকিবলৈ নিদিয়ে।

— কিয়? তুমি জোৰকৈ থাকিব লাগে। বাকীবোৰক বুজাব লাগে। তুমি কিন্তু বেয়া কৰিছা।

নীলাঞ্জনাৰ ওচৰত কোনো উত্তৰ নাই।

তাই নিজক সুধিও সেই প্ৰশ্নৰ উত্তৰ উলিয়াব পৰা নাই।

(৮)

নীলাঞ্জনা অহা বুলি শুনি বীনু মাহী নিজেই আহি ওলাল গহপুৰৰ পৰা।

— বাঃ কলেজ পাই পাহৰিলি নহয় আমাক?

— কি যে কোৱা মাহী?

— মহাদেউৰে খবৰ লৈয়ে থাকে। মৈত্ৰেয়ীৰ খবৰ কেনে?

বীনু মাহীয়ে আগৰ পৰাই হৈ-হাল্লা কৰি ভাল পায়। বীনু মাহী অহা বাবে আড্ডা জমি গ'ল। সকলোৱে বহি ললে। কত কথা। অমুকৰ জীয়েক পলাই গ'ল। অমুকৰ জীয়েকৰ পেটত বিয়া নহওতেই সন্তান। বীনু মাহীৰ কথাৰ লাগ বান্ধ নাই।

— তোমাৰ যে কথা! মামীয়েকে মৃদু আপত্তি কৰে।

মাজতে আইতাকে কান্দিলে।

— হোৱা ঘটনাবোৰতো আৰু নোহোৱা কৰিব নোৱাৰি! এৰা, হৈ যোৱা ঘটনাবোৰক লৈ কান্দি কি লাভ।

— তায়ো কম বয়সতে গ'লগৈ। মইহে যাব লাগিছিল।

আইতাকে চকুপানী মচি মচি ক'লে।

— বাইদেউৰতো জীৱনটো দুখৰ মাজতেই শেষ হ'ল। এতিয়া এই দুজনীৰ জীৱন দুটা আমিয়ে গতি লগাব লাগিব। বীনু মাহীয়ে ক'লে।

— মৈত্ৰেয়ীৰ বাবে ল'ৰা এজন আহিছিল। ককায়েৰাই তাই বি. এ পাছ কৰালে ৰ'ব কৈছে ল'ৰাজনক। ভাল ঘৰৰ ভাল ল'ৰা। এম. এ পাছ কৰি কলেজত সোমাইছে। পোষ্টটো হ'ব কিজানি।

মৈত্ৰেয়ী আৰু নীলাঞ্জনাক লৈ যেন সকলোৰে চিন্তা। সহানুভূতি।

হ'বই। হোৱাৰে কথা।

নীলাঞ্জনাৰ মাকলৈ মনত পৰিল— ক'ত আছা মা? কেনে আছা মা?

০ ০ ০

দুপৰীয়া ঘামি-জামি মাক স্কুলৰ পৰা আহি ঘৰ পালে। নীলাঞ্জনা তাৰ আগতেই স্কুলৰ পৰা আহি ঘৰ পাইছে। তায়ো মাকলৈ বৈ আছে।

— ভাতকেইটাও নিজে লৈ খাব নোৱাৰ! ইমান ডাঙৰ হৈছ!

মাকে ভোৰভোৰালে।

মাক আজিকালি খিংখিঙিয়া হৈছে। আগতে ইমান মৰমিয়াল মাকজনী হঠাৎ ৰুক্ষ হৈ পৰিছে।

আজিকালি নীলাঞ্জনাৰো ভাল লাগি নাথাকে মনটো। ঘৰখনত যেন অশান্তিৰ ঘূন এটা লাগিছে! মাকৰ মুখৰ হাঁহিটো ম্লান হৈ গৈছে। কি হৈছে ঘৰখনত? কি হৈছে?

এনেদৰে অশান্তিকৰভাৱে দিনবোৰ গৈ আছিল। যাব লাগে স্কুললৈ গৈছিল। পঢ়িব লাগে— পঢ়িছিল।

মৈত্ৰেয়ীতকৈ বেছি সংবেদনশীল আছিল নীলাঞ্জনা। বৰ নিসংগ অনুভৱ কৰিছিল তাই। পঢ়া টেবুলত বহি উচুপি উচুপি কান্দিছিল। ৰাতি টোপনি নগৈছিল। তাইৰ মনৰ সংগোপন নিসংগ অনুভূতিবোৰৰ উমান আনে পোৱা নাছিল। পাবলৈ চেষ্টাও কৰা নাছিল।

সেই দিনবোৰতে তাইক অধিক নিসংগ কৰি মামাকহঁতে মৈত্ৰেয়ীক লৈ গৈছিল—পঢ়ুৱাবলৈ।

মাকৰ স্কুলৰ চাকৰিটোও নিয়মীয়া হোৱা নাছিল। তাকে লৈ মাকৰ অশান্তি বাঢ়িছিল। দিনটো কষ্ট কৰি মাহৰ শেষত নামমাত্ৰ দৰমহা পাইছিল তেওঁ। অথচ একেখিনি কষ্ট কৰি লগৰ শিক্ষক-শিক্ষয়িত্ৰীবোৰে সম্পূৰ্ণ দৰমহা পাইছিল। হতাশাই মাকক বেৰি ধৰিছিল।

সেই কথা নীলাঞ্জনাই বুজিছিল।

নামমাত্ৰ দৰমহা পালেও— দৰমহা পাবৰ দিনা মাকে নীলাঞ্জনালৈ কিতাপ কিনি আনিছিল। পঢ়া-শুনাত মাকৰ বৰ চখ আছিল। ঘৰতে সৰুকৈ লাইব্ৰেৰী এটা গঢ় দিছিল তেওঁ। কিতাপবোৰে কিন্তু নীলাঞ্জনাৰ নিসংগতা বঢ়াইহে তুলিছিল।

দেউতাকৰ সেইবোৰ ৰাপ নাছিল। বজাৰ সমাৰতে তেওঁ তেওঁৰ দায়িত্ব সীমাবদ্ধ কৰি ৰাখিছিল।

এসময়ত ভজন গাই ভালপোৱা মাকে ভজন গাবলৈ এৰি দিছিল। দেউতাকে একো কথাকে সমৰ্থন কৰা নাছিল মাকৰ।

কিয় বাঢ়িছিল মাক-দেউতাকৰ মাজত দূৰত্ব? নাই, নীলাঞ্জনাই উলিয়াব নোৱাৰে। মৈত্ৰেয়ীয়ে তেতিয়া মামাকহঁতৰ ঘৰত সকলোৰে মৰমৰ মাজত হাঁহি-আনন্দেৰে সময় কটাইছিল।

মৈত্ৰেয়ীয়ে দেখা নাছিল বিষাদময় বহু দৃশ্য।

০ ০ ০

দুদিন থাকি বানু মাহী যাবলৈ ওলাইছিল।

— তই আৰু মৈত্ৰেয়ী এইবাৰ একেলগে আহি আমাৰ ঘৰলৈ যাবি। কেইদিনমান থাকিবি।

বীনু মাহীয়ে জোৰকৈ তাইৰ হাতত টকা তিনিশ গুজি দিছিল। তাই 'না' 'না' বুলি কৈছিল যদিও দুশ টকা পাই ভালো লাগিছিল।

সৰু মামাকে বজাৰৰ পৰা খবৰ দিছিল— মামু, মৈত্ৰেয়ীয়ে আজি ফোন কৰিছিল। তই কেতিয়া যাবি সুধিছে। মই, তই কেইদিনমান থাকিবি বুলি ক'লো। তাই তোক যাবলৈ কৈছে। সৰু মামাক তেনেকুৱাই। মনলৈ যি আহে তাকে কৈ দিয়ে। একো কথা কামত বিশেষ চিৰিয়াছনেচ নাই। সৰু ব্যৱসায় কৰে। মৈত্ৰেয়ীতো সৰু মামাকৰ বিশেষ দোস্ত। দুয়োৰে কথাৰ লাগবান্ধ হেৰাই যায়। মৈত্ৰেয়ীয়ে ধমকো দিয়ে সৰু মামাকক। নীলাঞ্জনাৰ কিন্তু সকলোৰে লগত দূৰত্ব। আইতাক আৰু কাজলেই তাইৰ প্ৰিয় সংগী।

— তাই অকলে থাকি আমনি পাইছে চাগে। নীলাঞ্জনাই ক'লে।

— দুয়োজনী একেলগে আহিব নোবাৰিলি?

— তাইৰ ক্লাচ আছে নহয়।

— তেনেহ'লে যাবই লাগিল। ঠিকেই আছে। পিছত দুয়ো আহিবি। মইতো গৈয়েই থাকিম। সৰু মামাকে স্কুটাৰখন লৈ আকৌ ওলাই গ'ল।

০ ০ ০

নীলাঞ্জনা যাব বুলি শুনি আইতাকৰ মন মৰহি গ'ল। আটাইতকৈ দুখ লাগিল কাজলৰ। এইকেইদিন জমা থকা বহু কথাই তাই নীলাঞ্জনাক ক'লে যদিও সকলোখিনি শেষ কৰিব নোৱাৰিলে।

ৰাতি মামীয়েকে তাইৰ বাবে আৰু মৈত্ৰেয়ীৰ বাবে কাপোৰকে আদি কৰি কিবা কিবি বস্তু পেকিং কৰিলে। আইতাকৰ নিৰ্দেশমতে ৰাতি পিঠা লাৰুও বনালে মামীয়েকে।

— যাব পাৰিবা নহয় অকলে।

আইতাকে ৰাতিটো বুকুৰ মাজত ৰাখিলে নীলাঞ্জনাক।

— আই অ' ভালকে থাকিবি দে। ভগৱানৰ ওপৰত বিশ্বাস ৰাখিবি। ভাল হ'বই এদিন। ময়ো কোনদিনা যাও ঠিক নাই। তইঁতৰ গতি লগা চাই যাব পাৰিলে শান্তি পালোহেঁতেন।

০ ০ ০

আকৌ ওভতনি যাত্ৰা।

পবিত্ৰ হৃদয় যাৰ ভগৱান হৃদয় তাৰ। বাছখনৰ ভিতৰত লিখা আছে। সৰু মামাকে চাৰিআলিতে তাইক গাড়ীত তুলি দিলে। গাড়ীৰ সমুখত জ্বলাই থোৱা ধূপৰ গোন্ধবোৰ গাড়ীখনৰ ভিতৰত লৰি ঢাপৰি ফুৰিছে।

হেন্দীমেনজনে কাপোৰ এখনেৰে সমুখৰ আইনাখন মচিলে। গাড়ীৰ যাত্ৰা আৰম্ভ হ'ল।

কুঁৱলীৰ মাজে মাজে এটা হৰিণাৰ দৰে গাড়ীখন লাহে লাহে সমুখলৈ গৈ থাকিল।

নীলাঞ্জনাৰ চকুৰ আগত ভাঁহি উঠিল আইতাকৰ সেমেকা মুখনি। মামীয়েকৰ আদৰসনা চাৱনিটো। কাজলৰ জলমগ্ন দুচকু। তাই যেন বহুত কিবা কিবি এৰি থৈ আহিল।

— এই এহেজাৰ টকা মামাৰাই দিছে!

০ ০ ০

গাড়ী গৈ থাকিল। এই পথ তাইৰ অচিনাকি নহয়। চিনাকি। সেই শৈশৱৰে পৰা কিমানবাৰ আহিছে এই পথেদি। কিন্তু অকলে এইবাৰেই প্ৰথম আহিল তাই। অকলে অহাৰ হয়তো এক আনন্দ আছে। কিন্তু সংগী নথকা বাবে অকলে আহিবলগীয়াৰ দুখটোও জানো কম? আগতে প্ৰতিটো যাত্ৰাৰ সংগী আছিল মাক।

কথাটো গভীৰভাৱে ভবাৰ লগে লগে তাইৰ চকু চলচলীয়া হ'ল।

গাড়ীৰ হো হোৱনিত বাদে আন একো শব্দ নাই। নিস্তব্ধ চৌপাশ। গাড়ীৰ খিৰিকীত বন্দী এখন আকাশ। নীলাঞ্জনাৰ মন গহনত চিয়াহীৰ দৰে বিয়পি গৈছে বিষণ্নতা।

০ ০ ০

— আইতাই কি ক'লে? মামীয়ে? কাজল দুষ্ট হৈছে বোলে? ভুলু আৰু কুকু? ধ্ৰুৱ মামাক লগ পাইছিলি?

মই কালি ফোন কৰিছিলোহে। তই আজি আহি পালিয়েই যে। সৰু মামাও যে আৰু। মই তোৰ খবৰহে লৈছিলো।

মৈত্ৰেয়ীয়ে তাইক সুধি গ'ল এফালৰ পৰা...।

— চাও, বেগ খোল কি কি দি পঠিয়াইছে চাওঁ।

— নিজেই চাই ল'। মোৰ ভাগৰ লাগিছে।

মৈত্ৰেয়ীয়ে বেগৰ পৰা বস্তুবোৰ উলিয়ালে।

পিঠা-লাৰু, ঘিউৰ বটল, মেখেলা চাদৰ দুযোৰ, বিছনাচাদৰ দুখন... আৰু কিবা কিবি।

— আৰু একো দিয়া নাই?

— মোক চুৰিডাৰ এযোৰ দিছে। বীনু মাহীয়ে তিনিশ টকা দিছে। ডাঙৰ মামাই এহেজাৰ টকা দিছে।

— তাৰ মানে ঘৰ ভাড়া আৰু মাহটোৰ বজাৰ সমাৰ? মৈত্ৰেয়ীয়ে ক'লে।

নীলাঞ্জনাই পইচাখিনি সাঁচিব বুলি ভাবিছিল।

কিন্তু মৈত্ৰেয়ীয়ে খৰচৰ হিচাপ দিলে যেতিয়া আৰু উপায় নাই।

# চতুৰ্থ অধ্যায়

## (১)

কলেজৰ মূল তোৰণৰ তলৰ পৰা লৰচৰ কৰাৰ শক্তি যেন নীলাঞ্জনাই হেৰুৱাই পেলালে। বুকুৰ কোনোবা এটা কোন মোচৰ খাই উঠিল।

ক'ত আছে গৰিমা?

ক'ত আছে মণিকা?

— তুমি তেনে কাম নকৰা বুলি আমাৰ বিশ্বাস আছে নীলা। পৰম আত্মীয়তাৰে কৈছিল দুয়োজনীয়ে। নীলাঞ্জনা তেতিয়া শুই আছিল হস্পিতেলৰ বেডত।

ইমান বছৰৰ মূৰত আকৌ উভতি আহি পাৰিবনে তাই মিলিব?

সন্দিকৈ কলেজ! অ' মোৰ প্ৰাণৰ সন্দিকৈ কলেজ!

ঈশ্বৰৰ নাম আওৰোৱাদি আওৰালে নীলাঞ্জনাই।

— মই সকলোকে ক্ষমা কৰি দিছো। ক্ষমা কৰি দিছো দেৱলীনা; তোমাকো।

এৰা, সকলোকে ক্ষমা কৰি দিছে নীলাঞ্জনাই।

স্মৃতি! সিও পাপৰ দৰে খুলি খুলি খায়।

স্মৃতিত সদায়ে চকুপানী থাকে— সি যিমানেই মধুৰ নহওক কিয়!

স্মৃতিৰ বন্দৰত উভতি গৈ পুনৰ উপস্থিত হ'ব পৰা হ'লে মানুহ চাগে আটাইতকৈ সুখী হ'লহেঁতেন। কিন্তু স্মৃতি ৰোমন্থনহে কৰিব পাৰি— তালৈ উভতি গৈ চুই চাব নোৱাৰি, সান্নিধ্য লাভ কৰিব নোৱাৰি। স্মৃতি বৰুৱা!

টনা ডহা চকুৰে দেৱী যেন লগা ছোৱালীজনী দিল্লীলৈ পঢ়িবলৈ গৈছিল। কিন্তু দিল্লীৰ স্বাৰ্থপৰ, ব্যক্তিকেন্দ্ৰীক সমাজ ব্যৱস্থাত তাই টিকিব নোৱাৰিলে। তাইৰ অনুভৱী, সংবেদনশীল হৃদয়খন দিল্লীৰ লগত তেল-পানী যেনহে হ'ল। ডিস্কো দুনীয়াৰ ফোপোলাবোৰত তাই নিজকে প্ৰতিষ্ঠা কৰিব নোৱাৰিলে। অতি আমনিবোৰৰ মাজত তাই নিসংগ হৈ পৰিল। তাত কোনেও কাৰো হৃদয়ৰ খবৰ নাৰাখে। কোনেও কাকো নুবুজে। অৰ্থহীন ৰেচ।

প্ৰতিযোগিতাই প্ৰতিভাৰ অপচয় ঘটায়। তাই ভাবিলে। তাই দেখিলে।

দিল্লীত মগজু আৰু শৰীৰ আছে।

দিল্লীত হৃদয় আৰু আত্মা নাই।

শীতে পুতি পেলোৱা এখন লঠঙা অৰণ্যত বিচৰণ কৰি ফুৰা যেন লাগিল স্মৃতিৰ। কিন্তু বসন্ত নহ'লে তাই জীয়াই থাকিব নোৱাৰে।

ঘৰত কুটুৰি কুটুৰি তাই আকৌ উভতি আহিল। ঘৰৰ মানুহে সহজভাৱে

লোৱা নাছিল কথাটো। দিল্লীত পঢ়ি কেৰিয়াৰ বনাব লাগে! কি যে কাণ্ডজ্ঞানহীন ছোৱালী। ভাবিছিল দেউতাকে। ভাবিছিল মাকে।

উভতি আহিছিল স্মৃতি বৰুৱা— দিল্লীৰ পৰা। অবুজন ছোৱালী। ভাবিছিল নীলাঞ্জনাইও। তাইক যদি দেউতাকে পঠিয়ালেহেঁতেন দিল্লীলৈ— সেই ভাবনাত বুৰ যায় নীলাঞ্জনা।

ডিগ্ৰী ফাৰ্ষ্ট ইয়েৰত লগ পাইছিল স্মৃতিক— নীলাঞ্জনাই। এখন সাহিত্যৰ সন্মিলনীত। কলেজৰ সাহিত্য বিভাগৰ উদ্যোগত পতা সেই অনুষ্ঠানত উপস্থিত আছিল স্মৃতি বৰুৱা। কবিতা পাঠ কৰিবলৈ। পঞ্চাশ-ষাঠীজনীমান ছোৱালী আৰু আঠ-দহজন শিক্ষক উপস্থিত আছিল অনুষ্ঠানটোত। বৰ সুন্দৰ অথচ জটিল কবিতা এটা পাঠ কৰি স্মৃতিয়ে সিদিনা মন মুহিছিল সকলোৰে। নীলাঞ্জনাইও হাত চাপৰি পাইছিল। কবিতা পাঠ কৰি।

নীলাঞ্জনাৰ কাষলৈ উঠি আহি বহিছিল স্মৃতি।

— তোমাৰ কবিতাটো শুনি ভাল লাগিছে।

— অ' তোমাৰটো বেছি ভাল হৈছে। অলপ জটিল হৈছে বুজিবলৈ। কিন্তু জীৱনো যে জটিল। পঢ়িলে আৰু ভাল লাগিব।

— তোমাৰ কবিতাটো। আবেগতে ক'লে নীলাঞ্জনাই।

— মই স্মৃতি। ইংলিছৰ। ঘৰ দুলিয়াজানত।

— মই নীলাঞ্জনা। ফিল'চফীৰ। ক'ত থাকা তুমি?

— চেনীকুঠিত। প্ৰাইভেট হোষ্টেলত।

এনেদৰেই চিনাকি স্মৃতি বৰুৱাৰ সতে।

কলেজলৈ আহি আজিকালি নীলাঞ্জনাই বিচাৰি ফুৰে স্মৃতিক। ওপৰ মহলাত থাকিলে স্মৃতিয়ে তলত থকা নীলাঞ্জনাক হাত জোকাৰি স্বাগতম জনায়। কেতিয়াবা হাঁহে। কিন্তু ডিপাৰ্টমেণ্ট বেলেগ হোৱা বাবে দুয়োৰে লগালগি প্ৰায়ে নহয়েই। তথাপি যেন দুয়ো দুয়োকে বিচাৰি ফুৰে।

দেৱলীনাই ফিল'চফীতে মেজৰ লৈছে। জবা আৰু মধুইও। আকাংক্ষা বেলেগ কলেজলৈ গৈছে। শ্ৰাৱণীয়ে মেজৰ লৈছে অসমীয়াত। মণিকা পলিটিকেল চায়েন্সত। গৰিমা অসমীয়াত। মল্লিকাই কটনত এডমিচন লৈছে।

আকাংক্ষাক প্ৰায়েই মিচ কৰা যায়। বৰ দিলখোলা, বিন্দাছ ছোৱালী আছিল তাই।

আকাংক্ষা মহন্ত!

সেই অসহনীয় স্মৃতিকাতৰ ৰাতিটোৰ নাম আকাংক্ষা।

হায়াৰ চেকেণ্ডাৰী চেকেণ্ড ইয়েৰৰ ষ্টুডেণ্ট আটাইকেইজনী...

সেই ৰাতিটো। গা বিজবিজাই যোৱা ৰাতিটো...

০ ০ ০

গুৱাহাটীত কিমানদিন হ'ল— হিচাপ কৰিলে চকু মুদি নীলাঞ্জনাই। অতিকে চিনাকি মহানগৰত পৰিণত হৈছে গুৱাহাটী। এই উজানবজাৰ, এই গুৱাহাটী ক্লাব, এই কাছাৰী, এই পাণবজাৰ— কিমান খোজৰ বাট, কিমান সময়ৰ বাট, কোন ফুটপাথত কেইটা গাত মুখস্থ হৈ গৈছে তাইৰ। এনে লাগে নীলাঞ্জনাৰ— প্লেনেটৰিয়ামৰ ওচৰত ঘূৰি ফুৰা কুকুৰটো, বাটৰ কাষৰ গছ, ৰিক্সাবালা, চিটি বাছৰ কণ্ডাক্টৰ, কাউৰীবোৰ সকলোৱে চিনি পায় তাইক।

নীলাঞ্জনা দত্ত মন উৰিবলৈ নিদিবা।

সকলোৱে যেন তাইক সকিয়ায়।

— বহুত ভুল কৰিবলৈ মন যাব নীলাঞ্জনা। এই বয়সত ভুল কৰাৰো এটা আনন্দ থাকে। কিন্তু কিছুমান ভুলে তোমাক এনেদৰে প্ৰবঞ্চনা কৰিব যে তুমি থিয় হৈ থকাৰ শক্তিকনো হেৰুৱাই পেলাবা। সাৱধান নীলাঞ্জনা। নাই, তাই ভুল কৰিব নোৱাৰে। তাইৰ বহুত সপোন আছে। আশা আছে। ভুল কৰক জবাই, ভুল কৰক আকাংক্ষা মহন্তই, মল্লিকা মেধিয়ে ভুল কৰক। হাজাৰবাৰ ভুল কৰিলেও সিহঁতৰ সমুখত হাজাৰটা বাট পৰি আছে। এটা বাটত উজুটি খালে অন্য বাট আছে সিহঁতৰ। অন্য গন্তব্যস্থল আছে। কিন্তু নীলাঞ্জনাৰ আছে কি! খলাবমা এটাই পথ।

তাৰ পাছতো ভুল হৈছিল নীলাঞ্জনাৰ।

কিয় হৈছিল। ইমান অংক কৰি জীৱন নচলে। আৱেগে সকলো বদ্ধমূল ধাৰণা আৰু সিদ্ধান্তক পৰাজিত কৰে।

লং ৰাণত আৱেগে ভাল ফল দিয়ে। শৰ্ট ৰাণত আবেগ জঞ্জাল হৈ পৰে।

— ভুল? মিচটেক? তাৰ ভয়ৰ জীৱনটো এনজয় নকৰাকৈ থাকিবি? লাইফত তিনিটা মিচটেক নকৰিলে ছোৱালীৰ জীৱনৰ একো অৰ্থ নাই। বিয়াৰ পিছতটো বন্দী বান্দৰীয়ে। আকাংক্ষা মহন্তই কয়।

— কি মিচটেক তিনিটা?

— লাভ, ছেক্স এণ্ড এচ্‌কেপ ফ্ৰম হ'ম অ'ৰ মিচিং ফ্ৰম...।

— প্ৰেম, যৌনতা আৰু ঘৰৰ পৰা এবাৰ অন্ততঃ কেইদিনমানলৈ নোহোৱা

হৈ যোৱা।

— বাঃ কি থিয়ৰি তোৰ! লাভটো মানি ল'ব পাৰি। দেৱলীনাই কয়।

— মই কিন্তু ছেক্সটোও মানি লওঁ। জবাই উত্তৰ দিয়ে।

— অ'তো; ল'ৰাই ছেক্স কৰিলে একো নহয়, আমি ছেক্স কৰিলে মহাভাৰত অশুদ্ধ হৈ যায়। মল্লিকাই সহযোগিতা কৰে।

— সকলো বাস্তৱ কথা।

— উমহু, সকলো স্বাভাৱিক কথা।

— সকলো স্বাভাৱিকেই বাস্তৱ।

— নহয়, সকলো বস্তুৱেই স্বাভাৱিক।

কথাৰ মাজত নানা বিতৰ্ক চলে।

— মই কিন্তু চান্স পালেই ছেক্স কৰিম দেই। বৰ মন আছে।

জবাই কয়।

নীলাঞ্জনা আচৰিত হৈ যায় এইবোৰ কথা-বতৰাত।

এনে কথাও পাতেনে ছোৱালীয়ে?

— ছোৱালীযে ছোৱালী হৈ থকা দিন গ'ল আৰু। মল্লিকাৰ প্ৰত্যুত্তৰ।

— ছেক্সটো ভয় লাগে দেই। যদি কিবা হৈ যায়। দেৱলীনাই কয়।

— আজিকালি সব সেফ। মই জানো নহয়। আকাংক্ষাৰ অভিজ্ঞ উত্তৰ।

— কিন্তু কাৰ লগত.......

— মোৰ পিছত এজন ঘূৰা কৰিছে। অলপ নচুৱাই লওঁ ৰ। তাৰ পিছত ডিচিচন ল'ম।

এনেবোৰ কথাই পাতে নীলাঞ্জনাৰ বান্ধৱীবোৰে।

নীলাঞ্জনাৰ শুনিবলৈ লাজ লাগে। কিন্তু শুনিবলৈ মনো যায়।

০ ০ ০

থিংক পজিটিভ নো নিগেটিভ!

প্ৰথম বিল্ডিঙৰ 11/A নং বিশাল শ্ৰেণীকোঠাত ইংৰাজীৰ ক্লাছত শ্ৰুতি বাইদেৱে কৈছিল।

তাকেই দেৱলীনাই বেলেগ ধৰণে কয়— নাথিং নিগেটিভ, এভৰিথিং পজিটিভ। অলিজ পজিটিভ।

এভৰিথিং পজিটিভ! নীলাঞ্জনাৰ মগজুত খুন্দিয়াই থাকে বাক্যটোৱে। কিন্তু কি অৰ্থ আছে এই শিক্ষাৰ? এই পাঠ্যক্ৰমৰ? এই কলেজখনৰ? সব বকবাচ। অৰ্থহীন

যেন লাগে নীলাঞ্জনাৰ। সমুখত আশাপ্ৰদ ভৱিষ্যতৰ স্বপ্ন নাথাকিলে সকলো কথাই অৰ্থহীন যেন লাগে।

সকলো আনন্দ অনামী বিষণ্ণতাত বুৰ যায়।

কিন্তু মল্লিকা, আকাংক্ষা, জবা, দেৱলীনাহঁতৰ তেনে কোনো বিষণ্ণতা নাই। সেইবাবে মল্লিকা, আকাংক্ষা, জবাই কলেজ বেগত চিগাৰেটৰ পেকেট লৈ আহিব পাৰে। লুকাই-চুৰকৈ চিগাৰেট হুপিব পাৰে। ক'ব পাৰে— চান্স পালে এদিন মদ খাম। আৰু সেই অভিজ্ঞতাৰ সাক্ষী হৈছিল নীলাঞ্জনা।

ৰূম নং পাঁচত।

ক্লাছ শেষ হোৱাৰ পিছত।

— ঐ শুন, শুন, আজি পাৰ্টি কৰো দে আটাইকেইজনীয়ে। আকাংক্ষাই কয়।

— পাৰ্টি? দিন দুপৰত? মল্লিকাই সোধে।

— নহয়, ৰাতি। আজি আমাৰ ঘৰত মা-পাপা নাথাকে।

— বঢ়িয়া হ'ব। জবাই কয়।

— সকলোৱে ঘৰত কৈ আহিলেই হ'ল যে ৰাতি কোনেও ঘৰলৈ উভতি নাযায়। মোৰ বাৰ্থ ডে বুলি ক'লেই হ'ল। আকাংক্ষাই কয়।

— নীলা, তুমি থাকিব লাগিব কিন্তু।

— মই নাযাওঁ দিয়া। নীলাঞ্জনাই বিনম্ৰতাৰে কয়।

নগ'লে হ'ব? তুমি আমাৰ লগত নাথাকিলে বৰ খালি খালি লাগে। জবাই ক'লে— থিংক পজিটিভ নো নিগেটিভ। অলিজ পজিটিভ।

— আমি সোণৰ টুকুৰা, নীলা বাখৰ।

— ঐ শুনা নীলা, তুমি মোৰ লগত আমাৰ ঘৰলৈ গৈ মাক বুজাই ক'ব লাগিব। নহ'লে আহিব নিদিব মায়ে।

দেৱলীনাই কয় নীলাঞ্জনাক। ইতিমধ্যে দুজনীমানে তাইক তই, তই সম্বোধন কৰা কৰিছে। তায়ো ক'বলৈ চেষ্টা কৰিছে।

— মই নাযাওঁ নেকি? নীলাঞ্জনাই আকৌ আপত্তি কৰিলে।

— নাথিং নিগেটিভ, এভৰিথিং পজিটিভ। দেৱলীনাই ক'লে।

— তুমি আমাৰ ঘৰলৈ যাবই লাগিব।

০ ০ ০

আকাংক্ষাহঁতৰ বিশাল ঘৰটো যেন নীলা পোহৰৰ মাজত সাঁতুৰিছে আছিল। হাঁহি স্ফূৰ্তি কৰি আটাইকেইজনী গেট খুলি ভিতৰলৈ সোমাই গৈছিল। আড়ষ্টতা

অনুভৱ কৰিছিল কেৱল নীলাঞ্জনাই।

আহল-বহল ড্ৰয়িং ৰূমৰ চোফাত জপিয়াই জপিয়াই বহিছিল আনকেইজনী ছোৱালী।

— উৱাও, বৰ সুন্দৰকৈ সজাইছে দেই!

— মা ইণ্টেৰিঅ'ৰ ডিজাইনাৰ বুলি নাজান নেকি?

— মধু অহা হ'লে ভাল লাগিলহেঁতেন!

— বৰ কনজাৰভেটিভ ফেমিলি!

নীলাঞ্জনাই চোফাখনত ইমান সাবধানে বহিছিল— নহ'লে যেন অলপ লৰচৰ কৰিলেই লেম্পৰ চিমনি ভওাদি ভাঙি যাব চোফাখন। তাই ইতস্ততবোধ কৰি ৰেহৰূপ চাই আছিল।

— টি.ভি চাওঁ?

— চা। মই ৰূমটো ঠিক ঠাক কৰো।

— ৰ, ৰ, কি বা চিনেমা আছে নেকি?

— কি কিবা চিনেমা? আকাংক্ষাই সুধিলে।

— সেইবিধ!

— বি. এফ?

— অ।

— ঘৰত ষ্টক থাকে নেকি?

— চাবলৈ মন গৈছিল অ'। জবাই কয়।

— মোক কেতিয়াবা মনে মনে ড্ৰাইভাৰজনে আনি দিয়ে। আকাংক্ষাই ক'লে।

— ক'ত পায়?

— আনে ক'ৰবাৰ পৰা।

আকাংক্ষা ভিতৰলৈ গ'ল।

টি.ভিৰ পৰ্দাত পুৰণা হিন্দী চিনেমাৰ গান চলিছে। নীলাঞ্জনাই মন দি চাইছে। দুই এজনী বাথৰূমলৈ গ'ল।

কোনোবাই বেচিনত মুখ ধুই আচীত চালে নিজকে।

নিজৰে বান্ধৱীবোৰৰ এই প্ৰাণ চঞ্চলতাই নীলাঞ্জনাক আচৰিত কৰি তোলে। তাই কিয় হ'ব নোৱাৰে চঞ্চল! তাইৰ জীৱনত এভৰিথিং নিগেটিভ, নাথিং পজিটিভ। সেই কাৰণে?

আকাংক্ষাই পিংক কালাৰৰ টি চাৰ্ট আৰু থ্ৰি কোৱাৰ্টাৰ ট্ৰাউজাৰ এটা পিন্ধি ওলাই আহিল।

— উৰাও, কি ছেক্সি লাগিছে তোক! মল্লিকাই কৈ উঠে।

— আহ, আহ, ভিতৰৰ ৰুমত বহো। আহ।

মোজাইক মজিয়াত কাৰ্পেটৰ ওপৰত আকাংক্ষাই বেডকভাৰখন পাৰিছে। তাৰ ওপৰত ফল-মূল, ভাজি সব্জী আৰু চিচাৰ গিলাচ কেইটামান।

— বস্তুবোৰ উলিয়া।

নীলাঞ্জনাত বাদে আটাইকেইজনীৰে বেগৰ পৰা ওলাল এটা দুটা মদৰ দীঘল বটল।

— মদ খাবা তোমালোকে? নীলাঞ্জনাৰ মুখৰ পৰা ওলাই গ'ল।

— মদ নহয়, বীয়েৰ! খালে একো নহয়।

একোটা বটল খুলিবলৈ তাহাঁতৰ বহুত সময় লাগিল। কোনোবাই দাঁতেৰে চেষ্টা কৰিলে, কোনোবাই কটাৰীৰে। এটা বটল পকীত পৰি ঠনকৈ ভাঙি থাকিল। তিতি গ'ল কাৰ্পেট, বেডকভাৰ।

— ছেঃ! আটাইকিজনীৰে মুখৰ পৰা কোৰাচ হৈ ওলাল শব্দটো!

বহু চেষ্টাৰ অন্তত কাৰোবাৰ মূৰত খেলালে ঠাণ্ডাৰ বটল খোলা অপেনাৰ পাটৰ কথা। ৰেষ্টোৰাঁবোৰত যে 'থক্'কৈ টানি ঠাণ্ডাৰ বটলৰ সাঁফৰ খুলি দিয়ে।

পোৱা গ'ল বিচাৰি অপেনাৰ। ফ্ৰীজৰ ওপৰত। কি স্ফূৰ্তি।

একোটা বটলৰ পৰা বীয়েৰ বাকোতেও গিলাচত ওফোন্দি গৈছিল। ফেনবোৰ উথলি উঠিছিল।

— চিয়ের্চ।

— নীলা, ল'।

— নাই, নাই, মই এইবোৰ নাখাওঁ, তোমালোকে খোৱা।

— একো নহয়, এগিলাচ খালে একো নহয়।

— নাথিং নিগেটিভ, এভৰিথিং পজিটিভ।

— নাই, মই নাখাওঁ। মোৰ গা ভাল নহয়।

বহুত জোৰ কৰিও নীলাঞ্জনাক সিহঁতে বীয়েৰ খুৱাব নোৱাৰিলে।

— বীয়েৰত হেনো ফুড ভেলু থাকে।

— থাকেতো! আমাৰ লগত টিউচন কৰা ৰোমিঅ' আৰু দেৱব্ৰতে কৈছে নহয়! বীয়েৰ খালে হেনো ফেটছ্ হয়।

— জবাৰ শ্ৰীমনেচ বীয়েৰে ফটাই দিব আজি!

নীলাঞ্জনাৰ অসহ্য লাগে কথাবোৰ।

— আনন্দই জন্ম দিয়ে জীৱনৰ।

— উপভোগে জন্ম দিয়ে জীৱনৰ।

— লগত যদি ৰোমিঅ' আৰু দেবু থাকিলহেঁতেন!

— মই বহুত কিচ কৰিলোহেঁতেন!

— কাক?

— দেবুক। তাৰ ওঁঠ মোটা। মোৰ ভাল লাগে। টিউচনত লুকাই চুৰকৈ তাৰ ওঁঠলৈকে চাই থাকো। বৰ লোভ লাগে।

— আৰু কি চাব?

— বাইচেপ!

বীয়েৰৰ বটলবোৰৰ আয়ুস টুটি আহে। আকাংক্ষা, জবা, মল্লিকা, দেৱলীনাহঁতৰ চকু ঢুলঢুলীয়া হৈ আহে। জিভা পাক খাই আহে।

— ভাত খাবি নেকি?

— ভাত খাব লাগিব।

এনেতে মল্লিকা ৰুমৰ বাহিৰলৈ ওলাই যায়।

বেচিনতে হক্‌হকাই বমি কৰিবলৈ ধৰে তাই। নীলাঞ্জনা তাইৰ ওচৰলৈ গৈ তাইক ধৰে।

— বাঃ কি নিচা হৈছে বে! আকাংক্ষাই কয়।

— মই এতিয়া শুম।

— ভাত?

— নাখাওঁ, পুৱা উঠি যি খাওঁ খাম। মই শুই থাকো। তহঁতে যি কৰ কৰ। মল্লিকা গৈ বিছনাত ধমহকৈ বাগৰি দিলে। দলিচাতে দীঘল দিলে জবা আৰু আকাংক্ষাই। নীলাঞ্জনাৰ যন্ত্ৰণা হ'ল।

কি কৰিব কি নকৰিব— তাই দোধোৰ মোধোৰত পৰিল। অসহায় লাগি গ'ল নিজৰে তাইৰ। অসংযতভাৱে আটাইকেইজনী শুই আছে মজিয়াত আৰু বিছনাত। নীলাঞ্জনাই লাইট অফ কৰিলে আৰু মল্লিকাৰ ওচৰতে কুচিমুচি শুলে।

ৰাতি ভালদৰে টোপনি নগ'ল তাইৰ।

চট্‌ফটাই থাকিল বিচনাত।

কি এই জীৱন!

০ ০ ০

দেৱলীনা পঢ়া-শুনাত চিৰিয়াচ। মধুও ভাল ছোৱালী। কিন্তু আকাংক্ষা, শ্ৰাৱনী, জবাৰ পঢ়া-শুনাত কোনো মন নাই। কেৱল ফুচকা খোৱা, অফত ল'ৰা চোৱা,

ফ্লার্ট কৰা, চিএৰ্ব-বাখৰ কৰা এইবোৰেই তাহাঁতৰ হবি।

সেইবুলি সিহঁতক বেয়া বুলি ক'ব নোৱাৰি। মনত কোনো ময়লা নাই। নীলাঞ্জনাক বিশেষ আদৰ কৰে সিহঁতে। নোটছ বিচাৰে। নজনা কথা সোধে।

— ৰেচ্‌পনচ য়'ৰ ৰ'ল। শ্ৰুতি মেমে উপস্থিতিৰ খতিয়ান লয়। দেৱলীনা অহা নাই। অথচ মল্লিকাই দেৱলীনাৰ নম্বৰত কয়— ইয়েচ মেম।

জবা অহা নাই। আকাংক্ষাই তাইৰ হৈ প্ৰেজেণ্ট কৰে— ইয়েচ মেম। জবাই কয় নীলাঞ্জনাক— তই নাহিলেও আমি তোৰ হৈ প্ৰেজেণ্ট দি দিওঁ।

কাৰো প্ৰতি বিপুল আগ্ৰহ নথকা নীলাঞ্জনাই আগ্ৰহ অনুভৱ কৰে এইজাক ছোৱালীৰ প্ৰতি।

ফ্ৰেনশ্বিপ সম্পৰ্কে কোনো ধাৰণা নথকা নীলাঞ্জনাই বুজি পায় এই সৰু সৰু দুষ্টালি, বদমাচিবোৰতে বন্ধুত্বৰ সংজ্ঞা, আন্তৰিকতাৰ পাঠ লিখা থাকে।

তাই দেখাকৈ কৃতজ্ঞতা নজনায়। কিন্তু ভিতৰি কৃতজ্ঞ হৈ পৰে। 'ভগৱানক নাপালেও মই তোমালোকক পাইছোঁ।'

— কাইলৈ মই নাহো। তুমি মোৰ হৈ প্ৰেজেণ্ট দিবা।

দেৱলীনাই কয় নীলাঞ্জনাক।

নীলাঞ্জনা দোধোৰ-মোধোৰত পৰে। এনে কাম তাই কৰি পোৱা নাই।

০ ০ ০

কিযে ভয়ংকৰ কথা হৈছিল সেই ৰাতি— ভাবিলে আজিও দেহা-মন কিবা লাগি যায়। বীয়েৰ খাই নীলাঞ্জনাক বাদ দি আটাইকেইজনী ঢলি পৰিছিল নিচাত। আৰু পুৱাই বাজিছিল সেই অনভিপ্ৰেত কলিং বেল— টিৰিৰিৰি ট...।

— এই পুৱাই পুৱাই, যাচোন নীলাঞ্জনা গাখীৰাৱালাজন আহিছে— আকাংক্ষাই কৈছিল।

নীলাঞ্জনাই দৰ্জা খুলিবলৈ গৈছিল।

দৰ্জা খুলি স্তব্ধ হৈ গৈছিল নীলাঞ্জনা।

আকাংক্ষাৰ মাক-দেউতাক সমুখত থিয় হৈ আছে!

— অ' নীলা তুমি। আমাৰ এই শুই উঠাই নাই নেকি?

আকাংক্ষাৰ মাকে মৰমেৰে সুধিছিল নীলাঞ্জনাক।

কি ক'ব নীলাঞ্জনাই? অণ্ঠ কণ্ঠ শুকাই গৈছিল তাইৰ।

এতিয়া কি হ'ব! হাতে-লোটে ধৰা নপৰিবনে আটাইকেইজনী। তাই যেন মাটিত বাগৰিহে পৰিব!

০ ০ ০

তাৰ পিছত ড্ৰয়িং ৰুমত আটাইকেইজনীক বহাই লৈ আকাংক্ষাৰ দেউতাকে কৈছিল— তোমালোকে যি কৰিছা সেইবোৰ মুঠেও ভাল কাম নহয়। ছোৱালীৰ কামো নহয়। অভিভাৱকৰ বিশ্বাসক তোমালোকে আঘাত কৰিছা।

— পাপা, আমি এনেয়েহে টেষ্ট কৰিছিলো। একোতো বেয়া কাম কৰা নাই! আকাংক্ষাই লেনিয়াই কৈছিল।

— আৰু নীলা, তুমি পঢ়া-শুনাত ইমান ভাল ছোৱালী বুলি শুনিছো মই, তুমিও যদি এনে কৰা কি হ'ব।

এই কথাষাৰে শেলৰ দৰে হানিছিল নীলাঞ্জনাৰ বুকুত, আৱেগত। তাইতো ক'ব নোৱাৰে যে তাই ৰাতি আনকেইজনীক সহযোগ কৰা নাই। তাই বীয়েৰ খোৱা নাই। আকাংক্ষাৰ দেউতাকক সঁচা কথা কৈ দি তাই আকৌ ভাল ছোৱালীৰ আসনখন লৈ থাকিব পাৰে— কিন্তু সেয়া হ'ব বন্ধুত্বক প্ৰতাৰণা।

— নীলাই যদি একো খোৱা নাই তোমালোকে খালা কিয়? কিয় নীলাৰ দৰে হ'ব নোৱাৰা তোমালোকে? হয়তো দেউতাকে এনেদৰেই ক'ব!

— আৰু এনে কাম নকৰিবা। বহুত বেয়া কৰিছা তোমালোকে। বহুত বেয়া!

আকাংক্ষাৰ মাকেও আগতে আহিলে কৰাৰ দৰে আদৰ নকৰিলে সিদিনা।

— তোমালোকে এনে কৰিবা বুলি মই ভবাই নাছিলো। নীলা, তুমি অন্ততঃ এনে কৰিব দিব নালাগিছিল। তোমাক আটাইকেইজনীয়ে ভাল পায়, মানে, তুমি কোৱা হ'লে সিহঁতে মদ নাখালেহেঁতেন।

আকাংক্ষাৰ মাকক কি বুজাব নীলাঞ্জনাই? আটাইকেইজনীয়ে অপৰাধীৰ দৰে ওলাই আহোতে চাবলগীয়া হৈছিল। আকাংক্ষাৰ মাক-দেউতাকক মাতষাৰ দিবলৈ কোনেও সাহস গোটাব নোৱাৰিলে।

ৰাস্তাত মাত্ৰ দেৱলীনাই কৈছিল— বৰ বেয়া কথা হৈ গ'ল ভাই।

মল্লিকাই কৈছিল— আৰু আকাংক্ষাৰ আংকল-আন্টিক মুখ দেখুৱাব নোৱাৰিম!

নীলাঞ্জনাৰ মুখৰ মাত হেৰাই গৈছিল। এক অনামী অপৰাধবোধে খুলি খুলি খাইছিল তাইক!

০ ০ ০

মণিকাৰ ওঁঠৰ কাষৰ দাগটো ক্ৰমশঃ বাঢ়ি আছে। সৌহাতৰ আঙুলিতো তেনে দাগ হৈছে তাইৰ।

নীলাঞ্জনাই উপযাচি তাইৰ লগত চিনাকি হৈছিল। আড্ডা মাৰিছিল। তাইৰ হাতত ধৰি কেণ্টিনলৈ গৈছিল।

দেৱলীনাই কৈছিল— সেইজনীৰ লগত ইমান মিলামিছা নকৰিবা। বেমাৰটো তোমাৰ গালৈও আহিব। কুষ্ঠ হয়।

শুনা নাছিল নীলাঞ্জনাই; কাৰোৰে কথা শুনা নাছিল। গৰিমা আৰু মণিকাৰ লগত বিশেষ সম্পৰ্ক গঢ়ি উঠিছিল তাইৰ। দুৰ্ভগীয়া বুলি ভবা মানুহবোৰে দুৰ্ভগীয়া মানুহৰে সংগ পছন্দ কৰে। দুখী মানুহবোৰ দুখী মানুহৰ ওচৰতেই নিৰাপদ। কোনে কৈছিল জানো— শৰীৰ নিতিতাকৈও সাগৰ হয়তো পাৰ হোৱাটো সম্ভৱ। কিন্তু চকুপানীৰে নিতিতাকৈ জীৱনটো পাৰ কৰা অসম্ভৱ!

মণিকা তামুলপুৰৰ ছোৱালী। দেউতাক শিক্ষক তাইৰ। এজন ভায়েক আৰু এজনী ভনীয়েক আছে তাইৰ। তায়ো ঘৰভাড়া কৰি আছে গুৱাহাটীত।

— ঢেকেৰীজনীৰ লগতনো কি বুলি টাইম পাছ কৰ? মল্লিকাই কয়।

— এই গাঁৱলীয়া বিলাকক আৰু নোৱাৰি দেই!

নীলাঞ্জনাৰ জেদ বাঢ়িছিল।

মণিকা আৰু গৰিমাক তাই সংগ দিবই।

নীলাঞ্জনাৰ জেদৰ ওচৰত সেও মানিছিল দেৱলীনাহঁতে।

— হাই গৰিমা, হাই মণিকা।

উপায় নাপাই মাতবোল কৰিছিল সিহঁতজাকে।

সময়বোৰ গৈ আছিল জহি খহি।

মণিকাৰ মুখ আৰু হাতৰ দাগবোৰ— তাতকৈ মাৰাত্মক কথা আৰু কি হ'ব পাৰে।

মণিকাৰ ছালত চিকিৎসাই কোনো কাম কৰা নাই। কথনা ফুল হে যেন ফুলিছে তাইৰ শৰীৰত! মণিকাক এদিন নীলাঞ্জনাই তাইৰ ৰুমলৈ লৈ আনিছিল। মৈয়েত্ৰীৰ স'তে চিনাকি কৰাই দিছিল। মণিকাই সাধাৰণতে তাইৰ দাগ লগা আঙুলিবোৰ লুকুৱাবলৈ বিচাৰে। সিদিনা কিন্তু সেই সংকোচবোধ তাইৰ নাইকিয়া হৈ গ'ল। হাঁহি মাতি তাই কথা পাতিলে।

মৈত্ৰেয়ীয়ে সুধিলে— কলেজত আমাৰ এই কেনেকৈ থাকে? আনৰ লগত মিলিব পাৰেনে?

— কিয় নোৱাৰিব বা! নীলাৰে বান্ধৱীৰ সংখ্যা বেছি!

— হয় নেকি? ইয়াতচোন কথা-বতৰা নকয়ে।

— কয়, কয়, নীলাক সবে ভাল পায়।

নীলাঞ্জনাই আলুৰ বাকলি গুচাই গুচাই কথা-বতৰাবোৰ শুনি আছিল।

— চাও, নহৰুকেইটা মোক দিয়া, মই গুচাই দিওঁ। মণিকাই ক'লে। মৈত্ৰেয়ীয়ে ষ্টোভত চাউল উঠাই দিলে।

— তোমালোকৰ তামুলপুৰৰ বিষয়ে কোৱাচোন। মই গুৱাহাটীৰ বাহিৰে বেলেগ ঠাইলৈ গৈয়েই পোৱা নাই। পাহাৰৰ নামনিতে নেকি? মৈত্ৰেয়ীয়ে সুধিলে।

— ৰঙিয়াৰ নাম শুনিছে নহয়? তাৰ পৰা চল্লিছ মিনিটমান যাব লাগে বাচত। বড়ো অবড়ো মানুহেৰে ভৰা এখন সৰু চহৰ। ভূটান পাহাৰলৈ কিছু দূৰ হয়। মোৰ বৰ ভাল লাগে তামুলপুৰত থাকি। গুৱাহাটীত ভাল নালাগে। তামুলপুৰত মোৰ আটাইতকৈ ভাল বান্ধৱীকেইজনী থাকে। সিহঁত তামুলপুৰৰ হায়াৰ চেকেণ্ডাৰী আৰু এম, এন, চিত পঢ়ে। সদায় সিহঁতক লগ পাই থাকিবলৈ মন যায়।

— তেনেহ'লেনো গুৱাহাটীলৈ কিয় আহিলা পঢ়িবলৈ?

— এই বেমাৰটোৰ কাৰণে। গাঁৱৰ মানুহে যিকোনো কথা উলিয়াই ফুৰিব পাৰে। মা-দেউতাই সেই কাৰণে দূৰলৈ পঠিয়াই দিছে।

মণিকা খোলা মেলা কথাৰ ছোৱালী।

— তোমাৰ ভণ্টী আৰু ভাইটি কি কৰি আছে?

— ভণ্টী ক্লাচ চেভেনত পঢ়ে। ভাইটিয়ে চতুৰ্থত।

দেউতা ওচৰৰে হাইস্কুলৰ টিচাৰ। আগতে মই ওচৰত নাথাকিলে দেউতা থাকিবই নোৱাৰে। চুলি উভালিব লাগিব, পানী আনি দিব লাগিব, ইংৰাজী লেচনবোৰৰ সাৰাংশ শুনাব লাগিব। এতিয়া মই দূৰত থাকো যে দেউতাই দুখ কৰি থাকে। প্ৰায়ে খবৰ ল'বলৈ আহি থাকে। আপোনালোকৰ কোন কোন আছে ঘৰত?

— তুমি কণী খোৱা নে? মণিকাই সোধা প্ৰশ্নৰ পৰা ফালৰি কাটি মৈত্ৰেয়ীয়ে সুধিলে।

— মই ডিম খোৱাটো ডাক্তৰৰ ফালৰ পৰা মানা আছে। দাইল ভাত হ'লেই হ'ব দিয়ক।

মৈত্ৰেয়ীয়ে ভাত বাঢ়িলে তিনিওৰে বাবে।

০ ০ ০

সেই এটা দিন— কিমান মুকলি মুকলি লাগিছিল। তিনিওজনীৰে। বহুদিন বুকু ঢাকি থকা শিল একো ডোখৰহে যেন আঁতৰি গৈছিল। যাবৰ পৰত মণিকাই কৈ গৈছিল— এদিন মোৰ ৰুমলৈও দুয়ো ভাত খাবলৈ যাব লাগিব দেই মৈত্ৰেয়ী বা।

(৩)

হায়াৰ চেকেণ্ডাৰী এক্সামত তিনিটা বিষয়ত লেটাৰ পাই প্ৰথম বিভাগ নোপোৱা হ'লে নীলাঞ্জনাই কলেজে ঘোষণা কৰা দুটাকৈ মাহেকীয়া স্কলাৰশ্বিপ নাপালেহেঁতেন আৰু তেতিয়া তাই বহুত সমস্যাৰ সমুখীন হ'লহেঁতেন। সেই আৰ্থিক সাহায্যকণে তাইৰ আত্মবিশ্বাস বঢ়ালে।

ভাগ্য সদায় বিড়ম্বনা হোৱা নাই নীলাঞ্জনাৰ ক্ষেত্ৰত। কেতিয়াবা ই আন্ধাৰৰ পোহৰ চাকি গছিও হৈছে।

দেবলীনাই প্ৰথম ডিভিজন পালে— লজিক এণ্ড ফিল'চফীত লেটাৰলৈ। গৰিমা, মণিকা, মল্লিকা আৰু আকাংক্ষাইও সাধাৰণভাৱে প্ৰথম বিভাগ পাইছে।

ডিগ্ৰী লেভেলত আৰু বহুত নতুন ছোৱালী আহিছে। হেণ্ডিকত হায়াৰ চেকেণ্ডাৰী পঢ়ি হেণ্ডিকতে ডিগ্ৰীত নাম লগোৱা ছাত্ৰীবোৰতকৈ নতুন ছাত্ৰীবোৰৰ সকলো ক্ষেত্ৰতে উৎসাহ আৰু আগ্ৰহ অধিক। পুৰণি ছাত্ৰীবোৰক যেন হেণ্ডিকে অৱসাদ উপহাৰ দিছে! নতুন পুৰণিৰ মাজত লবী হৈছে। গম নোপোৱাকৈ এখন শীতল যুদ্ধ চলিছে।

হেণ্ডিক আমাৰহে— নতুনকৈ অহাবোৰে কিজানে হেণ্ডিকৰ কথা। ইহ, বেছি কৰিবলৈ আহে!

তেনে মানসিকতাৰ প্ৰতি নতুনকৈ অহাসকলৰ কোনো ভ্ৰূক্ষেপ নাই। ন-পানী পোৱা মাছৰ দৰে তেওঁলোক! নীলাঞ্জনাইও নতুনখিনিৰ লগত কিবা এটা গেপ অনুভৱ নকৰা নহয়। বোধহয় তাইৰো ইগো প্ৰব্লেম হৈছে। গতিকে পুৰণি আটাইকেইজনীৰ মাজত একতা বাঢ়ি গ'ল। ডিপাৰ্টমেণ্ট বেলেগ হ'লেও অফ টাইমত আটাইকেইজনীয়ে আগৰ দৰেই কেণ্টিন, ৰাস্তা, লাইব্ৰেৰীত আড্ডা জমাই থাকিল।

পাচ কোৰ্চৰ ক্লাচবোৰত আগৰ দৰেই একেখন বেঞ্চতে বহাৰ পৰম্পৰা চলি থাকিল।

তাৰ মাজতো নীলাঞ্জনা কাষ চাপি গ'ল স্মৃতিৰ।

ভাল লাগিল গুঞ্জন টেৰাংপিক।

আকাংক্ষাৰ সেই দুৰ্ঘটনাটো নোহোৱা হ'লে তায়ো হাঁহি স্ফূৰ্তিৰে নীলাঞ্জনাৰ লগত থাকিলহেঁতেন!

কিন্তু সামান্য ভুল সিদ্ধান্তই মানুহৰ জীৱনৰ গতিপথ কেনেদৰে সলাই পেলায় তাৰ উদাহৰণ আকাংক্ষা মহন্ত। ইমান ভাল ছোৱালীজনী কেনেদৰে বেয়া ছোৱালী, বদনামী ছোৱালী বুলি প্ৰতিষ্ঠিত হৈ গ'ল!

কি বেয়া আছিল? কিহঁত বেয়া আছিল? কিমান বেয়া আছিল আকাংক্ষা।

তাই যে হাঁহি মাতি ফুৰিছিল সেয়াই বেয়া?

তাই যে লুকঢাক নকৰাকৈ কথা পাতিছিল— সেয়াই বেয়া?

তাই যে বয়সৰ দোষত চঞ্চল হৈছিল— সেয়াই বেয়া?

বেয়াৰ সংজ্ঞা কি? ভালৰেই বা সংজ্ঞা কি?

সকলো মানুহৰ মনতে ভগৱান আৰু চয়তানে একেলগে অৱস্থান কৰে। দুয়ো টনা-আজোৰা কৰি থাকে মানুহক। কিন্তু কেতিয়াবা ভগৱানে বেছিকৈ টনা-আজোৰা কৰিলেও মানুহ বিপদত পৰে। চয়তানেও কেতিয়াবা মানুহক ৰক্ষা কৰে।

কাৰণ ভগৱানে আকাংক্ষাক চয়তানৰ ওচৰৰ পৰা টানি আনিলে। তাই চয়তানী নিশিকিলে। চয়তানী শিকা হ'লে তাইৰ জীৱনত এই চেকা, এই দাগ নালাগিলহেঁতেন।

০ ০ ০

আকাংক্ষা বহুত দিন অহা নাই কলেজলৈ।

হায়াৰ চেকেণ্ডাৰী চেকেণ্ড ইয়েৰৰ ইমান ক্লাচ ক্ষতি কৰিব লাগেনে?

— গম নাপাৱ নেকি তাইৰ প্ৰেম হৈছে। জবাই কয়।

— কি ক'ব?

— অ', সেই যে ৰমিঅ' নে কি সেই ল'ৰাটোৰ লগত।

— হয় নেকি?

— তাৰ এখন বাইক আছে। দুয়ো তাতে উঠি ডেটিং মাৰি ফুৰে। পাৰ্কত বহে। চিনেমা চায়।

— অ' তাৰমানে তাই জমাই আছে।

— ফেইল মাৰিলে গম পাব ৰ'।

— টাইম পাছ কৰিছে।

— তাই এনেয়ে ইমান ভাল ল'ৰা বুলিলে যে নচুৱাব খোজে সেইটোহে বেয়া।

আকাংক্ষাৰ সেই ভুল সিদ্ধান্তবোৰৰ বাবে দায়ী কোন? প্ৰেমতো ভুল নহয়। প্ৰেমে মানুহক প্ৰেৰণা দিয়ে। প্ৰেমে মানুহক সৎ হ'বলৈ প্ৰৰোচিত কৰে। কিন্তু প্ৰেমৰ দৰে মহৎ বিষয় এটাক 'টাইমপাছ' নাম দি নতুন পপুলাৰ কনচেপ্ত নতুন প্ৰজন্মক পুছ কৰিলে কোনে?

প্ৰেম জানো বিজ্ঞাপন।

হয়, প্ৰেমত যৌনতা আছে। কিন্তু প্ৰেম মানে যৌনলীলা নহয়। অথচ সেয়াই

হৈছে।

কিয় আকাংক্ষাইঁতে আনকমন হ'বলৈ বিচাৰে?

কিয় আকাংক্ষাইঁতে ওপৰলৈ উৰিব বিচাৰে।

কিয় সকলো জানিও মূৰ্খ হোৱাৰ প্ৰতিযোগিতাত নামে।

কিয় সকলো নীতি-নিয়ম, পৰম্পৰাক মুখ ভেঙুচাব খোজে।

কিয়! কিয়!

পাৰিবনে নীলাঞ্জনাই তেনে কৰিব!

নে নীলাঞ্জনাৰ সাহস নাই! নে নীলাঞ্জনা যোগ্য নহয় এই পৃথিৱীৰ।

ভাবি ভাবি উত্তৰ নাপায় নীলাঞ্জনাই। গভীৰতা নাই। চিন্তাৰ গভীৰতা নাই। এভৰিথিং পজিটিভ— তাৰমানে বেয়াটোতো পজিটিভ। অলিজ পজিটিভ! অলিজ পজিটিভ!

শিপা নিচিনাৰ সমস্যা।

শিপাৰ পৰা ছিন্ন হোৱাৰ সমস্যা এইবোৰ!

সহজতে লাগে সকলোবোৰ।

সহজতে লাগে ফল। অপেক্ষাৰ ধৈৰ্য নাই। ধৈৰ্যৰ কছৰৎ নাই।

নৰকৰ ভয় নাই। পাপৰ প্ৰতি শংকা নাই।

উপভোগতে জীৱন। জীৱন মানেই যেন উপভোগ। আকাংক্ষা ভাল ছোৱালী। নীলাঞ্জনাই মানুহ চিনি পায়। আকাংক্ষা নিৰ্ভেজাল। নীলাঞ্জনাৰ ভাল লাগে তাইক। শুদ্ধ জীৱন দৰ্শন অভিভাৱকসকলে তাইক দিব নোৱাৰিলে। দেখুৱাব নোৱাৰিলে পথ।

জ্ঞানৰ প্ৰতি তাইৰ আগ্ৰহ নাই। কাৰণ তাইৰ অভিভাৱকে জ্ঞান প্ৰয়োজনীয় বুলি নাভাবে। জ্ঞানৰ প্ৰতি মানুহৰ এতিয়া বিতৃষ্ণা। জ্ঞানে মানুহক চাকৰি নিদিয়ে! জ্ঞানে ছোৱালীক ভাল দৰা নিদিয়ে! তেনে জ্ঞান কি কামত আহে! সেইবাবে হেণ্ডিকৰ লাইব্ৰেৰীত খালি চকীৰ সংখ্যা অধিক।

অথচ সকলো থকাৰ পাছতো, কিহৰ অভাৱ আছিল আকাংক্ষাৰ— যে তাই কলেজ আহিবলৈ বাদ দিলে?

০ ০ ০

স্মৃতিক সুধিব লাগিব কিহৰ অভাৱ এইবোৰ।

যোৱা দুটা বছৰৰ কথাবোৰ আলোচনা কৰিব লাগিব স্মৃতিৰ স'তে।

স্মৃতি অকলে অকলে ফুটপাথে ফুটপাথে খোজ কাঢ়ি ঘূৰি ফুৰে।

তাই নিজৰ লগত কথা পাতি থাকে। অকলে অকলে হাঁহে। অদ্ভুত ছোৱালীজনী। এক্সচেপচনেল। কঁকাললৈকে পৰা চুলিখিনিত ৰ'দ পৰিলে জিলিকি থাকে। তাই শকত। কেৱল সেই এটাই সমস্যা। শকত নোহোৱা হ'লে তাই অসমৰ ধুনীয়া ছোৱালীবোৰৰ অন্যতম হ'লহেঁতেন।

স্মৃতিৰ প্ৰতি আগ্ৰহ বাঢ়ি গৈ থাকে নীলাঞ্জনাৰ। আত্মমগ্ন ছোৱালী স্মৃতি। সিমান আত্মমগ্ন হ'বলৈ সাহস নাই নীলাঞ্জনাৰ। অথচ হ'ব বিচাৰে তাই। অথচ সকলো সময়তে তাই নিজক লৈ সজাগ সচেতন হৈ থাকে। তাই হেৰাই যাব নোৱাৰে কল্পনাত। ভাবনাত। সপোনত।

স্মৃতিৰ লগত বন্ধুত্ব অধিক গাঢ় কৰিব লাগিব। তাইৰ লগত কথা পাতিব লাগিব। তাইক বুজিব লাগিব।

— তুমি কলেজ হোষ্টেলত নাথাকা কিয়?

— মই ইমান হুলস্থূল ভাল নাপাওঁ। প্ৰাইভেট হোষ্টেলত নিজৰ ইচ্ছামতে থাকিব পাৰি। প্ৰাইভেচি আছে। স্মৃতিৰ উত্তৰ।

— ময়ো হায়াৰ চেকেণ্ডাৰিত বাৰ লগত ভাড়াঘৰত আছিলো।

এতিয়া হোষ্টেলত সোমালো। নীলাঞ্জনাই ক'লে।

— তোমাৰ বা এতিয়া ক'ত থাকে? স্মৃতিয়ে সুধিলে।

— তাই শান্তিপুৰত বান্ধৱী এজনীৰ লগত থাকে।

— তুমি কোনটো হোষ্টেলত থাকা?

— কটন গাৰ্লচৰ ওচৰতে যে আছে নিউ হোষ্টেল; তাত।

— কেনে লাগে হেণ্ডিকৰ হোষ্টেলত?

— বেয়া নালাগে। মইতো এতিয়া নতুন। কিছু ৰেচট্ৰিকচন আছে। নীলাঞ্জনাই কয়।

০ ০ ০

হয়, ডিগ্ৰী ফাষ্ট ইয়েৰ পোৱাৰ লগে লগে নীলাঞ্জনাই হোষ্টেলত থকাটোকে ঠিক কৰিলে। এটা সৰু ভাড়া কোঠাত দুজনী ছোৱালী পঢ়া-শুনা কৰাটো অকমান আহুকলীয়া হৈ পৰিছে। তাতে তাই মেজৰ লৈছে ফিল'চফীত। ৰন্ধা-বঢ়া, বাচন-বৰ্তন ধুই এতিয়া আৰু সময় নষ্ট কৰাৰ কথা নাহে। তাতে হোষ্টেলত থাকিলে খৰচটোও কমি থাকে। মৈত্ৰেয়ীয়েও তাইক চাপৰ্ট কৰিলে। সেয়ে তাই হোষ্টেলত সোমাল।

ভাড়া ঘৰৰ পৰা অহাৰ লগে লগে কিছু বস্তু-বাহানি কিনিবলগীয়া হ'ল। তুলি,

বিছনাচাদৰ, ট্ৰাংক এটা, বাকেট, মগ, চাবোনৰ কেছ ইত্যাদি। মৈত্ৰেয়ীৰ লগত গৈ তাই ফাঁচি বজাৰত সেইবোৰ কিনিলে।

মৈত্ৰেয়ীয়েও প্ৰাগৰ ওচৰতে নতুন ভাড়াঘৰ ল'লে বান্ধৱী এজনীৰ লগত। এই বিচ্ছেদে দুয়োৰে হৃদয়ত জোকাৰণি নোতোলা নহয়।

০ ০ ০

দীঘলীপুখুৰীৰ পূব পাৰত বেডিং-বাকচ ভৰ্তি ৰিক্সাখনৰ পৰা দুয়ো নামিল। প্ৰকাণ্ড লোহাৰ গেইটখন খুলি ভিতৰলৈ সোমাই গ'ল দুয়ো। হোষ্টেলৰ ছোৱালীবোৰৰ প্ৰাণচঞ্চলতাই হোষ্টেল চৌহদ জীপাল কৰি ৰাখিছে। ৰিক্সাৱালাজনে বেডিং-বাকচ কঢ়িয়াই সমুখৰ গেষ্ট বহা জিৰণি চ'ৰাতে ৰাখিলে। তাত আৰু দুই এগৰাকী পুৰুষ -মহিলা বহি আছিল। কাৰোবাৰ মাক-দেউতাক চাগে।

মৈত্ৰেয়ী আৰু নীলাঞ্জনা কাষতে থকা চুপাৰ মেডামৰ অফিচৰ সমুখ পালে। প্ৰথম মহলাত তেওঁৰ অফিচ। চুপাৰ মেডামে ফৰ্ম এখন দি পূৰাব দিলে। দুই এটা কথা সুধিলে। তাৰ পিছত চকীদাৰজনক মাতি দিলে।

হোষ্টেলৰ এফালে আচাম টাইপৰ কাঠ-কেঞ্চিৰ ঘৰ। কাষেদি এটা আৰ, চি, চি বিল্ডিং। নীলাঞ্জনাৰ কোঠাটো পাছফালৰ অন্য এটা বিল্ডিংত।

মৈত্ৰেয়ী আৰু নীলাঞ্জনা সেইফালে গ'ল। দ্বিতীয় মহলাত তাইৰ কোঠা।

কোঠাটোত সোমায়ে দুয়ো দেখিলে—

স্কাৰ্ট আৰু অন্তৰ্বাস পিন্ধি ছোৱালী শুই আছে।

খিৰিকীৰে দেখা গৈছে এখন বিশাল প্ৰাচীৰ। সিপাৰে কটনৰ গাৰ্লচ হোষ্টেল।

কোঠাটোত কিবা প্ৰাচীন এটা গোন্ধ। লাইট নজ্বলোৱা বাবে দিনতে আন্ধাৰ আন্ধাৰ লাগিছে।

কোঠাটোৰ বেৰত ৰিকি মাৰ্টিনৰ ডাঙৰ পোষ্টাৰ এখন। তাৰ কাষতে কুকুৰ এটা লৈ থকা শ্বাহৰুখ খানৰ এখন ছবি।

নীলাঞ্জনাই চকু ফুৰালে। কোঠাটোত পাঁচখন বিছনা। এচুকত এটা ৰেক। পাচযোৰ টেবুল-চকী।

তাৰ মানে পাঁচজনীকৈ ছোৱালী থাকিব লাগিব একেটা কোঠাতে।

চকীদাৰজন বেডিং-পত্ৰ লৈ সোমাই আহিল।

— এইখনেই আপোনাৰ বিছনা।

দৰ্জাৰ কাষৰ বিছনাখনত বেডিংটো থৈ চকীদাৰজনে ক'লে।

— পাৰি ল'ব। সিফালে বাথৰুম আছে। তলত ডাইনিং হ'ল। দুদিনমান

থাকিলে সকলো এডজাষ্ট হৈ যাব।

চকীদাৰজনে দুয়োৰে অসহায় অৱয়ব দেখি নিজেই ক'লে। চকীদাৰজনে ওলাই গ'ল। চকীদাৰজনৰ উপস্থিতিত দুয়োৰে মনত থকা সাহখিনি— তেওঁ ওলাই যোৱাৰ পিছত নিসীম শূন্যতাত পৰিণত হ'ল।

ছোৱালীজনী তেতিয়াও শুই আছে। সেই কথাটোতহে দুয়ো অধিক অস্বস্তিত পৰিল। এতিয়া সেইজনীক জগাবইনে নে সাৰ পোৱালৈ অপেক্ষা কৰিব— তাকে ভাবি দুয়ো দোধোৰ মোধোৰত পৰিল। এনেদৰে পোন্ধৰ মিনিটমান পাৰ হৈ গ'ল। অৱশেষত ছোৱালীজনীয়ে বাগৰ সলাওতে আধা মেলা চকুৰে দুয়োকে দেখিলে। আধা মুদা চকুৰে দুয়োলৈ আচহুৱা জীৱ চোৱাদি চালে তাই। তাৰ পিছত ওচৰতে থকা চুৰ্ণী জাতীয় কাপোৰ এখনেৰে বুকুখন ঢাকি লৈ বিছনাৰ পৰা নামিল।

— কাক বিচাৰিছিল?

মৈত্ৰেয়ীয়ে কথাখিনি বুজাই ক'লে।

— বহকচোন!

ছোৱালীজনী বাহিৰ ওলাই গ'ল।

দুয়ো চকী আৰু বিছনাতে বহিল।

অলপ পৰ পাছতে আকৌ সোমাই আহিল সেই ছোৱালীজনী।

বোধহয় বাথৰুমলৈ গৈছিল তাই।

— তোমাৰ নামটো কি আছিল?

— নীলাঞ্জনা।

— আপুনি...

— মই এইৰ বা'। মৈত্ৰেয়ী।

— আগতে ক'ত পঢ়িছিলা?

— হেণ্ডিকতে!

— অ', দেখা দেখা লাগিছে। ঠিক আছে। তোমাৰ বেড হ'ব এইটো। অ, মোৰ নাম ধীৰা। ডিগ্ৰী থাৰ্ড ইয়েৰৰ।

হোমচায়েন্সৰ।

মৈত্ৰেয়ী আৰু নীলাঞ্জনাই হল্ডবল খুলি তুলি, বিছনা চাদৰ পৰাত লাগিল। কিতাপ-পত্ৰ টেবুলত থ'লে। কম সময়তে কামখিনি হৈ গ'ল।

এতিয়া এৰা এৰিৰ সময়।

বিচ্ছেদৰ মুহূৰ্তবোৰ বৰ গধুৰ।

চকুপানীয়েও জোৰা লগাই ৰাখিব নোৱাৰা মুহূৰ্তৰ নামেই বিচ্ছেদ। বিচ্ছেদ শোকাকুল হ'লেও ই মানুহক পৰিপক্কও কৰি তোলে।

মৈত্ৰেয়ীৰ চকু চলচলীয়া হৈ পৰিল। নীলাঞ্জনাৰো।

মৈত্ৰেয়ীয়ে ধীৰাক মাত লগালে— আহো। এইক চাবা। নীলাঞ্জনাও নামি আহিল মৈত্ৰেয়ীক আগবঢ়াই থ'বলৈ। গেইটতে দুয়ো এৰা এৰি হ'ল। মৈত্ৰেয়ী বাছস্তপলৈ গৈ থকা দৃশ্যটো নীলাঞ্জনাৰ বাবে বৰ করুণ হৈ উঠিল।

মৈত্ৰেয়ীৰ পাছে পাছে দৌৰি যাবলৈ মন গ'ল তাইৰ। এই বিচ্ছেদ যদি শেষ বিচ্ছেদ হয়! আকৌ যদি কেতিয়াও লগালগি হোৱা নাযায়! তাতে মৈত্ৰেয়ীৰ বিয়াৰ কথা-বতৰা চলি আছে। মৈত্ৰেয়ীক বাদ দি তাইৰতো কোনো বিশ্বাসী আপোনজন নাই।

গেইটৰ পৰা উভতি যোৱাৰ শক্তিকণ তাই হেৰুৱাই পেলালে। যাবলৈ মনো নাই। বৰ আচহুৱা আচহুৱা লাগিল 'নিউ হোষ্টেল'ৰ এই পৰিবেশটো।

তথাপি তাই চুচুক-চামাককৈ উভতিল জেনেৰেল ব্লকৰ দুমহলীয়া বিল্ডিংটোলৈ।

চকুৰ সমুখতে যেন পৃথিৱীখন শেষ হৈ গৈছে।

(৪)

একেটা কোঠাতে পাঁচজনীকৈ ছোৱালী!

ইয়াৰ আগতে এনেকুৱা পৰিবেশ তাই পোৱা নাই। গোটেইকেইজনী তাইতকৈ চিনিয়ৰ। এতিয়া দুজনীহে আছে। দুজনী আহিবলৈ বাকী আছে।

ধীৰাবা আৰু মালা বা।

ধীৰাবা লখিমপুৰৰ। মালাবা মঙলদৈৰ।

নীলাঞ্জনা কলেজৰ পুৰণি ছাত্ৰী হ'লেও হোষ্টেলত নতুন। সেইবাবে হোষ্টেলত নতুন আবাসীৰ দৰেই ব্যৱহাৰ কৰা হৈছে তাইক। বিশেষ গুৰুত্ব বা পাত্তা দিয়া হোৱা নাই।

এন্ধাৰ হোৱাৰ লগে লগে প্ৰাৰ্থনাৰ বাবে তললৈ নামি গ'ল আটাইকেইজনী আবাসী।

নিজৰ কোঠালৈ উভতি আহি বৰ লোনলি ফিল কৰিলে তাই। ধীৰা আৰু মালা গল্প গুজবক লৈ ব্যস্ত। তাইক লৈ বিশেষ কাণসাৰ নাই। বিছনাখনতে আমন-জিমনকৈ বহি দুয়োৰে কথা শুনিবলৈ চেষ্টা কৰিলে তাই। দুয়োজনীয়ে কেতিয়াবা হাঁহে। কেতিয়াবা খং কৰে। ধীৰা নামৰ জনীয়ে দুই এটা অশ্লীল গালিও পাৰে।

ইমান নিসংগতা নীলাঞ্জনাই কাহানিও অনুভৱ কৰা নাছিল। ইমান পৰিত্যক্ত যেন কোনোদিনেই লগা নাছিল। নীলাঞ্জনাৰ। কি কৰিব কি নকৰিব ভাবি তাই বহি থাকিল বিছনাখনতে। দুই এবাৰ টেবুলৰ কিতাপখিনিকে ইফাল-সিফাল কৰি আকৌ চিজিল লগালে। টাইম পাছ কৰিবলৈ অন্য একো কামেই নাই। কান্দি দিবলৈ মন গ'ল নীলাঞ্জনাৰ।

— ৮-১৫ ত ডাইনিঙৰ বেল মাৰিব। তুমি গৈ খাবা। চুৰিডাৰ পিন্ধি যাবা। চুৰ্ণী লৈ যাবা।

ধীৰাই মৃদু আদেশৰ সুৰত ক'লে।

কি এখন পৃথিৱীত সোমালহি তাই। ভাবিলে নীলাঞ্জনাই। তাইৰ স্বভাৱ, মানসিকতাৰ লগত একোৰে মিল নাই। গুছি যাব নেকি হোষ্টেল এৰি তাই! পাৰিবনে থাকিব। পাৰিবনে মিলিব!

টং টং টং টং টং টং

খুব ওচৰতে বাজি উঠিল বেলটো।

— যোৱা। ভাত দিছে।

ডাইনিং হললৈ ভাত খাবলৈ যোৱাৰ সাহস হেৰুৱাই পেলাইছিল নীলাঞ্জনাই। ইচ্ছাও নাইকিয়া হৈছিল। কিন্তু চিনিয়ৰৰ হুকুম মানিবই লাগিব।

০ ০ ০

ডাইনিং হলত বেছি ছোৱালী নাছিল। বিছ পঁচিশজনীমান ছোৱালীয়ে হাঁহি খিকিন্দালি কৰি বেঞ্চবোৰত বহি আছিল। সকলো জঠৰতা ভাঙি নিজকে প্ৰৱল মনোবলেৰে ঠেলি নিছিল নীলাঞ্জনাই।

— অ' আই নতুন বোৱাৰী আহিছে যেন পাইছো। কোনোবা এজনীয়ে চিঞৰিলে।

— স্তপ। স্তপ!

সেই চিঞৰত ডাইনিং হলৰ হাল্লা বন্ধ হৈ গ'ল।

— ন কইনাৰ নাম বা কি?

— ঘৰ ক'ত?

— কি ডিপাৰ্টমেণ্ট!

অলেখ প্ৰশ্ন। যথাসাধ্য নাৰ্ভাচ নকৰাকৈ তাই উত্তৰ দি গ'ল।

— আগতে ক'ত পঢ়িছিলা?

— হেণ্ডিকত।

— অ' পুৰণি মুৰ্গী! বাৰু আমাৰ মহাবিদ্যালয় সংগীতটো গোৱাচোন।

— 'মনৰ দিগন্ত উদ্ভাসি উঠিল।

তোমাৰ সৌম্য হাঁহি

তোমাৰ বীণৰ তানত জাগিল।

হিয়াৰ পদুম পাহি

তুমিতো আই নাৰীক বুজালা জ্ঞানৰ পৰম অৰ্থ/তুমিয়েতো দিলা জ্ঞানৰ শক্তি অমোঘ অব্যৰ্থ/আমাৰ কাৰণে তুমি অভিনৱ পূৰ্বজ্যোতিৰ সবিতা। আলোকিত কৰা হৃদয় আমাৰ আমি যে তোমাৰ দুহিতা/জানো জানো তুমি আমাৰ বুকুলৈ থাকিব নোৱাৰা নাহি।

পবিত্ৰ এই জ্ঞানদায়িনী বিদ্যাৰ নিকেতন

ইয়াতে দেশৰ ভিন্ন জাতিৰ ভিন্ন ধৰ্মৰ মিলন

ভাৰতৰ পূৰ্বভাৰতী সন্দিকৈ মহাবিদ্যালয়

তোমাৰ বেদীত জ্বলালো আই বিশ্বপ্ৰাণৰ বাঁহী'

এটা শব্দও খোকোজা। নলগাকৈ প্ৰাণঢালি গালে নীলাঞ্জনাই। আটাইকেইজনী আবাসী স্তব্ধ হৈ গ'ল আৰু কি সুধিব ভাবি নাপালে তেওঁলোকে। তথাপি চিনিয়ৰিতি ৰক্ষাৰ চেষ্টা চলালে— কোনে লিখিছিল?

— কেশৱ মহন্তই!

— কোনে সুৰ দিছিল?

— ৰমেন বৰুৱাই।

আৰু কোনো কুৱেশ্চন নাই।

সকলো ভাত খোৱাত ব্যস্ত হ'ল।

০ ০ ০

ৰাতি বিছনাত পৰি অনেক কথাই ভাবিলে নীলাঞ্জনাই। মৈত্ৰেয়ীয়ে বা কি কৰিছে! তাইৰো বুকু শুদা শুদা লাগিছে নেকি?

— বা, মই শোও।

— ইমান জলদি শুলে পঢ়িবা কেতিয়া? আজি শুৱা বাৰু।

মালাই ক'লে।

নাই, কোনোপধ্যে টোপনি নাহে তাইৰ। কোনো যেন নিৰ্জন অৰণ্যত তাইক নিৰ্বাসন দিয়া হৈছে!

এইমাত্ৰ যেন ঘৰটো খহি পৰিব! অলেখ দুস্বপ্নৰ মাজত তাই চট্‌ফটাই থাকিল।

০ ০ ০

এনেকুৱা এটা ৰাতি মাক-দেউতাকৰ দুৰ্বাদল উচ্চ বাক্যত সাৰ পাই গৈছিল নীলাঞ্জনা। বুকুখন কঁপি উঠিছিল তাইৰ। কাণ উনাই শুনিবলৈ চেষ্টা কৰিছিল তাই।

— তোৰ কাৰণে জীৱন বৰবাদ হৈ গৈছে মোৰ! দেউতাকে চিঞৰি চিঞৰি কৈছিল মাকক।

— আপোনাৰ এনেকুৱা স্বভাৱৰ কথা জনা হ'লে কেতিয়াও বিয়া নহ'লোহেঁতেন। ছোৱালী ডাঙৰ হৈছে— লাজ নালাগে? সন্মানৰ কথা ভাবিবলৈ সময় নাই!

— থ, সন্মান।

— সমাজত ঘৰখনৰ স্থান কি হ'ব ভাবি চাইছে!

— থ সমাজ।

— মোৰ কথা যেন তেন। ছোৱালী দুজনীৰ কি হ'ব!

— থ ছোৱালী।

সাধাৰণতে দেউতাকে মাকক তৃতীয় পুৰুষতে কয়। আলহী আহিলে তুমি বুলি কয়। এতিয়া তই বুলি কৈছে মানে কাজিয়া ডাঙৰেই। মাকে যিমান পাৰে চেপা কণ্ঠেৰে ক'বলৈ চেষ্টা কৰিছে। কাজিয়াখন শাম কাটক— ভগৱানক প্ৰাৰ্থনা কৰিলে নীলাঞ্জনাই। তাইৰ হৃৎস্পন্দন বাঢ়ি গ'ল।

— মই যি সিদ্ধান্ত লৈছো তাৰ লৰচৰ নাই। থাকিলে থাকিবি গ'লে যাবি।

কি কথাক লৈনো এই মাজৰাতি মাক-দেউতাকৰ কাজিয়া লাগিছে উমান পাবলৈ চেষ্টা কৰিলে নীলাঞ্জনাই। কিন্তু গম নাপালে। কাজিয়া এটা সময়ত শাম কাটিল। পিছদিনাখনো নীলাঞ্জনাই উচপিচাই থাকিল। মাকে স্বাভাৱিকভাৱেই কাম-কাজ কৰিলে। স্কুললৈও গ'ল। দেউতাকো অফিচলৈ বুলি ওলাই গ'ল।

দুদিন দেউতাক ঘৰলৈ নাহিল।

ৰহস্যটো জানিবলৈ তাইৰ বৰ মন গ'ল যদিও মাকক সুধিবলৈ তাইৰ সাহে নুকুলালে।

স্কুল ঘৰ। স্কুল ঘৰ। এনেদৰেই মাক আৰু তাইৰ দিনবোৰ গৈ থাকিল। মাকৰ বিষাদমগ্ন মুখখনে বৰকৈ কষ্ট দিলে নীলাঞ্জনাক।

মানসিক দূৰত্ব নেওচিও মাক-দেউতাক একেটা ঘৰতে ওচৰতে থাকিল।

সেইদিনবোৰতে মাকক অসহ্য পেটৰ বিষটোৱে লগ দিলে। কেবাদিনো গোলাঘাটৰ ডাক্তৰৰ ওচৰলৈ গ'ল মাক। ঔষধ খাই থাকিলে বিষটো কমি থাকে।

পেটত বিষ লৈয়ে মাক স্কুললৈ গৈ থাকিল। ঘৰুৱা কামবনো কৰি থাকিল। তাইলৈ কিতাপ কিনি আনিলে।

— ভালকৈ পঢ়। ডাক্তৰ হ'ব লাগিব।

মাক দিনে দিনে ক্ষীণাই আহিছিল।

এদিন ডাঙৰ মামাক আহি হাহাকাৰ লগাই দিলে।

— ডাক্তৰে কি কৈছে? লোকেল ডাক্তৰক দেখুৱাই থাকিলে নহ'ব। তোক গুৱাহাটীলৈ নিব লাগিব।

দেউতাককো মামাকে গালি দিলে।

— নিজে নগ'লে কি কৰিব!

— আপোনাৰ দায়িত্ব নাই?

— মই কিবা পইচা নিদিও বুলি কৈছো নেকি?

নীলাঞ্জনাহঁতৰ বৰদেউতাকেও দেউতাকক গালি দিছিল। শেষত এদিন মামাক, বৰদেউতাকহঁতে গুৱাহাটীলৈ লৈ গৈছিল মাকক।

সেইদিনাও আজিৰ ৰাতিটোৰ দৰেই ভীষণ নিঃসংগ-নিঃসংগ লাগিছিল নীলাঞ্জনাৰ।

০ ০ ০

লাহে লাহে ছোৱালীৰে ভৰি পৰিছিল নিউ হোষ্টেল। ক্লাচ সমূহো পূৰ্ণোদ্যমে আৰম্ভ হৈছিল।

বৰ আমনিদায়ক আছিল প্ৰথম মাহটো। নৱাগতা আদৰণি নোযোৱালৈকে।

ৰাতিপুৱা ৮-১৫ তে ভাতৰ বেল।

ভাত-পানী খাই কলেজলৈ যাবলৈ ওলাবৰে হয়।

হোষ্টেলৰ নিয়ম— নতুন আবাসীয়ে মেখেলা চাদৰ পিন্ধি যাব লাগিব।

চুলিত তেল সানি, বেণী গুঠিব লাগিব। তেনেদৰে কলেজলৈ গৈ যি অস্বস্তি পোৱা যায়— আনে কি বুজিব।

— হেই নীলা, কি হ'ল? দেৱলীনা, মধু, জবা, শ্ৰাৱণীৰ যেন চকু ফুটিহে যাব। নীলাঞ্জনাক তেনেকৈ দেখি হাঁহিত ফাটি পৰিল আটাইকেইজনী!

— আমি ভাবিছিলো তুমি ফিল'চফীত মেজৰ লৈছা। এতিয়া তোমাক দেখি গাৰ্হস্থ্য বিজ্ঞানত এড্‌মিচন লোৱা যেনহে পাইছো। একেবাৰে বোৱাৰী বোৱাৰী।

— হোষ্টেলৰ ছোৱালীবোৰৰ ইমান দম? ঢেকেৰী কৰবাৰ!

— চৰিয়াই গাল ফুলাই দিব লাগে।

নীলাঞ্জনাৰ অৱস্থা দেখি আটাইকেইজনীয়ে খণ্ডত উতলি আছে।

— চুৰিডাৰ পিন্ধি আহিবা। কোনে কি কৰে আমি চাম।

কিন্তু নীলাঞ্জনাৰ নিয়ম ভাঙিবলৈ ইমান সাহস নাই। নীলাঞ্জনাই চুলিত ফুৰফুৰীয়া তেল সানি, বেণী গুঠি, মেখেলা চাদৰ পিন্ধিয়ে কলেজলৈ আহি আছে। কলেজৰ পৰা উভতি গৈ আবেলি হোষ্টেলৰ টিফিন খাইছে। মন গ'লেও দেওবাৰত বাদে অন্যবাৰে হোষ্টেলৰ পৰা ফুৰিবলৈ বা বজাৰ কৰিবলৈ যাব পৰা নাই।

দুদিন মৈত্ৰেয়ী আহিছিল তাইৰ খবৰ ল'বলৈ। বহুত সময় আছিল। ধীৰা, মালা, সৰযু, পূণ্য, মালবিকা বাইঁতে আহি বহুত জমাইছিল মৈত্ৰেয়ীৰ লগত।

বঙাইগাঁৱৰ পৰা অহা মনালিছাই ৰাতি ৰাতি সদায় কান্দি আছে। যোৰহাটৰ পৰা অহা গীতাঞ্জলীৰো মন মৰা। গোৰেশ্বৰৰ পৰা অহা মমতাৰো মুখ শুকাই গৈছে। ক'তো স্বাধীনতা নাই। কেৱল সংকোচ। সকলো সময়তে চুৰিডাৰ পিন্ধি থাকিব লাগে। চুৰ্ণী লৈ থাকিব লাগে।

ভাত খাবলৈ গ'লেও নিজে ৰৈ থাকি চিনিয়ৰক আগতে খাবলৈ সুযোগ দিব লাগে।

হোষ্টেলত যিহেঁতু খোৱা বাচন-বৰ্তন নিজে ধুব লাগে— দুই এজনী চিনিয়ৰ আবাসীয়ে নিজৰ বাচনখিনিও ধুবলৈ দি থৈ যায়। চিনিয়ৰবোৰে কিন্তু যি ইচ্ছা তাকে কৰে। অবাধ স্বাধীনতা!

(৫)

হোষ্টেলত ৰাতি দহ বজাৰ পিছত চাইলেণ্ট আৱাৰ। এই সময়ত নিয়মমতে কোনেও কাকো ডিষ্টাৰ্ব কৰিব নোৱাৰে। কাৰো কোঠালৈ আন আবাসী আহিব নোৱাৰে। পঢ়াৰ সময়। কিন্তু সেই নিয়মো ভংগ হৈ যায়। চিনিয়ৰ ছোৱালীবোৰ সোমাই আহে। চিনিয়ৰ ছোৱালী সোমাই আহিলে চকীত বহি পঢ়ি থাকিলেও থিয় হৈ চেলুট দিব লাগিব। বিছনাত শুই থাকিলেও উঠি চেলুট দিব লাগিব। যেতিয়ালৈকে চিনিয়ৰ ওলাই নাযায় তেতিয়ালৈকে চেলুটৰ ভংগীমাত থিয় দি থাকিব লাগিব।

ৱাৰ্ডেনে সকলো জানে। একো নকয়।

ৱাৰ্ডেনে একো নাজানে। নজনাৰ ভাও জোৰে।

কেতিয়াবা কোনো চিনিয়ৰ আহি নীলাঞ্জনাক কয়— যোৱাচোন VIPৰ অনামিকাৰ পৰা অমুক কিতাপখন লৈ আহা।

VIP মানে পূব-পশ্চিমমুৱা বিল্ডিঙটো।

VIPৰ চেকেণ্ড ফ্লোৰত চাৰিটা কোঠা। তালৈ যোৱা মানে আধা ঘণ্টা দেৰী।

চিনিয়ৰ ছোৱালীবোৰে ৰখাই থৈ বিভিন্ন প্ৰশ্ন সোধে। মূলতঃ যৌনতা কেন্দ্ৰীক প্ৰশ্নবোৰ।

— চেক্সৰ অভিজ্ঞতা আছেনে?

— কিচ কৰি কেনে লাগে?

— বিয়া হোৱা মানুহবোৰ বেছি দক্ষ। কিয় দক্ষ যুক্তি দিয়া।

— দেউতাৰাৰ কোনো বন্ধুৱে কেতিয়াবা ইংগিত দিছেনে? তেনে ইংগিত পালে কেনে লাগে।

— কনট্ৰাচেপ্তিভৰ সুফল দুটা কোৱা।

মূৰ গৰম হৈ যোৱা প্ৰশ্ন।

o o o

পাৰিজাত বৰুৱা আৰু পাৰুল শৰ্মা। হায়াৰ চেকেণ্ডাৰীত একেলগে পঢ়া হ'লেও নীলাঞ্জনাৰ লগত বিশেষ সম্পৰ্ক নাছিল। সিহঁতৰ গ্ৰুপ বেলেগ আছিল। এতিয়া দুয়ো আহি নিউ হোষ্টেল সোমাইছেহি।

সেই পাৰিজাতে গণ্ডগোল লগাই দিলে। হাহাকাৰ লগাই দিলে। সেই ৰাতি গোটেই হোষ্টেল সাৰ পাই উঠিল। ইটো ৰুমৰ পৰা সিটো ৰুমলৈ চিনিয়ৰৰ লৰা-ঢপৰা লাগিল।

— ইমান সাহস?

— কেনেকৈ হ'বলৈ পালে।

VIPৰ পৰা জেনেৰেললৈ দৌৰি আহিল মণিট্ৰেছ সহ আন চিনিয়ৰ আবাসী।

পাৰিজাত বৰুৱাই চিনিয়ৰক চৰিয়ালে!

কিয়! কিয়! কিয়!

হাহাকাৰ! গণ্ডগোল।

কেনেকৈ সম্ভৱ! ইম্পচিবল। কিন্তু সত্য।

পাৰিজাত বৰুৱাই চৰিয়ালে চিনিয়ৰক।

— ইমান স্পৰ্দ্ধা।

কিয় চৰিয়ালে? কাক চৰিয়ালে?

পাৰিজাত বৰুৱাৰ কাপোৰ খুলি দুজনী চিনিয়ৰে শৰীৰৰ জোখ ল'বলৈ যাওতে ঘটিল সেই ঘটনা।

চিনিয়ৰে ভুল কৰিছে। চিনিয়ৰৰ ভুলবোৰ দাবী আৰু অধিকাৰ। চিনিয়ৰৰ ভুলৰ বাবে চৰিয়াব?

কন্দা-কটা, চিএৰ-বাখৰ।

ডেমকেয়াৰ থিয় দি আছে পাৰিজাত

— ৱাৰ্ডেনক মাতক। কি হৈছে মই ক'ম। পুলিচত এণ্ট্ৰি দিব লাগিব নেকি? পাৰিজাতে ধমকি দি আছে চিনিয়ৰক।

চিনিয়ৰ চমকি গৈছে। ৰেগিঙৰ কেচত ফচিলে কেৰিয়াৰ বৰবাদ। তেনে কেচৰ মুখামুখি হোৱাৰ সাহস কাৰোৰে নাই। তাতে বাতৰি কাকতত খবৰ ওলালে হৈছে আৰু।

— তুমি ভুল কৰিছা।

— মোক উলংগ কৰি তেওঁলোকেনো কি শুদ্ধ কৰিছে?

— তোমাৰ বিচাৰ হ'ব। শাস্তিও হ'ব।

— মই কাইলৈ পুলিচত কেচ দিম। প্ৰিন্সিপালকো দৰ্খাস্ত দিম।

পাৰিজাতে একেই দমতে তৰ্ক কৰি গৈছে।

অপমানত কঁপিছে চিনিয়ৰসকল। অথচ ৰেগিং বুলি ওলালে কোন ফচে ঠিক নাই।

— তুমি লগাতকৈ বহুত দেখুৱাইছা। বহুত দাদাগিৰি হৈছে তোমাৰ। হোষ্টেলত আৰু যেন বেলেগ ছোৱালী নায়েই! কি বুলি ভাবা তুমি নিজকে?

— বেণ্ডিত কুইন নেকি?

— মাফ খুজিব লাগিব। চিনিয়ৰে কৈছে।

— ক্ষমা খুজিব লাগিব। চিনিয়ৰে কৈছে।

পাৰিজাতৰ সাহস দেখি চিনিয়ৰসকলে ভয় খাইছিল। পাৰিজাতৰ যে ইমান সাহস নীলাঞ্জনাই কল্পনাকে কৰিব পৰা নাছিল।

নতুনকৈ সোমোৱা আৱাসীসকলে ভাবিছিল— পাৰিজাতক হোষ্টেলৰ পৰা উলিয়াই দিব। কিন্তু তেনে একো নহ'ল। দহদিন হোষ্টেলৰ পৰিবেশ গোমা হৈ থাকিল। চিনিয়ৰ-জুনিয়ৰৰ দূৰত্ব বাঢ়িল।

জেনেৰেলৰ সাতাইছটা কোঠাত প্ৰতিটোৰ ভিতৰতে গঢ়ি উঠিল একো একোখন অদৃশ্য প্ৰাচীৰ।

০ ০ ০

পাৰিজাতে কিন্তু একো কথালৈ কাণসাৰ নিদিলে।

বুকু ফিন্দাই বাথৰুমলৈ গ'ল। ডাইনিঙলৈ গ'ল। ক্লাচলৈ গ'ল।

তাই ডাইনিঙলৈ গ'লে তাত থকা সকলো চিনিয়ৰ বাহিৰলৈ ওলাই যায়।

তাই ক্লাচলৈ গ'লে— চিনিয়ৰসকলে ইচ ইচ ইচ ইচ কৈ তাইক সকলো ফালৰ পৰা ধিক্কাৰ দিয়ে। শিএগ্ৰাৰে। অথচ কোনেও একো কৰিব নোৱাৰে তাইক। মধ্যবিত্তৰ ঘৰৰ ছোৱালীবোৰৰ তাইৰ ওপৰত একচন ল'বলৈ সাহে নুকুলায়। জানোচা কেঁচু খান্দোতে সাপ ওলায়।

হয়— কেঁচুৰ গাঁতত সাপ আছে হোষ্টেলটোত।

০ ০ ০

দহদিন। মাত্র দহদিন।

দহদিন পিছত পৰিস্থিতি বেলেগ হ'ল। সেয়াও এক অন্য কাহিনী। সকলোৱে স্বস্তিৰ নিশ্বাস এৰিলে। পাৰিজাতে সংঘটিত কৰা ঘটনাটো শুদ্ধ নে অশুদ্ধ বহুৰাতি ভাবি ভাবিও নীলাঞ্জনাই উত্তৰ উলিয়াব নোৱাৰিলে। নতুনকৈ অহা বহুত ছোৱালীয়ে পাৰিজাতক সমৰ্থন কৰিলে।

পাৰিজাত আৰু আকাংক্ষাৰ কিবা এটা মিল আছে। দুয়ো ডেমকেয়াৰ।

আকাংক্ষালৈ মনত পৰে।

ক'ত আছে তাই? পুনেত।

মল্লিকাও বিন্দাছ আছিল। অথচ তাইৰতো একো সমস্যা হোৱা নাই।

— কি কি হৈছে ক'না?

— চুমা খাইছ?

— আৰু?

— কেনে লাগে ক'না।

— গা জ্বলি যায়। মল্লিকাই কৈ গৈছে।

— আৰু কি হৈছে?

নেৰা-নেপেৰা প্ৰশ্নত মল্লিকাই স্বীকাৰ কৰিছিল যে তাই আৰু ভাৰ্জিন হৈ থকা নাই।

তাকে লৈ মল্লিকাৰ কোনো পাপবোধ নাই। আৰ্যত পঢ়া সেই ল'ৰাটোৰ লগত তাইৰ প্ৰেম হ'ল। আৰু বহুত কিবা কিবি। ভাৰ্জিনিটি হেৰুৱাবলৈ নীলাঞ্জনাৰো লালসা জাগে। কিন্তু সাহস নহয়।

অৰুণজ্যোতি কাষত থকা হ'লে!

মল্লিকা ভাৰ্জিন নহয়। এই কথাত বাকীকেইজনীৰ মুখ ক'লা পৰে। বাকীকেইজনীৰ ভাৰ্জিনিটি ভংগ কৰিবলৈ কোনো নাই। অথচ সবৰে গোপন বাসনা জাগে। স্ব মেহনত আৰু সিমান আনন্দ পোৱা নাযায়।

আকাংক্ষাৰো ভুলটো তাতেই হৈছিল। বয়সৰ ভুল।

০ ০ ০

দেওবাৰে ৰাতিপুৱা একো নোখোৱাকৈ নীলাঞ্জনা ওল্ড হোষ্টেল ওলাল।

মণিকাই ওল্ড হোষ্টেল পাইছে।

মণিকাই কিতাপ পঢ়ি আছিল। হোষ্টেলৰ অন্য আবাসীক সুধি তাইৰ কোঠাৰ দুৱাৰত নক কৰিলে নীলাঞ্জনাই।

মণিকাই ভিতৰৰ পৰা চিঞৰিলে— য়েচ!

নীলাঞ্জনা ভিতৰ সোমাই গ'ল।

— কি পঢ়িছা?

— নতুন উপন্যাস এখন। বৰ ভাল লাগিছে পঢ়ি।

— মই বহুত দিন একো পঢ়াই নাই। এডজাষ্ট হ'বই পৰা নাই হোষ্টেলত। তুমি? নীলাঞ্জনাই ক'লে।

— মই হোষ্টেল এৰিম চাগে।

— কিয়? নীলাঞ্জনা আচৰিত হ'ল।

— মোৰ স্কীনৰ বেমাৰটো লৈ হোষ্টেলৰ ছোৱালীবোৰে বৰ অস্বস্তি পায়। তেনেকৈ থাকি ভাল লাগে জানো? মণিকাৰ কথা শুনি নীলাঞ্জনাৰ দুখ লাগিল। ছোৱালীবোৰ যে আৰু! মণিকাৰ এই বেমাৰটো কুষ্ঠ নহয়। ছালৰ বগা দাগ। আজিকালি বহুতৰে হয়। ই সংক্ৰামকো নহয়। তথাপি ছোৱালীবোৰৰ সংকোচ! সন্দেহ! ঘৃণা! ছোৱালীবোৰ উদাৰ হ'ব নোৱাৰে কিয়? ছোৱালীৰ মন ইমান সংকীৰ্ণ হয় কিয়? কেৱল নিৰাপত্তা আৰু আশ্ৰয়ৰ সন্ধানতে ছোৱালীৰ মানসিকতাৰ উত্তৰণ বন্ধ হৈ গৈছে।

— তোমাক মৈত্ৰেয়ীবাৰ তালৈ লৈ যাব আহিছিলো। যাবানে? নীলাঞ্জনাৰ প্ৰস্তাৱটো মণিকাই ভালেই পালে।

— অলপ ৰ'বা, মই মুখ-হাত ধুই আহো। মণিকা ৰুমৰ পৰা ওলাই গ'ল।

নীলাঞ্জনাই মণিকাৰ পঢ়া টেবুলখনলৈ চালে। বহুত কেইখন বাহিৰা কিতাপ আছে। ফ্ৰেমত বন্ধোৱা সৰু সৰস্বতীৰ ফটো এখনো সজাই ৰাখিছে তাই। অন্যফালে আন এজনী আবাসীয়ে অজয় জাদেজাৰ পোষ্টাৰ লগাইছে— ৱালত। মণিকা সোমাই আহিল। নীলাঞ্জনাৰ সমুখতে তাই কাপোৰ সলালে।

— মই চিনিয়ৰক কৈ আহো।

— ক'ত আছে চিনিয়ৰ?

— বেলেগ ৰুমত আড্ডা মাৰি আছে। আহা চিনাকি কৰাই দিম।

মণিকাৰ পিছে পিছে ওলাই গ'ল নীলাঞ্জনা।

যিটো কোঠাত চিনিয়ৰ ছোৱালী কেইজনীয়ে আড্ডা মাৰি আছিল— সেয়া এক অদ্ভুত দৃশ্য।

ওল্ড হোষ্টলৰ সীমাৰ সিপাৰে কটনৰ দুটাকৈ বয়জ হোষ্টেল। এচ. এন. বি. চি আৰু আৰ. কে. বি। খিৰিকী খুলিলেই আৰ. কে. বি.ৰ নিউ ব্লক বড়িয়াকৈ দেখা যায়। তাত ল'ৰা চাৰি পাঁচজনমান বহি আছে। সিহঁতে ওল্ড হোষ্টেললৈ চাই আকাৰে ইংগিতে কিবা কৈ আছে। মাজে মাজে হাঁহিছেও। ওল্ড হোষ্টেলৰ পৰাও খিৰিকীৰে চিনিয়ৰ ছোৱালীকেইজনীয়ে আকাৰে ইংগিতে উত্তৰ দি আছে। মুঠতে বেচ জমি আছে। দুফালে দুটা হোষ্টেল। মাজত এখন খিৰিকী। 'মেৰে চামনে ৱালী খিড়কী ম্যে এক চান কা টুকুৰা ৰেহতা হ্যায়'— এনেকুৱা এটা গীতৰ এই সময়ত অতিকৈ প্ৰয়োজন। তেতিয়াহে দৃশ্যটো পাৰফেক্ট হ'লহেঁতেন। এবাৰ মাকৰ লগত এই চিনেমাখন চাবলৈ যোৱাৰ কথা মনত আছে নীলাঞ্জনাৰ।

০ ০ ০

মণিকা আৰু নীলাঞ্জনা হোষ্টেলৰ গেইটৰ বাহিৰ হ'ল। কাছাৰীৰ বাছস্তপলৈ দুয়ো খোজ ললে।

শান্তিপুৰত বাছৰ পৰা নামি দুয়ো ৰেললাইন পাৰ হ'ল। তাৰ পৰা অক'মান গৈ এটা টাৰ্নিং। টাৰ্নিঙৰ লাষ্ট ঘৰটোতে মৈত্ৰেয়ী আৰু লতা থাকে।

মৈত্ৰেয়ী আৰু লতাই ৰুমতে আড্ডা মাৰি আছিল। দেওবাৰ মানে যেন সকলোৰে বাবে আড্ডাৰেই দিন! অন্য সকলো কাম-কাজ বন্ধ!

— মণিকা খবৰ কোৱা! হোষ্টেলত কেনেকুৱা লাগিছে? ৰেগিং কৰিছেনে? ভয় লাগিছেনে?

মৈত্ৰেয়ীৰ প্ৰশ্ন। মণিকাইও উত্তৰ দি গ'ল। লতাৰ লগতো চিনাকি কৰাই দিলে।

লতাই একোণৰ পৰা তিনিটামান পলিথিনৰ ঠোঙা উলিয়াই আনিলে। মজিয়াতে বহি আটাইকেইজনী বহি কথা পাতি আছিল। আটাইকেইজনীৰ মাজত পলিথিনৰ ঠোঙাকেইটা থৈ লতাই ক'লে— এতিয়া খোৱা-বোৱাৰ ব্যৱস্থা কৰো।

পলিথিনৰ ঠোঙাৰ পৰা আলু-পটল উলিয়াই লতাই বাকলি গুচাব ধৰিলে। মৈত্ৰেয়ী উঠি গৈ কেৰাহি, কুকাৰ ধুবলৈ গ'ল।

— লতা বাৰ ঘৰ ক'ত?

— নগাঁৱত।

— নগাঁৱৰ ক'ত বাৰু?

— বেবেজীয়াত।

লতাও এজনী দুৰ্দশাগ্ৰস্থা ছোৱালী। বি. এ. পাছ কৰি তাই কম্পিউটাৰ শিকি এতিয়া প্ৰেছ্ এটাত ডিটিপি অপাৰেটৰ। ঘৰত মাক-দেউতাক-বায়েক-ভায়েক আছে। কিন্তু আৰ্থিক অৱস্থা ভাল নহয়। তাই ঘৰখনক আৰ্থিক সকাহ দিবলৈ গুৱাহাটীলৈ আহি কম্পিউটাৰ শিকি এতিয়া প্ৰেছৰ কামত সোমাইছে।

সন্দিকৈ কলেজত পঢ়িবলৈ আহি কিমান যে বৈপৰীত্যৰে ভৰা চৰিত্ৰ লগ পাইছে নীলাঞ্জনাই। আগতে তাই ভাবি আছিল সকলো ছোৱালী একেই। সকলোৰে মানসিকতা একেই। চিন্তা চৰ্চা একেই। গুৱাহাটীলৈ আহিহে তাই গম পালে মানুহ মাত্ৰেই ভিন্ন মন।

এফালে আকাংক্ষা, মল্লিকা, ত্ৰিদিশা, জবা, মধু— অন্যফালে গৰিমা, মণিকা, লতাহঁত।

এফালে চিন্তা-চৰ্চাহীন অনন্ত আনন্দ।

অন্যফালে অপাৰ বিষাদমগ্নতা আৰু অন্ধকাৰ ভৱিষ্যতৰ দুঃস্বপ্ন। অথচ সংগ্ৰামৰ অন্ত নপৰে। আকাংক্ষা, মল্লিকাই তিনি হাজাৰ টকাৰে জোতা-জেকেট কিনে। লতাই দুহেজাৰ টকা মাহত আৰ্জে-শ্ৰমৰ বিনিময়ত।

অথচ কিনো পাৰ্থক্য লতা বা আৰু আকাংক্ষাহঁতৰ মাজত? একেই ছোৱালী। একেই স্বপ্ন। একেই আশাবাদ। সেই লতাবাৰো দুৰ্দশা-দুস্বপ্নক অধিক অন্ধকাৰলৈ লৈ গ'ল অন্য এক ভুল সিদ্ধান্তই। বিপদ আৰু সমস্যাৰ সময়ত তাৰ পৰা সহজভাৱে পৰিত্ৰাণ পাবলৈ মানুহে ভুল সিদ্ধান্ত লৈ পেলায়। লতাবাৰো বোধহয় তেনেকুৱাই হৈছিল।

— নক'বা আৰু। জীৱনটো শেষ হৈ গৈছে। আমাৰ দৰে ফেমিলিবোৰত ছোৱালী জন্মিবই নালাগে। খাবলৈ নাপাবা, পিন্ধিবলৈ নাপাবা। মনে বিচৰা ল'ৰাজনে বিয়া নাপাতিব। একো সপোন দেখাৰ যোগ্যতাই নাই আমাৰ।

লতাৰ খেদবোৰ মিছা নহয়।

টকা থকা ঘৰত জন্মা ছোৱালীজনী আঁকৰী, প্ৰতিভাহীন হ'লেও সমস্যা নাই। ভাল স্কুলত পঢ়িব। ভাল ঘৰত বিয়া হ'ব। দুখীয়া ঘৰত জন্মিলে ছোৱালীজনী যিমানে প্ৰতিভাশালী, মেধাবী নহওক— হতাশাত বাদে বেলেগ উপহাৰ পাবলৈ নাই। অৰ্থনৈতিক বৈষম্যই নাৰীৰে ক্ষতি কৰিছে অধিক।

— প্ৰেছলৈ যাবা, প্ৰেছৰ মালিকে ইংগিত দি থাকিব। আতিশয্য কৰিব। একো মাতিবও নোৱাৰা। চাকৰিটো গ'লে খাবা কি? কৰিবা কি? ডিটিপি অপাৰেটৰ হৈও সপোন দেখি থাকো নিশ্চয় এদিন ভাল দিন আহিব। ভাল সুবিধা পাম। কৰবাত চাকৰি পাম! কিন্তু কোনে দিব সুবিধা। অৱশ্যে দিব তুমি যদি পুৰুষৰ কামনা পূৰণ কৰা। এইবোৰ কথা তোমালোকৰ আগত ক'বলৈ নাপায়। কিন্তু এয়াই বাস্তৱ। সেই কাৰণেই ভাবিছিলো ভাল ল'ৰা এজন পালে বিয়া হৈ যাম। নিজৰো নিৰাপত্তা, ঘৰৰো টেনচন কমিব। চোৱাচোন আমাৰ দৰে ছোৱালীৰ বাবে বিয়াত বাদে ক'তো নিৰাপত্তা নাই। অথচ বিয়াও তুমি নিজৰ ইচ্ছাত হ'ব নোৱাৰা। কাৰণ তেনে চৰ্ত্ত পূৰণ কৰিব পৰা ঘৰৰ ছোৱালী আমি নহয়। বিয়াই আমাৰ জীৱনৰ শেষটো সফল সিদ্ধান্ত। তাতেই ভুল হৈ গ'ল। সিদ্ধাৰ্থ নামৰ ল'ৰাজন আগতে চিনি নাপাও। বান্ধৱী এজনীৰ সম্পৰ্কীয় হয়। এদিন বান্ধৱীজনে সোণাপুৰৰ ফালে ফুৰিবলৈ যাবলৈ লগ ধৰিলে। কম্পিউটাৰৰ সমুখত বহি বহি আমনি লাগিছিল। সেয়ে তাইৰ প্ৰস্তাৱত মান্তি হৈ সোণাপুৰলৈ গ'লো। সোণাপুৰত সিদ্ধাৰ্থ আৰু বান্ধৱীজনীৰ বয়ফ্ৰেণ্ড ৰৈয়ে আছিল। আমি চা-চিনাকি হৈ ধাবা এখনত সোমালো।

তাতে সিহঁতে প্ৰস্তাৱ দিলে বিয়েৰ খোৱাৰ। মই মান্তি নহ'লো। আগেয়ে খায়ো পোৱা নাই। মোৰ বান্ধৱীজনী কিন্তু মান্তি হৈ গ'ল। তিনিও বিয়েৰ খাবলৈ ধৰিলে। মোকো বাৰে বাৰে যাচিলে। নোখোৱা বাবে মৃদু ইতিকিঙো কৰিলে। লাহে লাহে মোৰো ভিতৰত এটা ইচ্ছা জাগিল। সিহঁতে যেতিয়া আকৌ জোৰ কৰিলে সেইবাৰ মই আৰু না নকৰিলো। এগিলাচ বিয়েৰ খাই দিলো। গাটো কিবা ৰিমঝিম লাগিল। সিদ্ধাৰ্থই বটলৰ পৰা ঢালি আৰু এগিলাচ দিলে। সেই গিলাচো খালো। মোৰ বহুত নিচা হ'ল। সিদ্ধাৰ্থ আৰু মোৰ বান্ধৱীৰ বয়ফ্ৰেণ্ডজনে দুখন বাইকত গৈছিল। আহোতে মই সিদ্ধাৰ্থৰ বাইকৰ পাছফালে উঠিলো। মোৰ ভীষণ নিচা হৈছিল। মই আবোল-তাবোল বকি গৈ আছিলো।

সি মোক কিবা ক'বলৈ খুজিছিল।

মই কৈছিলো— তুমি কি ক'বা মই জানো। সকলো পুৰুষেই তেনে কথাই কয়। হয় ভালপোৱাৰ কথা কয়— নহ'লে শোৱাৰ কথা কয়। তেনে কথা মোক নক'বা। যদি পুৰুষ হোৱা মোক বিয়া পাতা। যদি সাহস আছে আজিয়ে বিয়া পাতা। সিদ্ধাৰ্থই বাইকখন ৰখাই দিছিল।

— বিয়া হ'বা মোৰ লগত? আজিয়ে বিয়া পাতিম তোমাক।

— যদি সাহস আছে পাতা বিয়া।

সি ওচৰৰে দোকান এখনৰ পৰা সেন্দুৰৰ টেমা এটা আনি মোৰ সেওতাত পিন্ধাই দিছিল এসোপা ৰঙা ৰং। তেতিয়াও মোৰ নিচা হৈ আছিল। মই একো ধৰিবই পৰা নাছিলো। কিন্তু মোৰ আনন্দও লাগিছিল। মই সুখী হৈ উঠিছিলো। সন্ধিয়া নামি আহিছিল পাহাৰবোৰৰ পৰা চুচৰি চুচৰি।

— ঘৰলৈ লৈ ব'লা মোক। মই কৈছিলো।

— উমহু। এনেদৰে তোমাক লৈ গ'লে ঘৰৰ মানুহ পাগল হৈ যাব। আগতে মেনেজ কৰিব লাগিব মাহঁতক।

— মই তোমাক এৰি কলৈকেও নাযাও। মই দোৰোল খোৱা জিভাৰে চিঞৰি কৈছিলো।

তাৰ পিছত আমি হোটেলত থকাৰ সিদ্ধান্ত লৈছিলো। এটা ৰাতিৰ বুকুত মই অন্য এগৰাকী নাৰীলৈ ৰূপান্তৰিত হৈছিলো। পাছদিনা আবেলি সিদ্ধাৰ্থৰ লগত কাহিলীপাৰাৰ সিহঁতৰ ঘৰলৈ গৈছিলো।

সি মাক আৰু আন সদস্যসকলৰ লগত মোক চিনাকি কৰাই দি সি যে মোক বিয়া পাতিছে সেই কথা কৈছিল। মোৰ বৰ ভয় লাগিছিল। মাকহঁত কিন্তু বৰ শান্ত হৈ আছিল। মাকে মোক বুজাইছিল— যি হ'ল হ'ল। এনেয়েও তাৰ বিয়া পতাৰ কথা চলিয়ে আছিল। তুমিও দেখিবলৈ বৰ ভাল। কিন্তু এনেদৰে নহ'ব। আমি ভালকৈ বিয়া পাতিম দুয়োৰে। তুমিও ঘৰত খবৰ দিবা।

মাকে মৰমেৰে কিবা কিবি খুৱাইছিল। উপহাৰৰ টোপোলা এটাও দিছিল।

— এতিয়া তুমি য'ত আছা তালৈকে যোৱা। ই থৈ আহিব তোমাক। তুমিও আহি থাকিবা। বিয়াৰ দিন খুব সোনকালেই ঠিক কৰিম আমি।

মাকৰ বুজনিত মই মান্তি হৈছিলো। সকলোকে সেৱা জনাই মই সিদ্ধাৰ্থৰ পিছে পিছে ওলাই আহিছিলো। কিবোৰ যে হৈ গ'ল— তাৰ পিছতহে ভাবিবলৈ ধৰিলো। কিন্তু সিদ্ধাৰ্থৰ ঘৰখন মোৰ ভালেই লাগিছিল। সিদ্ধাৰ্থই মোক বাইকেৰে মোৰ ভাৰাঘৰত নমাই থৈ আহিছিল। ভাড়াৰুমত সোমাই গোটেই সময়খিনি স্মৃতি ৰোমন্থনতে পাৰ হৈ গৈছিল মোৰ। পুলকিত মুহূৰ্তবোৰ যেন সদায় আহে— তাকে কামনা কৰিছিলো।

০ ০ ০

মোৰ কৰ্মক্ষেত্ৰলৈ সদায় আহিছিল সিদ্ধাৰ্থ।

মই তাক বিয়াৰ কথা সুধিছিলো। সি 'হ'ব' 'হ'ব' বুলি কৈ আছিল।

মই মাজতে এদিন গৈ তাৰ ঘৰ ওলাইছিলো। মোৰ মনত কিবা এটা শংকা উপজিছিল। মাকক মই বিয়াৰ কথা কৈছিলো।

মাকে কৈছিল— আগতে সি কিবা এটা কৰক।

এনেদৰে চৰম অস্বস্তিত সময়বোৰ গৈ আছিল। সিদ্ধাৰ্থ এদিন মোৰ ওচৰলৈ অহা নাছিল। এনেয়ে সি এপাক আহেই। সিদিনা মই বিশেষ একো ভবা নাছিলো। দ্বিতীয় দিনাও অহা নাছিল সি।

তৃতীয় দিনাও অহা নাছিল।

পাঁচদিন নহাৰ পিছত মই আৰু ৰ'ব নোৱাৰিলো।

তাৰ ঘৰ ওলালো।

তাৰ ঘৰ পাই মাকক সিদ্ধাৰ্থৰ খবৰ সুধিলো।

মাকে সহজভাৱে ক'লে যে সি শিলিগুৰিত কিবা কোম্পানীৰ চাকৰি পাই গুচি গৈছে।

লগতে মোক জনালে যে সিদ্ধাৰ্থই মোৰ চৰিত্ৰত সন্দেহ কৰিছে। তাৰ মতে মোৰ বহুত পুৰুষৰ লগত সম্পৰ্ক আছে। মোৰ হৃদয়খন মৰ্ মৰ্ শব্দ কৰি ভাঙি গৈছিল। হৃদয় ভঙাৰ শব্দ মই নিজ কাণেৰে শুনিছিলো। থৰক-বৰক খোজেৰে মই উভতি আহিছিলো। সিদ্ধাৰ্থৰ ঘৰলৈ আৰু দুবাৰ গৈছিলো। সেই একেই উত্তৰ। সিদ্ধাৰ্থক মই আৰু লগ নাপালো। তিনি বছৰ হৈ গ'ল— সিদ্ধাৰ্থ এদিনো নাহিল মোৰ ওচৰলৈ।

অপেক্ষাবোৰ নিজৰ বাবেই আমনিদায়ক হৈ পৰিল!

(৬)

ৰাতি হোষ্টেলৰ বিছনাত বাগৰি নীলাঞ্জনাই ভাবিলে— যন্ত্ৰণাৰ পৰা মানুহৰ নিষ্কৃতি নাই। যন্ত্ৰণা মানুহৰ ছায়াৰ দৰে। লতাবালৈ বেয়া লাগে। কিন্তু বেয়া লগাৰো জানো কিবা অৰ্থ আছে! সকলোৱেতো লতাকে দুষিব। লতাৰ ভিতৰত চলি থকা সংঘৰ্ষবোৰটো সেই আলোচনাত উত্থাপিত নহ'ব। উত্থাপন কৰা হ'ব তাইৰ বাহ্যিক আচৰণ। ৰাতি ভাত খাবলৈ মন নগ'ল নীলাঞ্জনাৰ।

৮-১৫ বজাতে বেল বাজে। ইমান সোনকালে আৰু ভাত খোৱা নাযায়।

— ভাত খাবলৈ নোযোৱা? ধীৰাই সুধিলে।

— মই খায়েই আহিছো!

— অ' বয়ফ্ৰেণ্ডে ট্ৰিট দিছে চাগে! হেণ্ডিকত পঢ়া ছোৱালী! বয়ফ্ৰেণ্ড

নাথাকিবনে? তিৎকাৰি মাৰিলে ধীৰাই। নীলাঞ্জনাৰ ক'বলৈ একো নাথাকে।

চকু মুদি ভাৱনাৰ সাগৰত ডুব গ'ল তাই।

০ ০ ০

হায়াৰ চেকেণ্ডাৰী চেকেণ্ড ইয়েৰত কেনেদৰে আকাংক্ষাৰ ঘৰত বিয়েৰ খাই লেবেজান হৈছিল আটাইকেইজনী! আৰু সেই পিকনিকটো? আমচৈলৈ!

— ন নৱেম্বৰ। মনত ৰাখিবা কিন্তু। মধুই কৈছিল নীলাঞ্জনাক।

— কি?

— ইচ্ কি সুধিব আহিছে! পিকনিক, পিকনিক।

— তুমি সকলো কথাতে ইমান নিগেটিভ কিয়? কবি কাৰণে নেকি? জবাই সুধিছিল।

— মোৰ ঘৰৰ পৰা পইচা আহি নাপাব। মিছা কথা কৈছিল নীলাঞ্জনাই।

— অ' মাই গড। সেইটো কিবা কথা নেকি? চাৰিশ টকাৰ কাৰণে তুমি নাযাবা? তুমি নগ'লে আমাৰ খালি খালি লাগে নাজানা নেকি? আন্তৰিকতাৰে আকাংক্ষাই ক'লে।

— নীলাৰ চাৰিশ টকা মই দিম। দেৱলীনাই ক'লে।

— বচ হৈ গ'ল।

চাৰিশ টকা ধাৰ কৰাৰ সাহস নীলাঞ্জনাৰ নাই। কিন্তু বাকী কেইজনীয়ে নুবুজে। সেই ধাৰ তাই শুজিব ক'ৰ পৰা। দুশ্চিন্তাই আৱৰি ধৰিছিল নীলাঞ্জনাক।

কেনেকৈ ক'ব মৈত্ৰেয়ীক সেই কথা!

০ ০ ০

ভাড়াৰুমত গৈ নীলাঞ্জনাই চটফটাই আছিল।

— লগৰ ছোৱালীবোৰ পিকনিকলৈ যাব।

— ক'লৈ?

— আমচৈ। মোৰ যাবৰ ইচ্ছা নাই। কিন্তু দেৱলীনাহঁতে নেৰে।

— যাবি তেনেহ'লে।

— পইচা বহুত লাগিব।

— কিমান?

— চাৰিশ টকা।

মৈত্ৰেয়ী মনে মনে থাকিল। নীলাঞ্জনাই জানে মৈত্ৰেয়ীৰ হাততা পইচা নাই।

ওচৰৰ দোকানখনৰ পৰা বাকীকৈ চাউল, দাইল, তেল আনিছে।

চাৰিশ টকা দুয়োৰে বাবে কম নহয়। চাৰিশ টকাত সিহঁতৰ মাহটোৰ চাউল, দাউল, নিমখ হৈ যায়। মুঠ সাতশ টকাত সব্জী, তেলসহ গোটেই খাদ্যৰ বজাৰ হয়। মৈত্ৰেয়ীয়ে বহী এখনত হিচাপবোৰ টুকি থয়। খৰচৰো। পোৱাৰো। কথাটো নীলাঞ্জনাই দুনাই নুলিয়ালে। তাই পিকনিকলৈ নোযোৱাটোকে ঠিক কৰিলে।

ইফালে কলেজত দেৱলীনা, আকাংক্ষা, জবা, মল্লিকাইঁতৰ উচাহৰ শেষ নাই।

— তাত গৈ বিয়েৰ খোৱা নহ'ব। ছাৰ-বাইদেউ থাকিবতো। কিন্তু চিগাৰেট খাম হা!

নীলাঞ্জনাই বেয়া পাব বুলি গৰিমা আৰু মণিকাৰ ওচৰলৈও গ'ল সিহঁতজাক।

— ন নৱেম্বৰ পিকনিক। যাবানে?

গৰিমা আৰু মণিকাই সেই প্ৰস্তাৱ নাকচ কৰিলে। মণিকাৰ বিয়া আছে। গৰিমা এনেয়ে নাযায়। সিহঁতজাকে বেয়া নাপালে।

নীলাঞ্জনাই ক'ব পৰা নাই দেৱলীনাইঁতক— যে তায়ো পিকনিক নাযায়। কি কৰা যায়! গা বেয়া বুলি কলেজলৈ অহাটোকে বন্ধ কৰি দিব নেকি?

ক্লাচবোৰ সেৰেঙা হৈ আহিছে। ছাৰ-বাইদেউৰ উপস্থিতি যেনেদৰে কমিছে— ছাত্ৰীৰ উপস্থিতিও কমিছে। সমুখত পৰীক্ষা আছে কেবাটাও।

মীনাক্ষী মেমে বাৰান্দাত নীলাঞ্জনাক দেখি হাত বাউলি মাতিলে। তাই কাষ চাপি গ'ল।

— পঢ়া-শুনা ভালদৰে কৰিছানে? কিবা বুজা নাই যদি টিচাৰ কমন ৰুমলৈ আহিবা। আমি তোমাক আশা কৰিছো। মীনাক্ষী মেমৰ কথাই তাইক উৎসাহিত কৰিলে। এৰা, হায়াৰ চেকেণ্ডাৰীত ৰিজাল্ট ভাল কৰিব লাগিব। কৰিবই লাগিব।

০ ০ ০

নীলাঞ্জনাই ৰুমলৈ গৈ দেখিলে আজি মৈত্ৰেয়ী সোনকালে আহিছে। নীলাঞ্জনাই টাৱেলখন লৈ নাদৰ পাৰলৈ গ'ল।

হাত মুখ ধুলে। আকৌ ৰুমলৈ আহিল।

মৈত্ৰেয়ীয়ে ভাতৰ থালখন তাইলৈ আগবঢ়াই দিলে।

— ফাৰ্ষ্ট ইয়েৰতো তই পিকনিকলৈ নগ'লি। কলেজ লাইফত এবাৰ পিকনিকলৈ যাব লাগে। পিছত আৰু এই আনন্দবোৰ ক'ত পাবি? তই যাম বুলি ক'বি দেৱলীনাইঁতক। পইচাৰ যোগাৰ হৈ যাব।

নীলাঞ্জনাৰ খুব কান্দিবলৈ মন গ'ল। হুকহুকাই কান্দিবলৈ।

— চাৰিশ টকা দেৱলীনাই দিবলৈ খুজিছে।

— তেন্তে লৈ ল'বি। অহা মাহত তাইক দি দিম। ভালহে হ'ব।

০ ০ ০

ন নৱেম্বৰৰ ৰাতিপুৱা।

কুঁৱলীয়ে ছানি আছে ঘৰৰ মুধচবোৰ। ঘৰবোৰ সাগৰত ওপঙি থকা জাহাজ একোখন যেন লাগিছে।

পাঁচ বজাতে উঠি গা ধুলে নীলাঞ্জনাই। মৈত্রেয়ীও উঠিল।

— গৰম ভাত অলপ খাই যা!

— নাখাও।

— এই পঞ্চাশ টকা লৈ যাবি।

নীলাঞ্জনাই চুৰেটাৰ পিন্ধাৰ উপৰিও আলোৱান এখনো ললে। কুঁৱলীৰ তলে তলে মৃগ পহু এটাৰ দৰে তাই কলেজ অভিমুখে খোজ ললে। ব্রহ্মপুত্রৰ চেঁচা বতাহজাক কাণত লাগিলে গা শিৰশিৰাই যায়।

সাতবজাতে দেৱলীনা, মধু, জবা, ত্রিদিশা, মল্লিকা আৰু এজাক ছোৱালী কলেজত হাজিৰ। নীলাঞ্জনাক দেখি আটাইকেইজনী চিঞৰি উঠিল।

— নীলা আহা আহা। স্মৃতি হিচাপে একপি ফটো উঠো।

ক্লিক!

ক্লিক!

আকাংক্ষা তেতিয়াও আহি পোৱা নাই।

— কি যে কেয়াৰলেচ! ত্রিদিশাই বিৰক্তিত ক'লে।

ছাৰ মেডাম আহি পাইছে। কুক আহি পাইছে। চাউগু আহি পাইছে। বাছ আহি পাইছে।

আহি পোৱা নাই আকাংক্ষা। সবৰে টেনচন বাঢ়ি গ'ল।

গাড়ীত বহিবলৈ সকলো উত্রাৱল হৈ আছে। কিছুমান বহিছেও গৈ। আকাংক্ষা নাহিব নেকি?

নাহিব নেকি আকাংক্ষা?

উৎকণ্ঠা! আকাংক্ষা নাহিলে পিকনিকৰ জমনি পচিশ শতাংশ কমি যাব।

চালকে কলেজৰ সমুখতে ৰৈ থকা বাছখন ষ্টার্ট কৰিলে।

— তোমালোক ৰেডিনে? শ্রুতি মেডামে সুধিলে।

— ৰেডি মেডাম!

— তেন্তে গাড়ীত উঠা।

উস্ কি যে হ'ব! আকাংক্ষা নাহে হে নাহে।

এনেতে কলেজৰ সমুখত ফিয়েট এখন ৰ'ল। তাৰ পৰা নামিল আকাংক্ষা। জীনচ পেণ্ট, লেডাৰ জেকেট, মূৰত ৰঙা টুপী, চকুত গ্লাচ— যেন চিনেমাৰহে নায়িকা।

— তই খাই পেলাবি বে! মল্লিকাই চিঞৰি উঠিল।

— চৰী চৰী চৰী। ৰাস্তাত জাম। দৌৰি আহি আকাংক্ষাই মল্লিকাক সাবটি ধৰিলে। মল্লিকাৰো একেই ড্ৰেচ। কেৱল টুপী আৰু চচমা নাই!

— ব'ল, ব'ল ব'ল!

— ব'লা ব'লা ব'লা!

আকৌ দৌৰাদৌৰি। আটাইকেইজনী বাছত উঠিলগৈ। আন ছোৱালীবোৰে ইতিমধ্যে ছীট দখল কৰি বহিছিল। দেৱলীনা, আকাংক্ষা, মল্লিকাহঁতে পিছত দীঘল ছীটটোত অগা পিছাকৈ বহিল। সমুখৰ ফালৰ ছীটত ছাৰ-মেডাম ছয়গৰাকী। গাড়ীয়ে হৰ্ণ বজালে।

— সকলো উঠিলানে?

— য়েচ মেম! ছোৱালীবোৰে চিঞৰ উঠিল।

— তেনেহ'লে যাব পাৰো আমি?

— য়েচ মেম!

গাড়ী হাইকোৰ্টৰ ওচৰেদি নিউ হোষ্টেল পালে। নিউ হোষ্টেলৰ সমুখত গাড়ীৰ ভিতৰৰ পৰা ছোৱালীবোৰে হিপ্ হিপ্ হুৰৰে 'হিপ হিপ হুৰৰে— দিলে। লগতে 'হেণ্ডিক জিন্দাবাদ' 'হেণ্ডিক জিন্দাবাদ' ধ্বনিও উফৰি গ'ল গাড়ীৰ খিৰিকীৰে। ৰবীন্দ্ৰ ভৱনৰ সমুখেৰে গাড়ী আগবাঢ়িল চানমাৰি, গণেশগুৰি হৈ আমচৈ অভিমুখে।

দেৱলীনা, জবা, মধুইও হাত চাপৰি বজাই বজাই গান আৰম্ভ কৰি দিলে। বিহুৰ পৰা ভাংৰালৈকে। দুজনীমানেতো ছীটৰ পৰা উঠি বাছৰ মাজৰ মুকলিখিনিত নাচিবলৈ ধৰিলে।

গাড়ী খানাপাৰা পাওঁতে তালুকদাৰ ছাৰৰ চিঞৰত গাড়ী বৈ গ'ল। হৈ হাল্লা হঠাৎ বন্ধ হৈ গ'ল।

কি হ'ল?

— কলেজৰ অফিচতে চাউল আৰু দালিৰ বেগ বৈ আহিল।

— কি?

— মাংসখিনি আহিছেনে?

— মাংসখিনি আহিছে। চাউল, দাইলহে নাহিল।

— এতিয়া আৰু ফিৰি যোৱাৰ কথা নাই। গৈ থাকোতে বজাৰ কৰিম কৰবাত।

— আমচৈৰ ওচৰতে বজাৰ আছে। বাছ চালকৰ অভিজ্ঞ উত্তৰ।

আকৌ গাড়ী চলিল।

সাময়িকভাৱে ম্লান হোৱা আনন্দ উছৱ— আকৌ প্ৰাণ পাই উঠিল— হায়' ৰাব্বা, হায়' ৰাব্বা... গীতত!

নীলাঞ্জনাই নীৰৱে সকলো শুনি গৈছে। সহ্য কৰি গৈছে। তাইৰ মনত তেতিয়াও খেলি আছে এই আনন্দকণৰ নামত দিবলগীয়া চাৰিশ টকাৰ কথা!

০ ০ ০

সেউজীয়া অৰণ্য আৰু পাহাৰৰ ছায়াত শুই থকা এটা হৰিণা পোৱালি যেন লাগিল আমচৈক।

আৰু দুই এটা পিকনিক পাৰ্টি আহি ইতিমধ্যে আমচৈৰ পিকনিক স্পট উত্তাল কৰি ৰাখিছিল। মুকলি ঠাই এডোখৰত গাড়ী ৰ'ল। ছোৱালীবোৰ জপিয়াই জপিয়াই নামিল। কলেজৰ চকীদাৰ আৰু পিয়ন দুজনে টেণ্টটো তৰাৰ ব্যৱস্থা কৰিলে। গেছৰ চিলিণ্ডাৰ, বাচন-বৰ্চন নমালে। তালুকদাৰ ছাৰ আৰু সাহা ছাৰে গাড়ীৰ মানুহ দুজন লৈ ওচৰৰ বজাৰলৈ গ'ল।

টেণ্টৰ তলত বহিবলৈ ত্ৰিপাল পাৰি দিয়া হ'ল। ছোৱালীবোৰ বহিল তাত। দুই এজনীয়ে ওচৰতে ঘূৰা-ফুৰা কৰিলে।

— এতিয়া ব্ৰেক ফাষ্ট।

কণী, কল, ব্ৰেড, সুমথিৰা। লগতে ৰঙা চাহ।

— বেছি দূৰলৈ কোনেও নাযাবা। আৰু অকলে নাযাবা।

জুম বান্ধি একেলগে থাকিবা।

চকীদাৰজনে চাউণ্ড চিষ্টেম ঠিক কৰিলে। জনপ্ৰিয় হিন্দী চিনেমাৰ গীতে আকাশ মুখৰ কৰি তুলিলে।

গ্ৰুপ গ্ৰুপ হৈ ছোৱালীবোৰে প্ৰকৃতিৰ শোভা চাবলৈ অলপ দূৰলৈ গ'ল। সেউজ অৰণ্য, শুকুলা মেঘৰ ছায়া, পখীৰ কাকলি, নীলা পাহাৰ— এৰা অসম মানেই এই দৃশ্য।

— হেই চিগাৰেট জ্বলা।

— দেখিব।

— মাচিচ নাই।

— মই মাচিচ আনি আছো। আকাংক্ষা অন্য এটা পিকনিক পার্টিৰ ওচৰলৈ গ'ল। বাকীকেইজনীয়ে চাই থাকিল। সঁচাকৈয়ে দিয়াচলাই লৈ আকাংক্ষা উভতি আহিল।

— সৌ গছকেইজোপাৰ আৰলৈ ব'লা।

দেৱলীনা, মধু, মল্লিকা, জবা, আকাংক্ষা, ত্রিদিশা আৰু নীলাঞ্জনা অৰণ্যৰ ভিতৰলৈ সোমাই গ'ল।

আকাংক্ষাই দুওঁঠৰ মাজত চিগাৰেট এটা ললে। মল্লিকা আৰু মধুইও এটাকৈ ললে। তিনিবাৰ মানত দিয়াচলাইৰে জুই জ্বলাবলৈ সক্ষম হ'ল তিনিও। প্রথম টান মাৰি কাঁহিবলৈ ধৰিলে আটাইকেইজনীয়ে।

— আস্তে আস্তে।

এইবাৰ দেৱলীনা, ত্রিদিশা আৰু জবাৰ টনাৰ পাল।

তিনিও চিগাৰেট টানি মুখেৰে ধোঁৱা এৰিলে।

এইবাৰ পাল পৰিল নীলাঞ্জনাৰ।

অসম্ভৱ! অসম্ভৱ কাম। সিহঁতজাকৰ অনুৰোধ হেঁচাৰ পাছতো চিগাৰেট টানিবলৈ নীলাঞ্জনা মান্তি নহ'ল।

— চোৱা নীলা, নিজৰ টকাৰে তোমাক পিকনিকলৈ আনিছো।

আমাৰ কথা তুমি মানিবই লাগিব। বিশেষকৈ মোৰ কথা। নহ'লে চাৰিশ টকা এইমাত্র দিয়া।

দেৱলীনাই নীলাঞ্জনাক জব্দ কৰিবলৈ ধেমালি কৰি কৈছিল কথাষাৰ। নীলাঞ্জনাৰ কিন্তু আঘাত লাগিল। তাই নাৰ্ভাচ হৈ গ'ল। চকুৰে সৰসৰকৈ পানী বৈ গ'ল। সেই দৃশ্য দেখি আটাইকেইজনী স্তব্ধ হৈ গ'ল— মুহূৰ্ত্ততে।

— হেই কি হ'ল?

— চৰী নীলা, মই জাষ্ট ধেমালিহে কৰিছো! দেৱলীনাই ক'লে।

— ধ্যেৎ কি আকৰী অ', ধেমালিও নুবুজে।

নীলাঞ্জনাই চূৰ্ণীৰে চকুপানী মচি হাঁহিবলৈ চেষ্টা কৰিলে।

— বেয়া নাপাবা। মালৈ মনত পৰি গ'ল। মাৰ লগত এবাৰ এনেদৰে কাজিৰঙালৈ গৈছিলো। মিছাকৈয়ে ক'লে নীলাঞ্জনাই।

— চাওঁ দিয়া চিগাৰেটটো দিয়া।

নীলাঞ্জনাই চিগাৰেট হুপিবলৈ ধৰিলে।

চিগাৰেট হুপাৰ পিছত আটাইকেইজনীৰ ডিঙি শুকাই গ'ল। মূৰত ধৰা বাবে গাৰো বেয়া লাগিল।

— কমলা খাই দিলে সব ঠিক হৈ যাব।

আকৌ টেণ্টৰ ওচৰলৈ উভতি আহিল আটাইকেইজনী। ৰন্ধা-বঢ়াত ব্যস্ত আছে ৰান্ধনী কেইজন। দুজনীমানে আলুৰ বাকলি গুচাইছে। পিয়াজ কাটিছে। সুমথিৰা দুটামান লৈ আটাইকেইজনীয়ে ভগাই খালে। গা বেয়া লগা বাবে ফুৰিবলৈ যোৱাৰ ইচ্ছাও নাইকিয়া হ'ল। টেণ্টতে বহি কথা পাতিবলৈ ধৰিলে আটাইকেইজনীয়ে।

অন্য পিকনিক পাৰ্টিবোৰে ডেকত গান লগাই নাচ-বাগ কৰি আছে। দুই এজন ডেকাই চাল দি নীলাঞ্জনাহঁতৰ কাষেদি উদ্দেশ্যবিহীনভাৱে অহা-যোৱা কৰিছে।

— বড্ড হেণ্ডচাম বে! মল্লিকাৰ মুখেদি আপোনা-আপুনি ওলাই যায়।

— পতাই দেখুৱাই আছো ৰ! আকাংক্ষাই কয়।

— নোৱাৰ।

— বেট?

— ডান!

ল'ৰা দুজন ওচৰতে থকা অস্থায়ী পাণ তামোলৰ দোকানখনৰ ফালে গৈ আছিল। আকাংক্ষাই জবাক লৈ সিহঁতক ফলো কৰিলে।

— এই মৰিব দে কেতিয়াবা। দেৱলীনাই কৈছিল।

আকাংক্ষাইনো কি কৰে উদগ্ৰীৱ হৈ চাই থাকিল আটাইকেইজনীয়ে। বাকী ছোৱালীবোৰে একো উমান নাপালে।

দেখা গ'ল দোকান এখনৰ সমুখত ল'ৰা দুজন ৰ'ল। ওচৰৰে অন্য এখন অস্থায়ী দোকানত ৰৈ আকাংক্ষা আৰু জবাই বস্তু কিনাৰ ভাও জুৰিলে। এনেদৰে বহু সময় কাৰো লৰচৰ নাই। প্ৰায় দহ মিনিট। এখন শ্বাসৰুদ্ধকাৰী নাটক। আকাংক্ষাইনো কি কৰিব!

সঁচাকৈয়ে ল'ৰা দুজনৰ লগত আকাংক্ষা আৰু জবাই হাঁহি মাতি ওচৰৰে ঘাঁহনিত বহিল। উভতি অহাৰ পিছত দেৱলীনাই সুধিলে—

— কেনেকৈ?

— চা, অচিনাকি ল'ৰা দুজনকতো এনেয়ে উপযাচি মাতি দিব নোৱাৰ।

— তেন্তে কৰিলি কি?

— চা, মইতো তামোল-পাণ নাখাও। আকাংক্ষাই ক'লে।

— অ নাখাৱ।

— কিন্তু খাই দিলো।

— কিয়?

— তামোলৰ পিক উলিয়াবলৈ। আকাংক্ষাই বেপৰোৱাভাৱে ক'লে।

— তামোলৰ পিক কিয়?

— তাৰ গাত পেলাবলৈ!

— তাৰ গাত পিক পেলাবলৈ? ভালকৈ ক'না! মল্লিকা উদগ্ৰীৱ হৈ পৰিল।

— তামোল চোবালো। মুখত এমুখ পিক হ'ল। তাৰ জোতালৈ মাৰি পঠিয়ালো। তাৰ জোতা আৰু প্যাণ্টত পৰিল। সি মোলৈ ঘূৰি চালে। মই জিভা কামুৰি— ধ্যেৎ কি যে হৈ গ'ল— ভাবেৰে তাৰ কাষলৈ গৈ 'চৰি' 'চৰি' বুলি দহবাৰমান ক'লো। সি ক'লে ইটছঅ'কে, ইটছ অ'কে— ল'ৰাবোৰে ছোৱালীক কয়েই তেনেকে!

মই আকৌ চৰি বুলি ক'লো। তাৰ পিছত তাৰ নাম-ঠিকনা সুধিলো। সিও মোৰ নাম সুধিলে। মই মিছাকৈয়ে মোৰ নাম নেহা বুলি ক'লো। সঁচা নাম কৈ মৰিবি নেকি? এনেদৰে লভ এট ফাৰ্ষ্ট চাইট হৈ গ'ল। এপাক ফুৰিলোও। বিদায় ল'বৰ সময়ত তাৰ চকু চলচলীয়া হৈ গ'ল। ল'ৰাবোৰ তেনেকুৱাই। ছোৱালীৰ লগত বৰ লিকুইড। এতিয়া চা, সৌৱা সকলো পাহৰি এতিয়া সি ইফালেই চাই আছে! আকাংক্ষাই খিলখিলাই হাঁহি দিলে।

— এই আকাংক্ষা এটা পিচ কিন্তু! জবাই ক'লে।

০ ০ ০

আবেলি চাৰিমান বজাতহে ভাত পানী খোৱা হ'ল।

তাৰ পিছত গানৰ তালে তালে আকৌ উদ্দাম নৃত্য। পাঁচ বজাত সকলো গাড়ীত উঠিল। সকলোৰে ভাগৰ লাগিছিল। এইবাৰ পাছফালৰ ছীটটোত বহিবলৈ কোনেও মন নকৰিলে।

গাড়ী যেতিয়া মেইন হাইৱে পালে তেতিয়া দেৱলীনাহঁতক টোপনিয়ে বেৰি ধৰিছিল। কেৱল নীলাঞ্জনাই উপভোগ কৰিছিল নীৰৱতাৰ সেই অপূৰ্ব সংগীত!

০ ০ ০

বিছনাত বাগৰি হায়াৰ চেকেণ্ডাৰী চেকেণ্ড ইয়েৰৰ মনোৰম কথাবোৰ ৰোমন্থন কৰি কৰি টোপনি গ'ল নীলাঞ্জনা।

(৭)

হোষ্টেলত দিনবোৰ অতি গতানুগতিক। মুঠেও ভাল নালাগে নীলাঞ্জনাৰ। তাতে আৰু চিনিয়ৰৰ যিহে প্ৰতিটো ক্ষেত্ৰতে হস্তক্ষেপ।

প্ৰি-ফেচাৰ্চ আহি আছে। তাৰ পিছতহে মানসিক নিৰ্যাতনবোৰৰ পৰা ৰেহাই পোৱা যাব। নতুনকৈ অহা বহুত ছোৱালীৰ লগত নীলাঞ্জনাৰ চিনাকি হৈছে। কোনোজনী আহিছে শিৱসাগৰৰ পৰা। কোনোজনী গোৱালপাৰাৰ পৰা। কোনোজনী বৰপেটাৰ, কোনোজনী কোকৰাঝাৰৰ। কোনোজনী ঢকুৱাখানাৰ। কোনোজনী যোৰহাটৰ। কোনোজনী নলবাৰীৰ। হেণ্ডিকত পঢ়াৰ গৌৰবেৰে উৎফুল্লিত তাহাঁত। নীলাঞ্জনাক বিশেষ পাত্তা দিব নোখোজে। কলেজত লগ পালে মাতবোল কৰে যদিও তাহাঁতৰ নিজৰ গ্ৰুপ গঠন হৈ গৈছে।

নীলাঞ্জনাও পুৰণি গ্ৰুপতে আছে। দেৱলীনা, জবা, মধু, শ্ৰাৱণী। মল্লিকা কেতিয়াবা আহে কটনৰ পৰা। আহি আড্ডা মাৰে। কটনত তাই নতুন বাবে অজস্ৰ ভাললগাই বেৰি ৰাখিছে তাইক। হেণ্ডিকত অকল ছোৱালীৰ মাজত থাকি থাকি যি ব'ৰডমত ভোগা যায়— কটনত ল'ৰা-ছোৱালীৰ মাজত তেনে ব'ৰডম নাই। ল'ৰাৰ লগত একেটা ক্লাচৰুমত পঢ়াৰ আনন্দই বেলেগ। হেণ্ডিকৰ গতানুগতিকতা তাত নাই। আনৰ চকুত পৰিবলৈ সদায় কিবা কিবি কৰিবলগীয়া হয় কটনত। স্মাৰ্টনেচৰ প্ৰয়োজন। আনক প্ৰভাৱিত কৰিবলৈ অধিক বুদ্ধিমত্তাৰ প্ৰয়োজন।

— এদিন অফত আহিবি না আটাইকেইজনী। মোৰ বহুত বন্ধু-বান্ধৱী আছে। হেণ্ডিকৰ ছোৱালী বুলি ক'লে কটনৰ ল'ৰা ফিডা। তহঁত গ'লে মোৰ দাম বাঢ়ি যাব।

০ ০ ০

মল্লিকাৰ কথামতে এদিন আটাইকেইজনী গৈছিল কটনলৈ। কটনৰ কেণ্টিনখন সৰু। অডিটৰিয়ামৰ গাতে লাগি থকা। তাত মল্লিকাই চাহ কেক খুৱাবলৈ নীলাঞ্জনাহঁতক লৈ গৈছিল।

— নীলাই কিন্তু সহজতে এডমিচন পালাহেঁতেন কটনত।

মল্লিকাই ক'লে।

— ময়ো পালোহেঁতেন। দেৱলীনাই মাত দিলে।

নীলাঞ্জনাই ভাবিলে— এইখন কলেজত পঢ়িবলৈ পোৱা হ'লে তাইৰো ভাল লাগিলহেঁতেন। মল্লিকাই তাইতকৈ কম পাৰ্চেণ্টেজ পাই কটনত এডমিচন লৈছে। অথচ তাই ভাবিবই নোৱাৰে। দেউতাকৰ চাকৰিৰ দৰমহাৰে সেয়া সম্ভৱ হোৱাৰ পাছতো তাই কটনত পঢ়াৰ কথা ভাবিব নোৱাৰিলে।

কেণ্টিনৰ পৰা ওলাই সিহঁত কটনৰ মূল বিল্ডিঙৰ তলৰ মহলাৰ বাৰান্দাত বহিল। অন্য ল'ৰা ছোৱালীবোৰেও তাত বহি কথাৰ মহলা মাৰি আছিল।

মল্লিকাই তাইৰ কটনৰ নতুন বান্ধৱী চাৰিজনীমানক চিনাকি কৰাই দিলে। হেণ্ডিকৰ ছোৱালী বুলি জানি ল'ৰা দুজনমানো ফ্লাৰ্ট কৰিবলৈ আহিল। মল্লিকা আৰু দেৱলীনাই নিজৰ স্মাৰ্টনেচ প্ৰদৰ্শন কৰি হাঁহি-মাতি কথা পাতিলে। নীলাঞ্জনা এচুকত অনাদৃত ফুলৰ দৰে যেন পৰি থাকিল!

— হাই মই নিখিলেশ; নিখিলেশ বৰুৱা।

নীলাঞ্জনা চক খাই উঠিল। ল'ৰাজনে হেণ্ডচেক কৰিবলৈ তাইলৈ হাতখন আগবঢ়াই দিছে। নীলাঞ্জনা দোধোৰ-মোধোৰত পৰিল। কি কৰিব তাই? শৰীৰৰ সমস্ত তেজ যেন মূৰত গোট খালে।

নিখিলেশ বৰুৱা! ওখ, ক্ষীণ, ডাঠ ফ্ৰেমৰ চশমাৰে ল'ৰাজনৰ মুখত হাঁহি এটা অনবৰতে লাগি থাকে। নিখিলেশে তাইৰ সমৰ্থন নাপাই আগবঢ়াই দিয়া হাতখন নি নিজৰ প্যাণ্টৰ জেপত ভৰালে। বাকীবোৰৰ আগত সি লাজ পালে।

— তোমাৰ নামটো কি আছিল?

— নী... নীলাঞ্জনা!

— কি ডিপাৰ্টমেণ্ট?

— ফিলোচফি।

— আকৌ লগ পাম।

নিখিলেশ সকলোকে এৰি আঁতৰি গ'ল।

নীলাঞ্জনাৰ বুকুত কিবা এটাই খুন্দা মাৰি ধৰিলে।

০ ০ ০

কটনৰ পৰা আহি থকাৰ বাটত দেৱলীনাই ক'লে— কটনৰ ল'ৰাবোৰ বৰ চেনি। চান্স পালেই লাইন দিয়ে। দেখিলানে তোমাৰ দৰে ছোৱালীক হেণ্ডচেক কৰিবলৈ সাহস কৰে। ইমান অভদ্ৰ! নীলা, এই ল'ৰাবোৰৰ পৰা সাৱধানে থাকিবা। সি তোমাক আকৌ লগ কৰিবলৈ চেষ্টা কৰিব! তাৰ চকু দেখিয়ে মই গম পাইছো।

— ল'ৰাটো কিন্তু বৰ মৰমলগা। মধুই ক'লে।

— বাঃ আমাৰ নীলাৰ লগতহে চিনাকি হ'বলৈ আহিল!

কিনো আছে তোমাৰ নীলা— যে সকলোকে এট্ৰাক কৰা তুমি? তুমি পিন্ধা আঢ়ৈশ টকাৰ চুৰিদাৰ। চপ্পল পিন্ধা সত্তৰ টকাৰ। মল্লিকাই জোকালে।

— একেবাৰে ফিল্মী কথা! জবাই মাত দিলে।

— বদমাছ ল'ৰাবোৰ। দেৱলীনাই অৰ্থহীনভাৱে আওৰালে।

— ই ই ই ই নীলাৰ প্ৰেমিক ওলাই গ'ল। বয়ফ্ৰেণ্ড।

কি নাম আছিল? নিখিলেশ। মধুই চিঞৰিলে।

— নীলা, একদম সাৱধান। ধাণ্ডাবাজ কটনৰ ল'ৰা। হোষ্টেললৈ মাতি নি বেয়া কামবোৰ কৰিব আৰু পিছত বদনামী কৰি এৰি দিব। হেণ্ডিকৰ ছোৱালীক বদনামী কৰাই সিহঁতৰ ধান্দা। তোমাৰ পঢ়া-শুনা বৰবাদ হৈ যাব। দেৱলীনা কিয় ইমান উত্তেজিত হৈছে নীলাঞ্জনাই ধৰিব নোৱাৰিলে।

০ ০ ০

প্ৰি-ফ্ৰেচাৰ্চ ভি. আই. পি ব্লকত থকা কমন ৰুমত পতা হৈছিল। নতুন আবাসীসকলৰ বাবে পাটৰ সাজ বাধ্যতামূলক কৰা হৈছিল। নীলাঞ্জনাৰ দুদিন আগৰ পৰাই টেনচন হৈছিল। ক'ত পোৱা যাব পাটৰ সাজ।

মৈত্ৰেয়ীৰ তালৈ গৈছিল। নাপালে। উপায় নাপাই দেৱলীনাক ক'লে।

— ঘৰত আছে। কিন্তু মায়ে নিদিব। মোৰ বিয়াৰ বাবে ৰাখিছে।

শেষত যেনিবা হোষ্টেলৰ চিনিয়ৰ এজনীয়ে পুৰণা পাটৰ কাপোৰ এসাজ দিলে।

প্ৰি-ফ্ৰেচাৰ্চত ভজনটো গোৱাৰ পিছত সকলোৱে হাত চাপৰি আৰু সমৰ্থনত নীলাঞ্জনাই আৰু দুটা গীত গাবলগীয়া হৈছিল। তেতিয়াই মনত পৰিছিল দিবাকৰ ছাৰলৈ।

মাকলৈ!

০ ০ ০

মামাকহঁতে লৈ গৈছিল মাকক গুৱাহাটীলৈ। সেই দিনটোত নিজকে আটাইতকৈ নিঃসংগ লাগিছিল নিজকে— নীলাঞ্জনাৰ। স্কুললৈ যোৱা নাছিল তাই। ঘৰতে সোমাই আছিল। এবাৰ কেৱল বৰমাকে মাতি নি কিবা কিবি খাবলৈ দিছিল। সেই দিনটো নাযায়হে নাযায়— এনেকুৱা লাগিছিল। দুপৰৰ বেলিটো চৰাই এটাৰ ঠোটত হেঙুলীয়া কদমফুলটো যেন হৈ উৰি গৈ নাইকিয়া হৈছিল। হেজাৰ হেজাৰ তৰাই আকাশখন ছানি ধৰিছিল।

তাইৰ বৰ ভয় লাগিছিল। লেম্পটো জ্বলাবলৈ গৈ চাৰিবাৰমান দিয়াচলাইৰ কাঠি মাৰিবলগীয়া হৈছিল। প্ৰতিবাৰে তাইৰ নাকেদি ওলোৱা দীঘল হুমুনিয়াহ লাগি নুমাই গৈছিল দিয়াচলাইৰ কাঠি। দেৱালত ওলমি থকা ঘড়ীটোৰ কাঁটাৰ শব্দ ঘণ্টাধ্বনিৰ দৰে বাজিছিল তাইৰ কাণত। প্ৰতিটো পলতে নিজকে বৰ অসহায়

লাগি আহিছিল তাইৰ।

ৰাতি ৯টামান বাজিছিল।

নাই, মাক-দেউতাক, মামাক কাৰোৰে একো খবৰ নাই।

মাকক হস্পিতেলত এডমিট কৰালে নেকি বাৰু?

কি হৈছে মাকৰ? মাক বাচি নাথাকিব নেকি বাৰু? মাক নাথাকিলে তাই জীয়াই থাকিব কেনেকৈ?

কান্দোন ওলাই আহিছিল নিলাঞ্জনাৰ।

এনেতে বাহিৰত বৰমাকে চিএঞৰিছিল— নীলা, নীলা, আহ অকলে থাকিব নোৱাৰিবি নহয়!

সেই ৰাতি বৰমাকহঁতৰ ঘৰত শুইছিল নীলাঞ্জনাই। ভাত তাই খাবকে নোৱাৰিলে। বিছনাত পৰাৰ লগে লগে অলেখ দুস্বপ্নৰ ঘোঁৰাই তাইক খেদি আহিল।

পিছদিনা দুপৰীয়া একমান বজাতহে মাক-দেউতাক আৰু মামাক আহি ওলাইছিলহি। মাকক বৰ বিধ্বস্ত দেখা গৈছিল। মাকক তেনে অৱস্থাত দেখি হাউ হাউকৈ কান্দিবলৈ মন গৈছিল নীলাঞ্জনাৰ। মাকে তাইৰ হাতত বিস্কিট আৰু আপেলৰ ঠোঙাটো তুলি দিছিল।

— ৰাতি বৰমাৰ লগত আছিলি নে?

— অ।

— ভয় লাগিছিল নেকি?

— নাই।

— স্বাস্থ্য পৰীক্ষা কৰাওতে বহুত দেৰী হৈ গ'ল। ইমান টেষ্ট। মাকে তাইক যেন ৰাতি উভতি নহাৰ কৈফিয়ৎ দিছে। মাক ভিতৰলৈ গৈছিল।

দেউতাক আৰু মামাক বাৰান্দাত থকা চকীতে বহিছিল।

— কি কৰা যাব এতিয়া? মামাকে চিন্তাক্লিষ্টভাৱে কৈছিল।

— সাধাৰণ পেটৰ বিষ বুলি নেগলেক্ট কৰি থকা বাবে চেকেণ্ড ষ্টেজো পাৰ হৈ গ'ল।

— এনে বেমাৰ হ'লেতো আৰু উপায় নাই। দেউতাকে ক'লে। নীলাঞ্জনাৰ জানিবলৈ ভীষণ আগ্ৰহ হ'ল— মাকৰ কি বেমাৰ হৈছে! তাই অনুভৱ কৰিলে মাকৰ কিবা টান বেমাৰ হৈছে। ভিতৰলৈ গৈ তাই মাকক এবাৰ চালে।

— মা, মা, তুমি আমাক এৰি যাব নোৱাৰা মা। মই তোমাক গুচি যাব নিদিও। তুমি নাথাকিলে কোনে মোক মৰম কৰিব। কোনে কিতাপবোৰ আনি

দিব। মা, তুমি ভাল হৈ যাবা।

নীলাঞ্জনাৰ অন্তৰাত্মাই হাহাকাৰ কৰি উঠিল। মাকৰ মুখলৈ তাই প্ৰাণ ভৰি চাই থাকিল। কিন্তু বেছি সময় নোৱাৰিলে। বুকুত কিবা এটাই খুন্দা মাৰি ধৰিলে। তাই নিজৰ কোঠাত দৰ্জাখন বন্ধ কৰি টেবুলত মূৰ থৈ কান্দিবলৈ ধৰিলে। তাইৰ যেন কান্দোন বন্ধ নহ'বই।

মাক ক্ৰমশঃ ক্ষীণাই গৈছিল। স্কুলৰ পৰা দীঘলীয়া চুটি লৈছিল। নীলাঞ্জনাৰো স্কুললৈ যাবলৈ মন নোযোৱা হৈছিল। সকলো সময়তে যেন মাকৰ মুখখনিলৈয়ে চাই থাকিব।

— ডাঙৰ হৈ ডাক্তৰ হ'ব লাগিব! মাকে কৈছিল।

— মই আকাশত উৰিম মা! আকাশীযানত চাকৰি কৰিম!

— অ' এয়াৰ হোষ্টেজ হ'বি! দে হ'বি দে! মাকে উৎসাহ দিছিল। ট্ৰাংকত দুয়োৰে বিয়াৰ বাবে মাকে কাপোৰ গোটাইছিল। গহনা গোটাইছিল। এদিন ধুমধামেৰে বিয়া দিব দুয়োকে।

এসপ্তাহ পিছত মৈত্ৰেয়ীও মামাকহঁতৰ ঘৰৰ পৰা আহি নিজৰ ঘৰ ওলাইছিল।

মাকে বিছনাৰ কাষত বহাই লৈ দুয়োকে বুজাইছিল— ছোৱালীহ'লে সমাজত কেনেদৰে থাকিব লাগিব। কেনেকৈ দায়িত্বপালন কৰিব লাগিব!

মাক বিছনাৰ পৰা উঠিব নোৱাৰা হৈছিল।

— মা, মা তুমি আমাক এৰি যাব নোৱাৰা।

— ভগৱান, মাক ভাল কৰি দিয়া।

নিয়তিয়ে নুশুনিলে সেই কাতৰ প্ৰাৰ্থনা।

— মাৰৰ কেন্সাৰ হৈছে! দেউতাকে বহুদিন পিছত দুয়োজনীকে কৈছিল।

মাক তাৰমানে সঁচাকৈয়ে মৰিব।

কিয়নো কেন্সাৰ হ'বলৈ পালে মাকৰ! ভগৱানৰ ওপৰতে খং উঠিল নীলাঞ্জনাৰ।

অমৃতা প্ৰীতমৰ আত্মজীৱনৰ সেই বাক্যকেইটা মনত পৰিল তাইৰ— 'আই নথকা বাবে মোৰ জীৱনৰ বহুত কিবা কিবিয়ে নাইকিয়া হৈ গ'ল। হেৰাই গ'ল।

০ ০ ০

হোষ্টেল ফ্ৰেচাৰ্চৰ বাবে গোটেই হোষ্টেলতে উলহ মালহ। বিশেষকৈ চিনিয়ৰসকলৰ। নতুন সকলৰ লগত চিনিয়ৰৰ দূৰত্ববোৰ কমি আহিছে। বিশেষকৈ পাৰিজাতৰ নতুন নাটকখনৰ পিছত।

প্ৰি-ফেচাৰ্চৰ আগৰ কথা সেয়া। ফেচাৰ্চ সম্পৰ্কীয় চিনিয়ৰসকলৰ মিটিং চলি

আছিল কমন ৰুমত।

এনেতে, হঠাৎ পাৰিজাত সোমাই আহিল। কমন ৰুমত সোমায়ে তাই মজিয়াত আঠু কাঢ়ি বহিল

— মোক সকলোৱে ক্ষমা কৰি দিয়ক। মোৰ ভুল হৈছিল। মই তেনেকুৱা কৰিব নালাগিছিল। আই আম চ' চৰী। সকলো চিনিয়ৰ হতবাক। ইতিমধ্যে চিনিয়ৰসকলে তাইক বয়কট কৰিছিল।

পাৰিজাতৰ দুগালেদি চকুপানী বৈ গৈছে। তাই মজিয়াৰ পৰা উঠি তাই চৰিওৱা চিনিয়ৰ দুজনীৰ ওচৰলৈ গ'ল।

— মোক ক্ষমা কৰি দিয়ক। প্লিজ। আই আম চৰী।

পাৰিজাতৰ চকুত পানী।

পাগল নেকি ছোৱালীজনী!

পাৰিজাতে দুয়োজনীৰে ভৰিত খামুচি ধৰিলে। চিনিয়ৰসকলে স্তব্ধ হৈ চাই থাকিল সমগ্ৰ নাটক। পাৰিজাতে কান্দি থাকিল।

চিনিয়ৰসকলে ক্ষমা কৰি দিলে পাৰিজাতক। দুজনীমানে আৱেগতে কান্দি পাৰিজাতক সাবটিও ধৰিলে। তাৰ পিছদিনা বেডিং পত্ৰ লৈ পাৰিজাত হোষ্টেল এৰি যাবলৈ ওলাল। দুইটা বিল্ডিঙৰে ৰুমে ৰুমে সোমাই তাই সকলোকে মাত লগালে।

— মোৰ দিল্লীত এডমিচন হৈ গৈছে। এই কেইদিনতে যাব লাগিব।

অশ্ৰুসিক্ত নয়নেৰে পাৰিজাত ওলাই গ'ল।

গেইটৰ বাহিৰত দামী গাড়ী এখন ৰৈ আছিল। পাৰিজাত তাত উঠিলগৈ।

শব্দহীনভাৱে গাড়ীখন গৈ থাকিল— অলেখ গাড়ীৰ ভীৰৰ মাজে মাজে।

পাৰিজাত বৰুৱাক পাহৰা সম্ভৱ নহয়।

০ ০ ০

হোষ্টেল ফ্ৰেচাৰ্চ মুকলিত হৈছিল। ষ্টেজ পাতি। চাউণ্ড বক্সৰ আৱাজত ৰজনজনাই গৈছিল দিঘলীপুখুৰীৰ পাৰ। নীলাঞ্জনা চিলেক্টেড হৈছিল সাংস্কৃতিক সন্ধিয়াত গীত গাবলৈ।

প্ৰাণ ভৰি গাইছিল সিদিনা নীলাঞ্জনাই!...

## পঞ্চম অধ্যায়

### (১)

বুধবাৰৰ আবেলি।

— নীলা তোমাৰ গেষ্ট। কোনোবা এজনীয়ে চিঞৰিছিল।

কোন গেষ্ট হ'ব পাৰে? মামাক? দেউতাক?

দৌৰাদৌৰিকৈ নামি আহিছিল নীলাঞ্জনা।

গেষ্ট ৰুমত বহি আছে নিখিলেশ। তাক দেখি স্তব্ধ হৈ গৈছিল তাই। তাইক দেখি থিয় হৈছিল নিখিলেশ।

— এন, বি, ডিলৈ আহিছিলো। মন গ'ল— তোমাক এবাৰ মাত লগাই যাওঁ।

— অ'।

— কালি তোমাৰ গান শুনিলো। আমি কেবাজনেও হলৰ বাহিৰৰ পৰা শুনি আছিলো। তুমি গোৱা গীতটো মোৰ বৰ প্ৰিয়। সৰুতে চিনেমাখন টি.ভি.ত চাইছিলো। দুহাততে দিছা মোক ফুল/ভাষা নাই মাৰ ওলগেৰে... বৰ ধুনীয়া গাইছিলা...

— অ'।

— এনেয়ে আহিলো। খবৰ কি?

— ভালেই।

— লগৰ কেইজনীৰ খবৰ কি?

— ভালে আছে।

— গান ক'ত শিকিছা?

— সৰুতে ঘৰত।

— ঘৰত কোন কোন আছে?

— দেউতা, বা।

— ময়ো গান লিখো। কবিতাও লিখো।

— অ'।

— মোৰ আচলতে তোমাক লগ পাবলৈ মন গৈ আছিল।

সেয়ে সোমালো। বাহিৰত হোষ্টেলৰ ল'ৰা দুজন বৈ আছে। আজিলৈ উঠো।

নিখিলেশ গুছি গ'ল। তাই থিয় হৈ থাকিল।

গোটেই ঘটনাটো ভাবিও তাই উলিয়াব নোৱাৰিলে— আচল তাৎপৰ্যটো কি?

কিয় হঠাৎ নিখিলেশ নামৰ ল'ৰাজন তাইক বিচাৰি হোষ্টেল লৈ আহিল? মাত্র

এদিনৰ চিনাকিতে সি তাইক বিচাৰি আহিবলগীয়া কি কথা হ'ল?

ধান্দাবাজ?

ক্রমলৈ অহাৰ পাছতো গোটেই ঘটনাটোৱে তাইৰ হৃদয় তোলপাৰ কৰি দিলে।

কি অৰ্থ এইবোৰৰ? পঢ়াৰ টেবুলত বহিও তাই মন বহুৱাব নোৱাৰিলে।

অৰুণজ্যোতি! অৰুণজ্যোতি উভতি আহিছে নেকি? কেন্সাৰত মাক ঢুকুৱাৰ পিছত নীলাঞ্জনা যেতিয়া শূন্য আৰু নিঃসংগ হৈ পৰিছিল তেনে দিনবোৰতে অৰুণজ্যোতি আহিছিল।

সেই বয়সৰ এটা কথাও, এটা অনুভূতিও তাই পাহৰিব পৰা নাই। যেন সকলোবোৰ যোৱা কালিৰহে ঘটনা।

০ ০ ০

মাকৰ শ্রাদ্ধ কৰ্মাদি যোৱাৰ পিছত মৈত্রেয়ীক মামাকহঁত লৈ গৈছিল। ঘৰখনত তেতিয়া দুটা মাত্র সদস্য। তাই আৰু দেউতাক। বহুত দায়িত্বই আহি পৰিছিল নীলাঞ্জনাৰ ওপৰত। দেউতাক পুৱাই অফিচলৈ যায়। তায়ো যাব লাগে স্কুললৈ।

স্কুলৰ পৰা অহাৰ পিছত অসহনীয় হৈ পৰে সময়খিনি। তেতিয়া গোটেই ঘৰখনত তাই অকলশৰীয়া হৈ পৰে। স্তব্ধতা বিয়পি থাকে কোঠাবোৰত। আৰু তেতিয়াই তাই অনুভৱ কৰে মাকৰ অশৰীৰী অনুপস্থিতি। অশৰীৰী মাকৰ লগত তাই কথা পাতিবলৈ ধৰে।

— মা, আমাৰ প্রতি দেউতা কিয় ইমান উদাসীন?

— কিয় তোমাৰ স'তে কাজিয়া কৰে? কিয় প্রেম নাই তোমাৰ প্রতি! মই জানিব লাগিব মা।

— সেইবোৰ বহুত কথা মাজনী। তই জানিব নালাগে। অশৰীৰী মাকে কয়।

— নহয় মা, মই জানিব লাগিব। তোমাৰ প্রতি অন্যায় কৰিছে দেউতাই। সেই অন্যায়ৰ পোতক তুলিবলৈ তুমি আমাক এৰি গুচি গৈছা। কোৱা মা, কোৱা মা!

— তোৰ দেউতাৰাই অফিচৰে অন্য এজনীক ভাল পায়। বিয়া পাতিব খোজে!

কি! তাৰমানে অ'ত ত'ত শুনি থকা কথাবোৰ মিছা নহয়!

টক্ টক্ টক্

আত্মমগ্ন হৈ অশৰীৰী মাকৰ লগত কথা পাতি থাকোতে বাহিৰত, দুৱাৰত কোনোবাই টুকুৰিয়ালে। তাই দৰ্জাখন খুলি দিলে।

— অ' বুন দা।

— তই অকলে আছ? কি কৰিছ? বৰদেউতাকৰ ল'ৰা বুন দাই সুধিলে।

— স্কুলৰ পৰা আহি এনেয়ে আছো।

হঠাত তাইক অবাক কৰি বুন দাই তাইৰ হাতখনত ধৰি তাইক বুকুৰ মাজলৈ টানি আনিলে। জোৰকৈ সাবটি ধৰি তাইৰ কাণ, ডিঙি, গাল, ওঁঠত চুমা খাবলৈ ধৰিলে। সি ইমান জোৰকৈ সাবটি ধৰিছে যে তাই বুকুত বিষ অনুভৱ কৰিলে। উশাহ লোৱাতো কষ্ট পাইছে।

— এৰি দিয়া, এৰি দিয়া।

— একো নহয়। হিংস্ৰ পশুৰ দৰে গেঙেৰিয়াই ক'লে বুন দাই।

— এৰি দিয়া, এৰি দিয়া। নীলাঞ্জনাৰ চকুত পানী। তাইৰ কোমল বুকুত দাঁতৰ দাগ বহুৱাই বুন দা ওলাই গ'ল।

ফেকুৰি ফেকুৰি কান্দি থাকিল নীলাঞ্জনাই। ককায়েক হৈ এনেকুৱা কৰে! কাক ক'ব লাজ লগা কথাবোৰ! মগজুটো যেন অসাৰ হৈ পৰিল নীলাঞ্জনাৰ। তীব্ৰ যন্ত্ৰণা হ'ল দেহ-মনত।

ৰাতি তাই ভাত খাব নোৱাৰিলে। শুবও নোৱাৰিলে। বুন দাৰ মুখখনে ৰাং কুকুৰ এটাৰ দৰে তাইক খেদি আহে!

বাথৰুমত সোমাই তাই পানীৰে ধুই পেলাব খোজে দাগবোৰ। এৰা, তাইৰ শৰীৰটো বাঢ়ি আহিছে। নদীৰ দৰে ক্ৰমশঃ ওফোন্দি উঠিছে শৰীৰৰ বিশেষ অংগ। তাই আৰু সৰু হৈ থকা নাই।

পাছদিনা স্কুললৈ যাবলৈ ওলায়ো তাই বুকুত বিষ এটা অনুভৱ কৰিলে। বুন দাই বৰ বেয়াকৈ কামুৰিছে বুকুত। ঘা হৈ গৈছে। কি হ'ব এতিয়া? তাইৰ বৰ ভয় লাগিল। ভয়ে ভয়ে তাই স্কুললৈ গ'ল।

স্কুল ছুটিৰ পাছতো অজান আশংকা এটা লৈ তাই ঘৰলৈ উভতি আহিল। মুখ হাত ধুই বিছনাত পৰিল— আজি যেন একো নঘটে— সেই প্ৰাৰ্থনাৰে।

বিচনাত পৰি মাকক ধ্যান কৰি দুষাৰ কথা পাতিবলৈ মন গ'ল নীলাঞ্জনাৰ।
— মা, মা মোক বচোৱা।

ঠিক সেই মুহূৰ্ত্ততে তাইৰ কলাফুলত তাই অনুভৱ কৰিলে এখন সুঠাম হাতৰ উপস্থিতি। তাই ঘপহকৈ উঠি বহিল। বুন দা! আকৌ বুন দা। বুন দাৰ চকুত কুটিল হাঁহি। সি বিছনাতে হেঁচা মাৰি ধৰিলে তাইক। তাৰ অবাধ্য হাত দুখনে তাইৰ সৰ্বশৰীৰ স্পৰ্শ কৰিব ধৰিলে।

মেট্ৰিক পৰীক্ষা পাছ নকৰালৈকে তাই প্ৰতিটো দিন পাৰ কৰিছিল ভয়, আশংকতা, সন্ত্ৰাসত।

মানসিক ৰোগীৰ নিচিনা হৈ পৰিছিল তাই।

নিখিলেশো ধান্দাবাজ নেকি? দেৱলীনাই কোৱাৰ দৰে!

০ ০ ০

নীৰু মেমৰ মেজৰৰ ক্লাচটোৰ পাছতে এটা অফ। তৰ্কীয় পৰমানুবাদৰ ওপৰত বাইদেৱে আজি পাঠ দিলে। বুজিবলৈ জটিল।

ক্লাচটো কৰি উঠি তাই ক্লাচ ৰুমতে বহি আছিল। প্ৰথম বেঞ্চত দেৱলীনা। নতুন ছোৱালীবোৰে অফ পালে বৰ ভাল পায়। চিএৰ বাখৰেৰে কোঠাটো ভৰি পৰিছে। গল্প-তৰ্কত মচগুল সকলো। এনেতে সোমাই আহিল মধু, জবা, ত্ৰিদিশা।

— তোমাক নকৈছিলো কটনৰ ল'ৰাবোৰ ভাল নহয় বুলি!

— কি হ'লনো।

— সেই নিখিলেশে নে চিখিলেশটো তোমাৰ হোষ্টেল উঠিলেই। দেখিছা তাৰ সাহস। একদম সাৱধান নীলা। কেৰিয়াৰ বৰবাদ হৈ যাব। দেৱলীনাই ক'লে।

নীলাঞ্জনা আচৰিত হ'ল— নিখিলেশ অহাৰ খবৰটো এইজাকে পালে কেনেকৈ?

— তুমি কিন্তু ফিডা কৰি পেলাইছা নিখিলেশক। তোমাক লৈ বোলে কবিতাও লিখিছে। কিবা সন্দিকৈ কলেজৰ নীলাঞ্জনা... মধুই ক'লে।

— বাঃ বাঃ একদম নাইনটি ফৰটি টু এ লাভ ষ্টৰী। জবাই জোকালে।

— মই একো বুজা নাই। নীলাঞ্জনাই ক'লে।

— সি তোমাক লৈ খেলিব। প্লে বয়! দেৱলীনাই ক'লে।

নীলাঞ্জনাই ভাবিলে অদৰকাৰী কথাবোৰ যে কেনেকৈ বিয়পি যায়! মানুহ কেনেকৈ যে ব্যস্ত হৈ পৰে অদৰকাৰী কথাবোৰত।

০ ০ ০

মল্লিকা কটনৰ পৰা আকৌ আহিছিল এদিন।

— আকাংক্ষাই কালি আমাৰ ঘৰত ফোন কৰিছিল। সকলোৰে খবৰ লৈছে।

— বাদ দে তাইৰ কথা। ইমান কেৰেক্টাৰ লুজ। আমাকো বদনামী কৰি গ'ল। দেৱলীনাই ক'লে।

— তাইৰ দিলটো বৰ ভাল কিন্তু। আৰু মানুহৰ জীৱনত দুৰ্ঘটনা হয়েই। মধুই

জবাব দিলে।

— এইবোৰ কলংকৰ দাগ মানুহে গুচাব নোৱাৰে। গোটেই জীৱন লাগি থাকে।

— আজিকালি ইমান চেফ ব্যৱস্থা আছে— তাই কিয় যে ভুল কৰিলে? জবাৰ মতামত।

— ভুল কৰিনো তাই কি বেয়া কৰিছে। ভুল কৰা বাবেহে পুনৈলৈ পঠাইছে ঘৰৰ মানুহে। নহ'লে আমাৰ দৰে পচি থাকিলহেঁতেন গুৱাহাটীত।

এইবোৰ কথাত নীলাঞ্জনাই বিশেষ মন্তব্য নিদিয়ে। নীলাঞ্জনাই পুৰুষ কি জানে! ক্লাচ নাইনৰ পৰাই তাই পুৰুষৰ কামনাময় স্পৰ্শ গালে-বুকুৱে-ওঁঠে ধাৰণ কৰিছে। সেইবুলি সকলো পুৰুষৰ হাতেই বিছা নহয়। মনে বিচৰা পুৰুষজনৰ হাত গোলাপৰ হয়। সেই স্পৰ্শ হয় সুগন্ধি।

বুন দা আহি ওলাবহি বুলি হাইস্কুলীয়া দিনবোৰত দুপৰীয়াৰ পৰা সন্ধিয়ালৈ তাই টেবুলৰ তলত, বিছনাৰ তলত লুকাই আছিল। তাইৰ কোমল দেহত দংশন কৰিবলৈ বুন দা কিন্তু প্ৰায়েই আহিছিল তাইক বিচাৰি। উস্ কি লজ্জাজনক! ভয়ংকৰ সময়।

সেই দিনবোৰত তাই আত্মহত্যা কৰাৰ কথা ভাবিছিল। সেইবুলি আকাংক্ষাই আত্মহত্যা কৰিব কিয়?

গৰ্ভত সন্তান ধাৰণ কৰাটো জানো পাপ? মাতৃত্ব কেতিয়াও পাপ হ'ব নোৱাৰে। সন্তান কেতিয়াও অবৈধ হ'ব নোৱাৰে। যৌনতা মানে অশ্লীল নহয়। ই স্বাভাৱিক।

হয়, আকাংক্ষাই কলেজ আহিবলৈ বাদ দিছিল।

কাৰণ তাইৰ পেটৰ ভিতৰত কিবা এটা লৰিছিল। প্ৰাক্ যৌৱনৰ ভুলবোৰ অস্বাভাৱিক নহয়।

ৰোমিঅ'ৰ স'তে হোৱা দৈহিক সম্পৰ্কৰ ফলত গৰ্ভৱতী হৈছিল— সোতৰ বছৰীয়া আকাংক্ষা!

অবুজ ছোৱালীজনীয়ে কিন্তু সেই কথা গমকে পোৱা নাছিল। কিন্তু যেতিয়া সকলো খেলিমেলি হৈ গ'ল তাই ভীষণ ভয় খালে। ৰোমিঅ'ক কথাটো কোৱাত সিও ভয় খালে। এদিন সি কথাটো বুজাই ফাৰ্মাচিষ্ট এজনৰ পৰা গৰ্ভপাতৰ ঔষধ লৈ আহিল। তাইক খাবলৈ দিলে। অঘটন ঘটিল তাৰ পাছতে।

ৰোমিঅ'ই আনি দিয়া মেডিচিন খাই আকাংক্ষাৰ তীব্ৰ পেটৰ বিষ হ'ল। ভিতৰৰ পৰা কিবা এটা ওলাই আহিব খুজিলে। তাই কিবাকৈ বাথৰুম পালেগৈ।

বাথৰুমৰ ভিতৰত তাইৰ চিঞৰ-বাখৰ শুনি মাক উধাতু খাই লৰি গ'ল।

ভিতৰৰ পৰা দৰ্জা বন্ধ। ওচৰ-চুবুৰীয়াক মাতিবলগীয়া হ'ল।

দৰ্জা ভাঙি সকলোৱে দেখিলে তেজৰ ডোঙাত পৰি আছে আকাংক্ষা।

নাৰ্ছিং হোমত এমাহ থাকিবলগীয়া হৈছিল আকাংক্ষা। মানুহে ৰস পালেও বৰ হৃদয় বিদাৰক আছিল ঘটনাটো। আকাংক্ষাই কলেজলৈ অহাৰ সাহস হেৰুৱাই পেলাইছিল। কেৱল পৰীক্ষা দিবলৈ আহিছিল।

বৰ বিধ্বস্ত দেখা গৈছিল তাইক।

০ ০ ০

— আচ্ছা, সোতৰ তাৰিখ আমাৰ কলেজৰ ফ্ৰেচম্যান চ'চিয়েল। আটাইকেইজনী যাব লাগিব। মল্লিকাই প্ৰস্তাৱ দিলে।

— মই কিন্তু এটা চৰ্ততহে যাম! দেৱলীনাই ক'লে।

— চৰ্ত আকৌ কি?

— নীলাঞ্জনাই মানিব লাগিব। দেৱলীনাই আকৌ ক'লে।

— কি চৰ্ত?

— নীলাই কিন্তু নিখিলেশক মাতিব নোৱাৰিব। সি আমাক পাত্তাই দিব নোখোজে। তাক আমি কোনেও নামাতো।

অ'কে!

— অ'কে। আটাইকেইজনীয়ে সমৰ্থন কৰিলে।

নীলাঞ্জনাই একো নামাতিলে।

০ ০ ০

সময়ৰ লগে লগে মানুহ সলনি হয়।

দেৱলীনাই আজিকালি সকলো কথাতে নীলাঞ্জনাৰ ওপৰত কৰ্তৃত্ব খটুৱাব খোজে। তাইৰ মতেহে যেন চলিব লাগিব। আগতেও তাই তেনেকুৱাই আছিল যদিও নীলাঞ্জনাই সিমান গুৰুত্ব দিয়া নাছিল। কিন্তু এতিয়া তাই অলপ মাইণ্ড কৰা কৰিছে।

নীলাঞ্জনাক ছাৰ-মেডামে গুৰুত্ব দিলেও যেন দেৱলীনাৰ খং উঠে। আজিকালি ছাৰ মেডামৰ চকুত পৰিবলৈ সযত্ন প্ৰয়াস কৰি থাকে দেৱলীনাই। গৰিমাই আগৰ দৰেই দুপিয়াই দুপিয়াই খোজকাঢ়ি ক্লাচ কৰি আছে। মণিকাৰ হোষ্টেল কলেজৰ গাতে লাগি আছে। স্মৃতি আহে ৰিক্সাত।

০ ০ ০

— কবিতা লিখিছা? স্মৃতিয়ে লাইব্ৰেৰীত লগ পাই সুধিলে। নীলাঞ্জনাই ভালেমান দিন কবিতা লিখা নাই। হোষ্টেলত সেই পৰিবেশ তাই পোৱাই নাই।

কবিতা লিখিবলৈ আত্মমগ্ন হ'ব পৰা পৰিবেশ এটা লাগে।

— নাই বহুদিন লিখা নাই। তুমি?

— মই লিখি আছো। এদিন পেপাৰৰ অফিচলৈ যাম দিয়া দুয়ো। কবিতাবোৰ জমা দি আহিম। স্মৃতিয়ে ক'লে।

— মই লিখাই নাই বহুত দিন।

— পুৰণি কবিতাই ল'বা।

স্মৃতিৰ লগত কথা পাতিলে মনটো ভাল লাগি যায়। তাইৰ যথেষ্ট পঢ়া-শুনা আছে। প্ৰায়েই তাই বিভিন্ন কিতাপ আৰু চিনেমাৰ কাহিনী ৰসালকৈ কয়।

— টি. এছ্. এলিয়ট পঢ়িবা। তেওঁৰ 'দ্যি ৱেষ্ট লেণ্ড' পঢ়ি মই কবিতা লিখিবলৈ ইনচ্পায়াৰড হওঁ।

'দ্যি ৱেষ্ট লেণ্ড' আটাইতকৈ দীঘল মডাৰ্ণ ইংৰাজী কবিতা। ১৯২২ চনত কবিতাটো প্ৰকাশ হৈছিল। সেই সময়ত কবিতাটো দুৰ্বোধ্য আৰু অসংলগ্ন বুলি বহুতে সমালোচনা কৰিছিল। কবিতাটোৰ মূল থীম কি জানানে— সভ্যতাৰ অৱক্ষয়। ধ্বংস বুলিও ক'ব পাৰি। শংকা বুলিও ক'ব পাৰি। আনকি এলিয়টৰ প্ৰথম বিবাহ আছিল অসুখেৰে ভৰা। অসুখী এলিয়টৰ মনৰ হতাশা প্ৰকাশ পাইছে কবিতাটোত। মৃত্যু আৰু পুনৰুজ্জীৱনো কবিতাটোৰ আন এটা থীম। আনকি খ্ৰীষ্টান ধৰ্মৰ প্ৰসাংগকিতাৰ উল্লেখো কবিতাটোত আছে। কবিতাটোত প্ৰথমতে এহেজাৰটা শাৰী আছিল যদিও পিছত সেইবোৰ কাটি কুটি চাৰিশ চৌত্ৰিছ শাৰী কৰা হ'ল।

এগৰাকী প্ৰফেচৰে কোৱাদি স্মৃতিয়ে কৈ গ'ল কথাবোৰ। অলপো বিৰক্তি নালাগিল নীলাঞ্জনাৰ। বৰঞ্চ আৰু অধিক জানিবলৈ মনহে গ'ল।

স্মৃতি অন্য ছোৱালীবোৰৰ দৰে নহয়। তাই ছোৱালী সুলভ কথাৰ পৰা দূৰৈত থাকে। জ্ঞান আৰু প্ৰজ্ঞামূলক কথা কৈ ভাল পায়। কেতিয়াবা অদ্ভুত কিছুমান কাল্পনিক কথা কয়। শুনি বৰ ভাল লাগে।

স্মৃতিক লগ পোৱাৰ পিছত নীলাঞ্জনাৰ পঢ়াৰ আগ্ৰহ বাঢ়িছে। কথা জনাৰ আগ্ৰহটো বাঢ়িছে।

এৰা ভাল বন্ধুই আত্মা শুদ্ধ কৰে। বেয়া বন্ধুই আত্মাত দাগ লগায়।

০ ০ ০

স্মৃতিয়ে লাইব্ৰেৰীত বহি থাকোতে হঠাতে সুধিলে নীলাঞ্জনাক— পূৰ্বজন্ম আৰু পৰজন্মৰ বিশ্বাস কৰানে?

নীলাঞ্জনাই আজিলৈকে এই বিষয়ে একো ভবা নাই। কি উত্তৰ দিব তাই ভাবি নাপালে।

— আছে। পূৰ্বজন্ম আৰু পৰজন্ম আছে। হিন্দু শাস্ত্ৰতো পূৰ্বজন্ম বিশ্বাস কৰে। বৌদ্ধ ধৰ্মতো। স্মৃতিয়ে ক'লে।

— পূৰ্ব জন্মত মই কি আছিলো জানা? স্মৃতিয়ে সুধিলে।

— কি আছিলা।

— কাশীৰ পুৰোহিতৰ জীয়েক! মোৰ প্ৰায়ভাগ কথাই মনত আছে।

ই কি কথা! স্মৃতি জাতিস্মৰ নেকি?

০ ০ ০

কটনৰ নৱাগত আদৰণি সভা।

বতাহ লাগিছে সন্দিকৈ কলেজত।

— দেৱলীনা, জবা, মধু, ত্ৰিদিশা জপিয়াই আছে। তাৰমানে আজি ক্লাচ কেন্সেল!

— যাম মানে আড্ডা মাৰিবহে যাম! মিটিং শুনিব যাম নেকি? কোনে শুনে বৰিং ভাষণসোপা।

০ ০ ০

মল্লিকা সাজি-কাচি ৰৈয়েই আছিল কেবাজনো বন্ধু-বান্ধৱীৰ লগত। দেৱলীনাহঁতক দেখি তাই আগবাঢ়ি আহি সাবটি ধৰিলে।

— তহঁত আহি থাকিলে ল'ৰাবোৰৰ ওচৰত মোৰ দাম বাঢ়ি থাকে।

— তাৰমানে আমাক লৈ বেপাৰ কৰিছে? মধুই প্ৰতিবাদ কৰিলে।

— ফাল্টু কথা বাদ দে। ব'ল কৰবাত বহি কথা পাতো। মল্লিকাই ক'লে।

— মিটিঙত নব'হো দেই।

— অডিটৰিয়ামৰ পাছফালৰ চিৰিবোৰত বহো ব'ল।

আটাইকেইজনী গৈ অডিটৰিয়ামৰ চিৰিত বহিল। মল্লিকাৰ চিনাকি ল'ৰা দুজনমানো আহিল। নীলাঞ্জনাৰ সন্ধানী চকুৱে বিচাৰিলে কাৰোবাক। ক'ত আছে বাৰু? ক'ত থাকিব পাৰে? বিশেষ একো অনুৰাগ নাই। তথাপি তাইৰ বাবে গুৱাহাটীত যেন সিয়েই একমাত্ৰ চিনাকি ল'ৰা— যিয়ে তাইক নিঃসংকোচে বিচাৰি যাব পাৰে। তাকো এদিনৰ চিনাকিতে। ৰাতি বাহিৰত ৰৈ গান শুনিব পাৰে।

ক'ত আছে নিখিলেশ?

কবিতা মাতিছে নেকি সি?

— সৌৱা নিখিলেশ! অডিটৰিয়ামৰ পৰা বাহিৰ ওলাই আহিছে। মল্লিকাৰ মাত শুনি নিখিলেশ ৰ'ল। সি আহিবলৈ অলপ সংকোচ কৰিলে। মল্লিকাই চিঞৰি মাতিলে— এইফালে আহা।

অৱশেষত নিখিলেশ আহিল।

— কি খবৰ? দেৱলীনাই সুধিলে।

— ভালে আছো। তোমাৰ?

— ভালেই।

— মিটিঙত কেনেকৈ সোমাই থাকাহে? চ' বৰিং। মল্লিকাই ক'লে।

— আমাৰ বাবে পতা মিটিঙত আমি নাথাকিলে কোন থাকিব?

নিখিলেশে মৃদু প্ৰতিবাদ কৰিলে।

মকুন্দ আৰু অলকো আছিল।

— ই নাথাকিলে কেনেকৈ হ'ব। ইলেকচন খেলিব লাগিব। মকুন্দই ক'লে।

— যা তা কথা কিয় কৰ? নিখিলেশৰ খং উঠিল।

— আজিকালি বোলে হেণ্ডিকৰ হোষ্টেলত তোমাক সঘনে দেখা যায়। মধুই টিপন্নী কাটিল।

— হেহ— এদিনহে গৈছিলো। তাকো এন. বি. ডিলৈ যাওঁতে নীলাঞ্জনাৰ খবৰ লৈ আহিছিলো। মল্লিকাৰ বান্ধৱী মানে তোমালোক আমাৰো বান্ধৱী নহয় জানো। সহজভাৱে ক'লে নিখিলেশে।

— তথাপি আৰু কথাই বেলেগ। কাপোৰ-কানিয়ে এতিয়া কেৱল নীলেই নীল! জবাই জোকালে।

— নীল? সি আচৰিত হ'ল।

— নীল নহ'লে দেহ-মন নীলা হ'ব কেনেকৈ? জবাই বুজাই দিলে।

— হ'ব, হ'ব। এই টপিকটো বাদ দে। দেৱলীনাই হস্তক্ষেপ কৰিলে।

নীলাঞ্জনাই এবাৰ চুৰকৈ নিখিলেশলৈ চালে। তাৰ চকুৱে চকুৱে পৰাত সি হাঁহি দিলে। তাইৰ গাটো জিকাৰ মাৰি উঠিল।

কি আছে নিখিলেশৰ চকুৰ চাৱনিত?

— তোমাৰ কি খবৰ? নিখিলেশে নীলাঞ্জনাক সুধিলে।

— অ' ভাল। নীলাঞ্জনাৰ চমু উত্তৰ।

— ক্লাচ কৰি আছা?

— অ'।

— কবিতা লিখিছানে?

— কবিতা? তাই আচৰিত হ'ল।

— মল্লিকাই কৈছে নহয়...। সি ক'লে।

— আমি অডিটৰিয়ামত বহি প্ৰগ্ৰেমেই চাও নেকি।

দেৱলীনাই ডাঙৰকৈ, সকলোৱে শুনাকৈ ক'লে।

আটাইকেইজন থিয় হ'ল।

আটাইকেইজনে ভিতৰলৈ যাবলৈ খোজ ল'লে।

— নীলা।

কাৰোবাৰ মাতত আটাইকেইজনীয়ে ঘূৰি চালে।

— নীলা, শুনা। নিখিলেশে পাছফালৰ পৰা মাতিছে।

নীলা তাৰ কাষলৈ উভতি আহিল।

— আমি হায়াৰ চেকেণ্ডাৰীত·থকাৰ পৰাই এখন কবিতাৰ আলোচনী উলিয়াও। অহা মাহত নতুন সংখ্যাটো ওলাব। তুমি এটা কবিতা দিবা। মই আনিবলৈ যাম! নীলাঞ্জনাই একো নকৈ আকৌ দেৱলীনাহঁতৰ কাষ পালে।

— তাক বেছি পাত্তা দিবলৈ তোমাক হাক দিছিলোনে? একো নুশুনা তুমি! বিৰক্তিৰে ক'লে দেৱলীনাই!

০ ০ ০

মল্লিকা মাজে মাজে আহে। দেৱলীনাহঁতো যায় কটনলৈ। কিন্তু নীলাঞ্জনাক লগ নধৰে। নীলাঞ্জনাক এৰি যায় আটাইকেইজনীয়ে।

তাৰ বাবে নীলাঞ্জনাই বেয়া নাপায়। ভালেই পায়। অদৰকাৰী কথাৰ মহলা মাৰিবলৈ কটনলৈ যাব লাগে নেকি? সেই সময়খিনি স্মৃতি, গৰিমা, মণিকাৰ লগত বহাই ভাল।

স্মৃতি ইণ্টাৰেষ্টিং ছোৱালী। তাই অনবৰতে পূৰ্ব জন্মৰ কথা ভাবি থাকে।

তাই হেনো পূৰ্বজন্মত কাশীৰ এজন পুৰোহিতৰ জীয়েক আছিল। কম বয়সতে এজন যুৱকলৈ তাইক বিয়া দিয়া হৈছিল। কিন্তু বৈবাহিক জীৱন তাইৰ সুখী নহ'ল। গিৰিয়েকহঁতে তাইক অত্যাচাৰ কৰিব ধৰিলে। দিনে দিনে অত্যাচাৰৰ মাত্ৰা বাঢ়ি গ'ল। আৰু সেই নৃশংস অত্যাচাৰত এদিন তাইৰ মৃত্যু হ'ল।

মৃত্যুৰ পিছত তাইৰ জন্ম হ'ল অসমত। কিন্তু পূৰ্বজন্মৰ একো কথাই তাই পাহৰিব নোৱাৰিলে। ডাঙৰ হোৱাৰ লগে লগে প্ৰতিটো কথা, প্ৰতিটো ঘটনা

তাইৰ চকুৰ সমুখত ভাঁহিবলৈ ধৰিলে।

চকু মুদিলেই তাই কাশীখন দেখা পায়। পুৰোহিত দেউতাকক দেখা পায়। অত্যাচাৰী গিৰিয়েকক দেখা পায়। আনকি তাইৰ দুলিয়াজানৰ ঘৰতো কিছুমান অদ্ভুত ঘটনা ঘটিবলৈ ধৰিলে।

কেতিয়াবা মাকে দৰ্জা খুলিলেই সাপ দেখা পায়।

কেতিয়াবা কোনোবাই গোটেই ঘৰটোকে কঁপাই দিয়ে।

ঘৰৰ চালত শিল পৰাৰ দৰে শব্দ হয়।

মাকহঁতে প্ৰথমতে তাইক সন্দেহ কৰিলে— তাই চাগে কোনোবা ল'ৰাৰ পাল্লাত পৰিছে। সেই ল'ৰাবোৰেই ঈৰ্ষা আৰু জেদত এইবোৰ কৰিছে। কিন্তু ঘটনাবোৰৰ অন্ত নপৰিল। দিনে দিনে বাঢ়িহে গ'ল। ঘৰৰ মানুহ শুব নোৱাৰা হ'ল। এইবোৰ কথা বিশ্বাস নকৰা তাইৰ দেউতাকেও বেজ মাতিবলৈ বাধ্য হ'ল। তেতিয়া তাই এইট, নাইনৰ ষ্টুডেণ্ট। দিল্লী পাব্লিক স্কুলত।

তাতে তাই হায়াৰ চেকেণ্ডাৰীও পঢ়িলে।

ৰাতি হ'লেই পূৰ্বজন্মৰ পুৰোহিত দেউতাক আহি ওলায়।

তাইৰ গিৰিয়েক আহে ক্ষমা খুজিবলৈ। কিমান কষ্টকৰ হৈ পৰে ৰাতিবোৰ।

ঘৰখনত সেই অশৰীৰীৰ অত্যাচাৰবোৰ বাঢ়ি গৈ থাকিল। অৱশেষত ঘৰৰ মানুহে তাইৰ কথা বিশ্বাস কৰিবলৈ বাধ্য হ'ল। পূজা-পাতল চলিল। বেজ আহিল। তথাপি তাই মুক্তি নাপালে।

স্মৃতি জাতিষ্কাৰ!

হায়াৰ চেকেণ্ডাৰী পাছ্ কৰাৰ পিছত তাই দিল্লীত পঢ়িবলৈ গ'ল। কিন্তু তাইৰ দিল্লী বাবে নহয়। দিল্লী হৃদয়হীন মহানগৰ। তাইক তাত কোনেও বুজি নাপায়। তাইৰ আৱেগ-সংবেদ কোনেও নুবুজে।

দিল্লীৰ পৰা উভতি আহি তাই সন্দিকৈ কলেজত এডমিচন ললে।

থাকিবলৈ ল'লে শিলপুখুৰীৰ প্ৰাইভেট হোষ্টেল এটাত। তাতো অজস্ৰ অথন্তৰ ঘটিল।

ৰাতি হ'লেই পুৰোহিত দেউতাক আহি ওলায়।

তাইৰ পূৰ্বজন্মৰ গিৰিয়েক আহে।

আৰু হোষ্টেলৰ খিৰিকীখন খুলিলেই কিবা এটা সোমায় আহে তাইৰ কোঠালৈ। তাই থাকিব নোৱাৰা হয়। গা-মন বেয়া লাগিবলৈ ধৰে। কি আছে খিৰিকীখনৰ সিপাৰে?

এদিন হোষ্টেলৰ বাইজনীয়ে ক'লে— সৌ গছজোপাত ডেকা ল'ৰা এটাই চিপ

লৈছিল। কিয় লৈছিল কোনেও নাজানে। তাৰ আত্মাই মুক্তি পোৱা নাই। সি অন্য কাৰোবাক নিহে এৰিব। বৰ ভয় খাইছিল স্মৃতিয়ে। অথচ খিৰিকীখনৰ প্ৰতি বিশেষ আগ্ৰহ এটাও বাঢ়ি গৈছিল তাই।

ৰাতি হ'লে বিছনাত শুই শুই তাই খিৰিকীখনলৈ চাই থাকে। আৰু আশ্চৰ্যজনকভাৱে তেতিয়া খিৰিকীখনত কোনোবাই শব্দ কৰে। তাই জ্বৰ ঘমাদি ঘামিবলৈ ধৰে। চিঞৰিবলৈ মন যায়। কাণে মূৰে কাপোৰ লয়।

লাহে লাহে তাই অনুভৱ কৰিবলৈ ধৰিলে— মাজৰাতি তাইৰ কোঠাত কোনোবা ঘূৰি ফুৰে। সেই অশৰীৰী জীৱটোৱে তাইৰ বিছনাৰ কাষলৈ আহে। তাইক গবা মাৰি ধৰে। তাইৰ শৰীৰটো ভোগ কৰিব বিচাৰে। বলাৎকাৰ কৰিব বিচাৰে। তাই প্ৰায়েই যুঁজিবলগীয়া হয় তাৰ লগত।

তেতিয়া তাই দেখা পায় পুৰোহিত দেউতাকক— কান্দি থকা।

তেতিয়া তাই দেখা পায় গিৰিয়েকক— হাঁহি থকা।

কি বিভৎস ৰাতিবোৰ!

শিলপুখুৰীৰ হোষ্টেলটোত; তাই থকা প্ৰথম সপ্তাহটোত বহুতো আগেয়ে নঘটা ঘটনা ঘটিবলৈ ধৰিলে।

কোনোবা ছোৱালীয়ে তেজ বমি কৰিলে। কোনোবা চিৰিৰ পৰা পৰি চেন্সলেচ হ'ল।

স্মৃতিয়ে আৰু সেই হোষ্টেলটোত থকাৰ কথা ভাবিবই নোৱাৰিলে। নেক্সট সপ্তাহত তাই চেনীকুঠিৰ হোষ্টেলটোলৈ গুচি আহিল।

কিন্তু পূৰ্বজন্মৰ সেই চৰিত্ৰবোৰে এতিয়াও তাইক লগ এৰা নাই। অশৰীৰী আত্মাবোৰে তাইক ৰাতি ৰাতি ডিষ্টাৰ্ব কৰে।

তাৰ পৰা পৰিত্ৰাণ পাবলৈ তাই শনিবাৰে শনিবাৰে গণেশগুৰিৰ মন্দিৰ এটালৈ যায়।

— তুমি এবাৰ মা-দেউতাক লৈ কাশীলৈ নোযোৱা কিয়?

— গোটেই কথাবোৰ জানিবলৈ মোক কিন্তু সময় লাগিব। এমাহো লাগিব পাৰে— বিশ বছৰো লাগিব পাৰে। মুঠতে এই কষ্টবোৰৰ পৰা মোৰ পৰিত্ৰাণ নাই। জীৱনত মই সুখী হ'ব নোৱাৰিম।

— ধেৎ, কিয় হ'ব নোৱাৰিবা?

— অ', মই সকলো জানিব লাগিব। তাৰ বাদে মোৰ অন্য একো উদ্দেশ্য নাই। পুৰোহিত দেউতাজনৰ ছবি মোৰ মনত আছে। তেওঁক হয়তো.মই বিচাৰি পাম। কিন্তু মোৰ শহুৰৰ ঘৰখন ক'ত আছিল মই উলিয়াব পৰা নাই।

নীলাঞ্জনাই মাত্র ভাবিলে— এইবোৰ স্মৃতিৰ মানসিক বিকাৰ নে। স্মৃতিলৈ তাইৰ দুখ লাগিল।

হোষ্টেলত এতিয়া ভালেই লাগে। চিনিয়ৰসকলৰ লগতো সহজ সম্পৰ্ক। মাজে মাজে মৈত্ৰেয়ী আহে। তাইৰ লগত লতাও আহে।

— নীলা, ৱাৰ্ডেন মেমে মাতিছে তোমাক! প্ৰেয়াৰ শেষ হোৱাৰ পিছত ধীৰাই ক'লে নীলাঞ্জনাক।

নীলাঞ্জনাৰ টেনচন হ'ল। তাই ভি. আই. পি. লৈ গ'ল। তাৰ প্ৰথম মহলাত ৱাৰ্ডেন থাকে।

— মে আই কাম ইন মেম!

— আহা!

— মোক মাতিছিল মেম?

— তুমি দুমাহ মেচ ডিউজ দিয়া নাই। বেয়া কথা হৈছে।

— মোৰ অলপ অসুবিধা চলি আছে মেম। এই কেইদিনতে দিম।

— মেচ ডিউজ দিয়াৰ ক্ষেত্ৰত তোমালোকৰ সদায় অসুবিধা। চিনেমা, ৰেষ্টুৰেণ্টত বহাৰ ক্ষেত্ৰত কিন্তু অসুবিধা নাই! দেউতাৰাই কি কৰে?

— কো-অপাৰেটিভত চাকৰি কৰে।

— মেচ ডিউজটো সোনকালে দি দিবা। এতিয়া যোৱা।

নীলাঞ্জনাই একো নামাতি ওলাই আহিল ৱাৰ্ডেনৰ কোঠাৰ পৰা। এতিয়া ক'ত তাই যোগাৰ কৰিব দুমাহৰ মেচ ডিউজ।

মৈত্ৰেয়ীয়ে পাঁচশ টকা দি থৈ গৈছিল। কিন্তু দেৱলীনাই হাহাৰক লগাই দিলে।

— এবছৰ হ'ল। চাৰিশ টকা তুমি নিদিয়া নেকি?

অ', নৱেম্বৰ পৰিলে এবছৰ হ'ব। পিকনিকত ধাৰলৈ লোৱা চাৰিশ টকা প্ৰতিমাহে দিম দিম বুলিও তাই দিব পৰা নাছিল। দেৱলীনাইও খোজা নাছিল।

এতিয়া সকলোৰে আগত হঠাৎ খুজি দিয়াত নীলাঞ্জনাই লাজ পালে। মৈত্ৰেয়ীয়ে দিয়া পাঁচশ টকাৰ চাৰিশ টকা তাই উলিয়াই দিলে। হাতত ৰ'ল মাত্ৰ এশ টকা। হোষ্টেলৰ ছোৱালীবোৰে সন্ধিয়া হোষ্টেলৰ সমুখত অস্থায়ী চাত হাউচত চাউমিন, ৰোল খায়। সেইখিনি সময়ত আনে লগ ধৰিলেও নীলাঞ্জনা বাহিৰ নোলায়। লাইব্ৰেৰীৰ পৰা অনা কিতাপখনক লৈ ব্যস্ত হৈ পৰে। খাবলৈ মন গ'লেও তাই যাব নোৱাৰে। দুপৰীয়াৰ টিফিনটোৱে তাইৰ বাবে যথেষ্ট। বহুত ছোৱালীয়ে আকৌ— 'ইচ কিযে এইবোৰ' বুলি টিফিন নাখায়।

কলেজৰ দুটাকৈ স্কলাৰশ্বিপ পায় তাই। দুয়োটা মিলি আঢ়ৈশ টকা। এইবাৰ স্কলাৰশ্বিপ দুটা পাওঁতেও দেৰি হৈছে। মেচ ডিউজ দুমাহত দিব লাগিব এহেজাৰ টকা। কেনেকৈ মিলাব তাই ভাবিবই পৰা নাই। তেনেহ'লে হোষ্টেল এৰিব লাগিব নেকি তাই?

ভাবি ভাবি পাৰ পোৱা নাই নীলাঞ্জনাই।

০ ০ ০

আকৌ এদিন নিখিলেশ ওলালহি।

তাই ওপৰ মহলাৰ পৰা নামি আহিল।

— তোমাক যে কৈছিলো— মেগাজিন এখন ওলায় আমাৰ।

কবিতা এটা লাগিব। নিখিলেশে ক'লে।

— অ'!

— কি অ? সি জোকালে।

— আজিয়ে লাগিবনে?

— অ' আজিয়ে।

— অকমান বহিব লাগিব। মই ৰুমলৈ গৈ আনিব লাগিব।

— ঠিক আছে। আনাগৈ।

নিখিলেশ বহি থাকিল। নীলাঞ্জনাই কবিতা এটা আনিবলৈ নিজৰ ৰুমলৈ গ'ল।

০ ০ ০

— তুমি কথা যিদৰে কমকৈ কোৱা— তোমাৰ কবিতাও তেনেদৰে চুটি। আচলতে কবিতা মানুহৰ হৃদয়ৰ প্ৰতিবিম্ব।

নিখিলেশে ক'লে।

— কবিতাবোৰ কবিতা হয় নে মই নিজেও নাজানো। এনেয়ে লিখো। ক'লে নীলাঞ্জনাই।

— শব্দ আৰু অনুভূতিৰ ব্যঞ্জনাময় মিশ্ৰণেই কবিতা। তোমাৰ কবিতাবোৰ জাপানী কবিতাৰ দৰে। ছবি এখন ভাঁহি উঠে। কবিতা দুটা পঢ়ি নিখিলেশে মন্তব্য আগবঢ়ালে।

— দুটা কবিতা দিছো। যিটো ভাল লাগে সেইটো দিলে হ'ল। প্ৰকাশৰ যোগ্য নহ'লে নিদিলেও বেয়া নাপাও।

— হ'ব বাৰু, আজিলৈ উঠো। মেগাজিন ওলালে দি পঠিয়াম।

আজি যাওঁ। বহুত কাম বাকী আছে।

নিখিলেশ গুছি গ'ল। নিখিলেশ যোৱাৰ পিছত তাই সেইখিনি ঠাইতে বহুত সময় বহি থাকিল। কিবা এটা সুগন্ধি বিয়পি আছে ঠাইখিনিত। কিহৰ সুগন্ধি বাৰু!

০ ০ ০

'সুগন্ধি শব্দ' নামৰ আলোচনীখনৰ দুটা কপি লৈ দেৱলীনা, মধুইঁতে যেন কলেজ উত্তাল কৰি পেলালে।

— বাঃ কটনৰ মেগাজিনত নীলাঞ্জনাৰ দুটাকৈ কবিতা। আমিচোন গমেই নাপাওঁ। মধুই ক'লে।

— নিজে দিছা নে নিখিলেশ আহিছিল নিবলৈ? দেৱলীনাই সুধিলে।

— নিখিলেশ আহিছিল নিবলৈ। নীলাঞ্জনাৰ উত্তৰ।

— হোষ্টেললৈ আহিছিল? দেৱলীনাই আকৌ সুধিলে।

— অ'।

— তুমিচোন আমাক কোৱাই নাই।

নীলাঞ্জনাই ভাবিলে সেইটোনো কি ক'বলগীয়া কথা!

— অ' ভিতৰি ভিতৰি তাৰ মানে কাহিনী বেলেগকৈ আগবাঢ়িছে।

জবাই কাট মাৰিলে।

— তুমি কিন্তু ফ্ৰেণ্ডশ্বিপৰ ৰুল ভংগ কৰিছা! দেৱলীনাই অভিযোগ কৰিলে।

— আমি ইমান পুৰণি ফ্ৰেণ্ড! আমি সকলোৱে সকলোৰে কথা জনা উচিত। কোৱা উচিত। সেয়া নিয়ম। তুমি কিন্তু মনে মনে সকলো কৰা। একদম ফ্ৰী নহয় তুমি।

দেৱলীনাৰ ইমান উত্তেজনাৰ কাৰণ নীলাঞ্জনাই ধৰিব নোৱাৰিলে। কিনো ইমান ডাঙৰ কথাটো হ'ল।

— আমিতো সব কথা কওঁ। তুমি কিয় নোকোৱা!

নীলাঞ্জনাই ভাবিলে— কিনো আছে ক'বলৈ!

ক'ব নেকি যে তাই দুমাহ মেচ ডিউজ দিয়া নাই। কিনিবলগীয়া কিতাপখন কিনিব নোৱাৰাৰ কথা ক'ব নেকি? অন্তৰৰ অন্তহীন হাহাকাৰবোৰৰ কথা ক'ব নেকি?

— এতিয়াৰ পৰা কিন্তু তাৰ লগত তুমি তেনেদৰে সম্পৰ্ক নাৰাখিবা। আমাৰ ফ্ৰেণ্ড হৈ থাকিবলৈ হ'লে কিছুমান নিয়ম মানিবই লাগিব।

— জীনা মৰণা এক সাথ! বুজিলা?

০ ০ ০

কিন্তু আহি ওলাল। আকৌ নিখিলেশ! তাই দূৰত থাকিব বিচাৰে। সি কাষ চাপি আহে। কিয় আহে?

— অ', আমি ৰাইটাৰবোৰক এইবাৰ পইচা দিছো। কাৰণ মেগাজিনখন স্পনচৰ কৰিছে নতুনকৈ অহা কম্পিউটাৰ ইন্সটিটিউট এটাই। কবিতাত এশ টকাকৈ দিছো। তোমাৰ দুটা কবিতাত দুশ টকা। এয়া।

নিখিলেশে এনভলপ এটা আগবঢ়াই দিলে।

— লোৱা। প্ৰাপ্য ল'বলৈ লাজ কিহৰ?

অগত্যা তাই এনভলপটো ললে। জমা হ'ল চাৰে পাঁচশ টকা!

০ ০ ০

ৰাতি তাই কেৱল নিখিলেশৰ কথাকে ভাবিলে। কিয় তাইক বিচাৰি আহে সি। কিয় তাইৰ দৃষ্টি আকৰ্ষণ কৰিব বিচাৰে? কিয় সহায় কৰিব খোজে তাইক? তায়ো গম নোপোৱাকৈ আকৰ্ষিত হৈছে নেকি তাৰ প্ৰতি? আহে কিয় ভাহি তাৰ ছবি। আমনি কৰে মৃদু— সেই একেখনি ছবি।

অৰুণজ্যোতিৰ ছবিখন মচি সি সেই স্থান দখল কৰাৰ কথা ভাবিছে নেকি?

এনেদৰেই ভাল লগাবোৰ বাঢ়ি বাঢ়ি ভালপোৱা হয় নেকি বাৰু? দূৰে দূৰে থাকিও কাষত থকাৰ অনুভূতি জাগে নেকি?

এইবোৰ কথাৰ কোনো ব্যাখ্যা নাথাকে।

০ ০ ০

ৰাতি ভাত খাই অহাৰ পিছত তাই ভাবিলে— কবিতা এটাকে লিখা যাওঁক। তাইৰ জীৱনৰ প্ৰথম উপাৰ্জন কবিতাৰ জৰিয়তেই হ'ল। মনত কি অপাৰ আনন্দৰ ঢৌ। মৈত্ৰেয়ীক খবৰটো দিব পৰা হ'লে ভাল আছিল! কিন্তু অহা দেওবাৰেহে তাইৰ ওচৰলৈ যাব পৰা যাব। কাইলৈ এমাহৰ মেচ ডিউজটোও দিব লাগিব। কবিতা! কিন্তু লিখিব কি? একো অহা নাই মনলৈ।

— 'তোমাৰ কবিতাবোৰ জাপানী কবিতাৰ দৰে। ছবি এখন ভাঁহি উঠে!' কথাকেইটাই খুন্দিয়াই থাকে মনত!

'আকাশৰ তম্বু

চৰাই এটাই খুটিয়ায়

ঝৰ ঝৰকৈ সৰে শুকুলা মেঘ,

চহৰত শৰৎ...

এনেতে ধীৰা বা সোমাই আহে।

— ভাত খায়েইনো কি লিখাত লাগিলা? চাওঁ চাওঁ।

কিনো এইবোৰ?

— কবিতা লিখিবলৈ চেষ্টা কৰিছিলো...

— কবিতা? এইবোৰ কাম নোহোৱা মানুহৰ কাম।

মই একো বুজি নাপাওঁ। বুজাৰ দৰকাৰো নাই।

উন্নাসিকভাৱে কথাকেইটা কৈ ধীৰা নিজৰ বিছনাত বহিলগৈ।

এইজনী ধীৰা! এজনী উচ্ছৃংখল ছোৱালী।

নিজকে কৈ ভালপায়— বিন্দাছ!

হোষ্টেলত বহুতে সন্দেহৰ চকুৰে চায় ধীৰাক। বহুতে বু বু বা বা কৰে। ধীৰাই ক্লাচ পাতি বেছি নকৰে। ঘনে ঘনে বয়ফ্ৰেণ্ড সলনি কৰে। আজি যদি এজনৰ লগত কস্তুৰীত বহে— কাইলৈ অন্য এজনৰ লগত পিকাডেলিত। হোষ্টেলৰ সমুখত বাইক লৈ ল'ৰা ৰৈ থাকে ''তাই পাছফালে উঠি কৰবালৈ গুচি যায়। অন্যবোৰ ছোৱালী সন্ধিয়া পাঁচ বজাতে হোষ্টেল সোমাব লাগে। ধীৰা কিন্তু কেতিয়াবা আঠ বজাতো সোমায়। গেইটৰ চকীদাৰৰ লগত বুজাবুজি আছে তাইৰ। ৱাৰ্ডেনে গম পায় নে নাপায় গমপোৱা নাযায়। গম পালেও একো নকয়। আৰু দুজনীমান আছে দেৰীকৈ হোষ্টেল সোমায়। এইকেইজনীৰ কাৰণে হোষ্টেলৰ সমুখত গাড়ী-বাইক ভৰি থাকে। সেই কাৰণে নিউ হোষ্টেলক লৈ বহুত বু বু বা বা চলে। বদনাম ওলায়। ওল্ড হোষ্টেলক লৈ কিন্তু বদনাম নাই।

বহুতে কয় ধীৰা ৰাতি কেতিয়াবা হোটেলত থাকে। তাৰ বাবে বহুত টকা পায়। সঁচা নে মিছা নীলাঞ্জনাই গম নাপায়। কিন্তু ধীৰা বেপৰোৱা। কেতিয়াবা ৰাতি ৰুমত নাথাকে। সুধিলে কয়— লোকেল গাৰ্জেনৰ ঘৰত থকা বুলি।

ধীৰাই সৰু টেপটোত গান এটা লগাই দিলে। আজি ইমান মাহ হ'ল— পঢ়া-শুনা কৰা দেখা নাই। কেৱল আজে-বাজে, আল্টু-ফাল্টু কথা। লগৰ মালাও তেনেকুৱা। ল'ৰাৰ কথা। কাপোৰ-কানিৰ কথা। গিফ্‌ট সৰকোৱাৰ কথা। ৱাৰ্ডেন কিন্তু এইকেইজনীকে ভাল পায়। সকলো আলোচনা সিহঁতৰ লগতে কৰে।

লনী বাইদেউৰ লগত ৱাৰ্ডেনে কিবা আলোচনা কৰা দেখা নাই।

লনী বা— সেই উদাসীন, দেৱী দেৱী লগা ছোৱালীজনী। কাৰো লগত বিশেষ কথা নাপাতে। নিজৰ লগতে ব্যস্ত থাকে। ডিগ্ৰী থাৰ্ড ইয়েৰৰ। কিন্তু দেখিবলৈ ডাঙৰ যেন লাগে। নীলাঞ্জনাক মৰম কৰে। হাঁহিলেও গহীন যেন লাগে।

নীলাঞ্জনাৰ বাবে এক ৰহস্য আছিল লনী বা। এটা হোষ্টেল— একেই ছোৱালী! একেই হাঁহি-মাত, চিঞৰ-বাখৰ, পঢ়া-শুনা। অথচ তাৰ মাজতো কোনো কাৰো লগত নিমিলে। কোনোবাই কান্দি কান্দি বিছনা তিয়াই দিয়ে। কোনোবাই হাঁহি হাঁহি খিৰিকীৰ গ্লাচ ভাঙি পেলায়।

লনী গোস্বামী।

ধুনীয়া। কোনো বিতৰ্ক নোহোৱাকৈ ধুনীয়া। অসমৰ নামী গৱেষক জনাৰ্দন গোস্বামীৰ একমাত্ৰ জীয়েক। পঢ়া-শুনাত চোকা। কেমেষ্ট্ৰীৰ ছাত্ৰী। কত আশা-ভৰষা লনী গোস্বামীৰ ওপৰত।

লনী গোস্বামীয়ে হায়াৰ চেকেণ্ডাৰীতে, ভালপোৱা ল'ৰাজনৰ লগত পলাই গৈ বিয়াত বহিছিল। ল'ৰাজন তাইতকৈ বয়সত বিশ বছৰমান ডাঙৰ আছিল। ব্যৱসায়ী পৰিয়ালৰ ল'ৰা। লনীৰ দেউতাকে কেচ দিছিল তাৰ ওপৰত। নাবালিকা অপহৰণৰ কেচ।

লনীক লৈ সি পলাই আছিল অ'ত ত'ত। জনাৰ্দন গোস্বামীয়েও এৰি দিয়া নাছিল। ওপৰ মহলাত হেঁচা দিছিল তেওঁ। আৰু এদিন পুলিচে গ্ৰেপ্তাৰ কৰিছিল লনীৰ গিৰিয়েকক। জেইল হৈছিল তেওঁৰ। লনীক গতাই দিছিল মাক-দেউতাকৰ হাতত।

তাৰ পিছত কেনেকৈ ডিভোৰ্চ হ'ল লনীয়ে গম নাপালে। বহুত খবৰ কৰিও গিৰিয়েকৰ খবৰ উলিয়াব নোৱাৰিলে।

লনীয়ে আকৌ কলেজলৈ অহা-যোৱা কৰিলে। হোষ্টেলত এডমিচন ললে। মাজতে মানসিক ভাৰসাম্যতা হেৰুৱাই দুটা পৰীক্ষা দিব নোৱাৰিলে। চিকিৎসা কৰাই মাক-দেউতাকে মন ভাল লাগক বুলি আকৌ হোষ্টেলত থৈ গ'ল তাইক।

আছে। থাকিব লাগে বাবেই আছে লনী। প্ৰথম প্ৰেমৰ মৃত্যুৰ সোঁৱৰণি কঢ়িয়াই— সমাধিত তাই বহি আছে।

কাৰো লগত বিশেষ কথা-বতৰা নাই।

উদাসীনভাৱে নিজৰ কোঠাতে সোমাই থাকে।

ইমেচ্যুৰড্ বয়সত প্ৰেমৰ বিচ্ছেদে গোটেই জীৱনত যে কিমান মাৰাত্মক প্ৰভাৱ পেলায়!

০ ০ ০

ফিল'চফীৰ কঠিন কনচেপ্ত পঢ়ি পঢ়ি নীলাঞ্জনাই ভাবে জ্ঞান অৰ্জনৰ এই পথ মূৰ্খামিৰে ভৰা।

একো অৰ্থ নাই।

জ্ঞানেও যে মানুহক মূৰ্খত পৰিণত কৰি যন্ত্ৰণা দিয়ে। পৃথিৱীৰ একো কামত নলগা বস্তুটো হৈছে অসমীয়া পাঠ্যপুথিত অন্তৰ্ভুক্ত জ্ঞান! জ্ঞানৰ দৰ্শন। প্ৰদৰ্শন।

কিমান অদৰকাৰী কথাই ভীৰ কৰে নীলাঞ্জনাৰ মাথাত। তাই নিজে আচৰিত হৈ যায়।

— তুমি বোলে দুমাহৰ মেচ ডিউজ দিয়া নাই?

কিয় দিয়া নাই? সোনকালে দিবা। নহ'লে ডাইনিং হলত তোমাৰ প্ৰৱেশ বন্ধ কৰি দিব। গান শুনি থকাৰ পৰাই ধীৰাই ক'লে।

— বা, মোৰ পইচা অহা নাই।

— সোনকালে পঠিয়াব ক'বা।

নীলাঞ্জনাৰ বুকুখন হমহমায় উঠিল!

(৪)

কলেজৰ মূল গেইটৰ তলত অতীতৰ কথাবোৰ চিনেমাৰ ৰীলৰ দৰে ঘূৰিব ধৰিলে নীলাঞ্জনাৰ মনত।

ক'ত আছে স্মৃতি? লনী বা? ধীৰা বা?

আকাংক্ষাই কি কৰিছে? পাৰিজাতে?

বি পজিটিভ— নাথিং নিগেটিভ। হিঃ হিঃ হিঃ।

০ ০ ০

কাৰ হাঁহি? মধুৰ? জবাৰ? দেৱলীনাৰ? ত্ৰিদিশাৰ? শ্ৰাৱণীৰ? কাৰ হাঁহি?

ঘূৰি চালে নীলাঞ্জনাই।

কোনোবা নতুন ছোৱালী।

বুকুখন বিষায় গ'ল নীলাঞ্জনাৰ। চিঞৰি চিঞৰি তাইৰ ক'বলৈ মন গ'ল— জবা, মধু, দেৱলীনা, গৰিমা, মণিকা, স্মৃতি, শ্ৰাৱণী, আহা, এয়া মই আহিছো।

মই নীলাঞ্জনা!

নাই সেই চিঞৰ শুনিবলৈ আজি সন্দিকৈ কলেজত কোনো নাই।

ছয়বছৰ গুচি গৈছে— সৰকি গৈছে আঙুলিৰ ফাঁকেদি। তাই ফিল'চফী ডিপাৰ্টমেণ্টৰ ফালে আগবাঢ়িল।

০ ০ ০

— তুমি কিন্তু মাৰাত্মক ভুল কৰিছা। জবাই ক'লে।

— ভুল? কি ভুল কৰিলো মই? নীলাঞ্জনাই আচৰিত হ'ল।

— দেৱলীনাই বহুত আঘাত পাইছে।

— ট্ৰেজেদীতে তাই কলেজলৈয়ে অহা নাই।

— তুমি তেনেদৰে ঠগাব নালাগিছিল।

— মই বুজা নাই। নীলাঞ্জনাৰ মূৰ গৰম হৈ গ'ল।

— কিয় নিখিলেশক তুমি দেৱলীনাৰ পৰা কাঢ়ি নিছা?

— মই?

— দেৱলীনাই তোমাক কিতাপ, নোটছ দি ইমান হেল্প কৰে?

— অ'। নিখিলেশক দেৱলীনাই ভাল পায়! তুমি অন্যায় কৰিছা নীলা। ফ্ৰেণ্ডৰ মাজত এনেকুৱা হ'ব নালাগে। নীলাঞ্জনাৰ মূৰ গৰম হৈ গ'ল।

— তুমি নিখিলেশক ঘূৰাই দিয়া দেৱলীনাক।

নীলাঞ্জনাই একো নামাতিলে। সকলোকে এৰি ক্লাচ ৰুমলৈ গ'ল। মজুমদাৰ মেমে কি বুজালে তাইৰ মগজুত নোসোমাল।

ক্লাচটো শেষ হোৱাৰ পিছত নীলাঞ্জনাই চিধাই গাৰ্লচ কমন ৰুমলৈ গৈ জবা, মধু, শ্ৰাৱণীহঁতক বিচাৰিলে।

— দেৱলীনাক ক'বা, মই নিখিলেশক ভাল নাপাওঁ। নিখিলেশে যদি মোক ভাল পায় নাজানো। তোমালোকক কথা দিলো আজিৰ পৰা নিখিলেশৰ লগত মোৰ কোনো সম্পৰ্ক নাথাকিব। যোগাযোগ নাথাকিব। নীলাঞ্জনাই একে উশাহে ক'লে। আটাইকেইজনীয়ে নীলাঞ্জনাক সাবটি ধৰিলে— ইউ গ্ৰেট নীলা!

মহত্বৰ অৰ্থ নিজৰ ভাল লগাবোৰ ত্যাগ কৰা নেকি— নীলাঞ্জনাই কোনোদিনে বুজি নাপালে!

০ ০ ০

তথাপি নিখিলেশ আহিছিল হোষ্টেললৈ।

তাইৰো মন গৈছিল— তাক লগ কৰিবলৈ। দুষাৰ কথা পাতিবলৈ।

কিন্তু তাইৰ বাবে এই ভাল লগাবোৰ বন্ধুত্বৰ উৰ্দ্ধত নহয়।

তাই নামি নাহিল নিজৰ ৰুমৰ পৰা।

বৈ বৈ নিখিলেশ গুচি গ'ল।

তাৰ পিছত তাই আৰু কোনোদিনে নিখিলেশক লগ পোৱা নাই।

অৰুণজ্যোতি গুচি যোৱাদি নিখিলেশো গুচি গৈছিল। স্মৃতিৰ গহ্বৰলৈ।

০ ০ ০

ক্লাচত গহীনাই বহি আছিল দেৱলীনা।

নীলাঞ্জনাই নিজে গৈছিল তাইৰ কাষলৈ।

— তুমি দুদিন অহা নাই কলেজলৈ। কেবাটাও গুৰুত্বপূৰ্ণ নোটছ দিছে ক্লাচত। এয়া লোৱা— টুকি ল'বা।

নীলাঞ্জনাই উপযাচি কৈছিল।

— অ'। গুৰুত্বহীনভাৱে কৈছিল দেৱলীনাই।

— পৰীক্ষা পালেহিয়েই। পঢ়াটোহে এতিয়া কথা।

— হুম।

— তোমাক কথা এটা কওঁ। মই নিখিলেশক ভাল নাপাওঁ। দেৱলীনাই কোনো গুৰুত্ব নিদিলে কথাটোত।

— মই কবিতা লিখো বাবেহে সি মোৰ হোষ্টেললৈ আহে। অন্য একো সম্পৰ্ক নাই। এইখিনি কৈ অন্যখিনি কথা ক'ব নোৱাৰিলে।

মোৰ জীৱনত প্ৰেমৰ কোনো মূল্য নাই দেৱলীনা! মই পঢ়া-শুনা বাদে অন্য কথা ভাবিবই নোৱাৰো। মোৰ বিষয়ে তোমালোকে একো নাজানা। মই কেনেদৰে জীয়াই আছো তাকো নাজানা। একোকে নাজানা।

প্ৰেম— মোৰ বাবে নহয়।

সুখ— মোৰ বাবে নহয়।

আনন্দ— মোৰ বাবে নহয়।

এভৰিথিং পজিটিভ নাথিং নিগেটিভ— মোৰ বাবে নহয়!

প্লিজ, ট্ৰাই টু আণ্ডাৰষ্টেণ্ড মি! প্লিজ!

০ ০ ০

দেৱলীনাৰ স'তে শীতল হৈ পৰিছে নীলাঞ্জনাৰ সম্পৰ্ক।

কাৰোবাক হেনো কৈছে দেৱলীনাই— নীলাক মোৰ অলপো সহ্য নহয়।

তথাপি নীলাঞ্জনাই তাইক সহ্য কৰিবলৈ চেষ্টা কৰিছে। কি অৰ্থ আছে অৰ্থহীন এই মনোমালিন্যৰ! শত্ৰুতাৰ!

ক্লাচতো দেৱলীনা তাইৰ পৰা আঁতৰি থাকিব বিচাৰে। নীলাঞ্জনাইহে উপযাচি কাষত বহে। মাতে।

কিয় এনে হৈ গ'ল! কি দোষ তাইৰ! নিজক অপৰাধী অপৰাধী লাগিছে নীলাঞ্জনাৰ। নিখিলেশৰ ওপৰতো খং উঠিল। কিয় দেৱলীনাক এৰি তাইক গুৰুত্ব দিব লাগে সি?

o o o

ৰাতি তাইৰ পঢ়িবলৈ মন নগ'ল। বহুত কথাই মনলৈ আহিল। মনটো কিবা ভাল লাগি থকা নাই। কিয় বেয়া লাগি আছে তাকো ভাবি উলিয়াব নোৱাৰিলে তাই।

কেনেকৈ আৰম্ভ হ'ল জীৱন— কেনেকৈ চলি আছে— কেনেকৈ শেষ হ'ব— নাই; তাৰ তাৰ কোনো সঠিক ঠিকনা নাই। সেই মোহনীয় শৈশৱ; প্ৰাক-কৈশোৰ; সেই শংকাগ্ৰস্ত কৈশোৰ, প্ৰাক-যৌৱন; আৰু এই ভৱিষ্যতহীন যৌৱন— আৰু কি আছে!

যৌৱন হেনো জীৱনৰ আটাইতকৈ ৰমনীয় সময়। তেনেহ'লে তাইৰ বাবে বব নোৱাৰা বোজা হৈছে কিয়? কিয় যৌৱনে আমনি কৰাৰ পৰিৱৰ্তে নখাল হাত মেলি তাইক খেদি ফুৰিছে! কিয়? কিয়? কিয়?

o o o

য়ুথ ষ্টেটিভেল গুৱাহাটী ইউনিভাৰ্চিটিত।

সাংস্কৃতিক সম্পাদিকা প্ৰশান্তি আৰু তৰ্কৰ সম্পাদিকা হিমাদ্ৰী বসুমতাৰী আহিছিল নীলাঞ্জনাক বিচাৰি। ক্লাচ শেষ হৈছিল মাত্ৰ। কোনোবা এজনীয়ে ব'ৰ্ডত ভঙা চক পেঞ্চিলেৰে কিবা আঁকি আছিল। থিয় হৈ কাষতে দুজনীমানে কিবা কিবি কৈ আছিল।

চেক্ৰেটাৰী দুজনী অহা দেখি সকলো স্তব্ধ হৈ গ'ল। নিজৰ নিজৰ ঠাইত বহিল।

— তোমালোকেতো গম পাইছা য়ুথ ফেষ্টিভেল আহিল। আমি হেগুিকেও কেবাটাও ইভেণ্টত জইন কৰিম। আমাৰ কলেজৰ যোৱাবাৰ শ্ৰেষ্ঠতাৰ্কিক আছিল নীলাঞ্জনা দত্ত। গতিকে তেৱেঁই তৰ্ক প্ৰতিযোগিতাত যোগদান কৰিব লাগিব। তুমি ভজনতো প্ৰথম হৈছিলা নহয়?

— অ'। নীলাঞ্জনাই ক'লে।

— তেনেহ'লে তুমি ভজনতো যোগদান কৰিব লাগিব। আৰু কোৰাচতো। কাইলৈ আবেলিৰ পৰা ৰিহাৰ্চেল হ'ব! প্ৰশান্তি আৰু হিমাদ্ৰী ওলাই গ'ল। হয়, যোৱাবাৰ তাই তৰ্কত প্ৰথম হৈছিল। দেৱলীনা দ্বিতীয় হৈছিল। ডিগ্ৰী চেকেণ্ড ইয়েৰৰ এজনী তৃতীয় হৈছিল। বৰ উচ্চমানৰ হোৱা নাছিল তৰ্ক প্ৰতিযোগিতাখন। তেনেদৰে য়ুথ ফেষ্টিভেললৈ যোৱাৰ সাহস কৰিব নোৱাৰি। অৱশ্যে কোৰাচ বা

ভজনত অংশ গ্ৰহণ কৰাৰ সাহস তাইৰ আছে। কথাখিনি ক'বলৈ তাই ষ্টুডেণ্ট ইউনিয়নৰ ৰুমলৈ গ'ল। মাজৰ মুকলিখিনিত বেঞ্চি এখন পাৰি আটাইকেইজনী বহি আছে। তাই উধাতু খাই যোৱা দেখি মধুই চিঞৰিলে— ঐ নীলা, ক'লৈ যোৱা, এইফালে আহা।

নীলাঞ্জনা বাধ্য হ'ল সিহঁতৰ কাষলৈ যাবলৈ।

নিজৰ ইচ্ছামতে, স্বাধীনভাৱে কাম কৰিব নোৱাৰিলে তাই বৰ অশান্তি পায়। কিন্তু সম্পৰ্কৰ শৃংখলবোৰ তাইৰ স্বাধীনতাক প্ৰায়েই পদদলিত কৰি ৰাখে। একাষত মুখ ফুলাই দেৱলীনা বহি আছে।

— তুমিনো য়ুথ ফেষ্টিভেলৰ তিনি-চাৰিটা ইভেণ্টত কিয় জইন কৰিব লাগে? এটা বা দুটাত কৰিলেও হয়। শ্ৰাৱণীয়ে ক'লে।

হাৰে কি কথা— ভাবিলে নীলাঞ্জনাই।

— ডিবেটিঙত দেৱলীনাওতো ভাল। তাই অলপ পইণ্টৰ কাৰণেহে চেকেণ্ড হ'ল। তুমি ভজন আৰু কোৰাচত জইন কৰা। ডিবেটিঙটোত নকৰো বুলি কৈ দিয়া। তেতিয়া দেৱলীনা চিলেক্ট হৈ যাব। জবাই মাত দিলে।

— অ'। দেৱলীনাই কৰিলে প্ৰাইজ আনিবই। মধুই ক'লে।

সম্পৰ্কবোৰত কিবা এটা হৈছে! ভাবিলে নীলাঞ্জনাই।

— মই মানে একোতে জইন নকৰো। তাকে ক'বলৈ গৈ আছো।

— কৰিবা, কৰিবা। ভজন আৰু কোৰাচত কৰিবা। ডিবেটত নকৰিলে হ'ল। মধুই ক'লে।

— নাই, সেইকেইটা দিনত মোৰ এখন বিয়া আছে। তাত ব্যস্ত থাকিম যে! নীলাঞ্জনাই মিছাকৈয়ে ক'লে।

এনেয়েও ডিবেটিঙত জইন কৰাৰ ইচ্ছা নাই নীলাঞ্জনাৰ। এতিয়া ভজন আৰু কোৰাচৰ জইন কৰাৰ ইচ্ছাকনো নাইকিয়া হৈ গ'ল!

o o o

ইউনিয়ন ৰুমত শ্ৰুতি মেম, চেনেহী মেম, তালুকদাৰ ছাৰহঁত বহি আছিল। য়ুথ ফেষ্টিভেল সম্পৰ্কীয় আলোচনা চলি আছিল। ইউনিয়নৰ মেম্বাৰবোৰৰ উপৰিও অন্য পচিছজনীমান ছোৱালীও আছিল।

— কোৰাচ ঠিক হ'ল নহয়?

— হয় মেম। প্ৰশান্তিয়ে ক'লে।

— ড্ৰামা?

— কলেজ উইকৰ বেষ্ট ড্ৰামাখন আছে। কিন্তু মেম এজনী ছোৱালী বেলেগ কলেজলৈ গুচি গৈছে। সেয়া এটা সমস্যা।

— অন্য এজনী ছোৱালীৰ দ্বাৰা ৰিহাৰ্চেল কৰিলেই হ'ল।

— কিন্তু সময় খুব কম যে!

— হৈ যাব দিয়া।

— সংগীত বিভাগৰ বাবে কাক কাক নিয়া যাব?

— কলেজ উইকৰ বেষ্ট চিংগাৰ ভাস্বতীতো যাবই। লগতে ৰাভা সংগীত, ৱেষ্টাৰ্ণ আৰু ভজনত প্ৰথম হোৱা তিনিজনী... অ নামকেইটা... ৰীতা মেধি, কংকনা গগৈ আৰু নীলাঞ্জনা দত্ত...।

— খবৰ দিছানে?

— দিছো ছাৰ।

— তৰ্কত?

— নীলাঞ্জনা দত্ত।

— তেওঁ প্ৰথম হৈছিল নহয় যোৱাবাৰ!

— হয় মেম।

— তেনেহ'লে গ্ৰুপচোন ভালেই হৈছে। মনজ্যোৎস্নাক এবাৰ চাই দিব ক'বা!

— হয় মেম!

নীলাঞ্জনা থিয় হ'ল।

— কি হ'ল নীলাঞ্জনা? শ্ৰুতি মেমে সুধিলে।

— মেম মোৰ দেউতাৰ বেমাৰ। মই যাব নোৱাৰিম য়ুথ ফেষ্টিভেললৈ!

— চিৰিয়াছ নেকি?

— হয় মেম।

— তেনেহ'লে বৰ দিগদাৰ হ'ব দেখোন। তাত গৈ প্ৰাইজ নাপালেওতো লাজ পাব লাগিব। কি কৰা যাব প্ৰশান্তি? শ্ৰুতি মেমে সুধিলে।

— তেনেহ'লেতো উপায় নাই। তেতিয়াহ'লে এটা কাম কৰিব লাগিব— ভজনত ভাস্বতীৰ নাম দিব লাগিব আৰু তৰ্কত দ্বিতীয় স্থান পোৱাজনীক পঠিয়াব লাগিব।

— লিষ্টখন চোৱাচোন।

— অ'... অ'... অ'... দেৱলীনা, দেৱলীনা চক্ৰৱৰ্তী।

— হোষ্টেলত কিবা কাজিয়া কৰিছ নেকি? মৈত্ৰেয়ীয়ে সুধিলে।

— নাই কৰা।

— তেন্তে হোষ্টেল এৰি গুচি আহিলি যে।

— হোষ্টেল এৰা নাই অ'। পঢ়া-শুনাৰ পৰিবেশ নাই।

পৰীক্ষা আহিলেই। পঢ়িব আহিছো।

হয়; ইমান সৰু কোঠাটোত তিনিজনী ছোৱালী থাকিব নোৱাৰি। তাতে লতাই বা আকৌ কি ভাবে! মৈত্ৰেয়ীৰ কথাটোৰ অৰ্থ বুজি পায় নীলাঞ্জনাই— মৈত্ৰেয়ীৰ ভাড়াঘৰত। য়ুথ ফেষ্টিভেল শেষ হোৱাৰ পিছতহে তাই হোষ্টেললৈ উভতিল।

— দেউতাৰাই ভাল পাইছেনে? ধীৰাই সুধিলে।

— এতিয়া পাইছে।

— মিছা কথা ক'বলৈ জেগা নাপালা। তোমাক মই ফাঁচিবজাৰত দেখা নাই? ঘৰলৈ যোৱা বুলি মিছা মাতিছা। গুৱাহাটীতে ঘূৰি ফুৰিছা— আৰু দেউতাৰাৰ বেমাৰ গোলাঘাটত? কি ধান্দাত নামিছা হা? ধীৰাৰ কথাকেইটা যেন বিনা মেঘে বজ্ৰপাত!

— কিমান পাঁলা ধান্দা কৰি?

নীলাঞ্জনাই বিছনাত পৰি হুকহুকাই কান্দিবলৈ ধৰিলে।

সঁচা কথাটো ধীৰাই কৈ দিব বুলি যে নীলাঞ্জনাই কিমানদিন ভয় খাই আছিল। সংকুচিত হৈ আছিল। বোধহয় ধীৰা বায়ে কথাটো কাকো নক'লে। তথাপি ধীৰা বাৰ লগত সহজ হ'বলৈ সময় ললে তাই।

দেৱলীনা চক্ৰবৰ্তী— কিয় অঁকৰা মৈত উঠিছা তুমি? কি হাৰ্ম কৰিছো তোমাৰ! মোক শান্তিত থাকিবলৈ দিয়া। মোৰ মতে থাকিবলৈ দিয়া!

ডিগ্ৰী ফাৰ্ষ্ট ইয়েৰৰ পৰীক্ষা কাষ চাপি আহিছে। মাজত মাত্ৰ এমাহ। কলেজতো ক্লাছ পাতি নাইকিয়াৰ নিচিনাই। তথাপি নীলাঞ্জনা গৈ আছে কলেজলৈ। বাকীবোৰো আহিছে— যদিও ছাত্ৰীৰ সংখ্যা কম।

কাৰ্জন হলৰ সমুখৰ ৱালত চানা খাই বহি থকা জবাহঁতক দূৰৈৰ পৰাই দেখিলে নীলাঞ্জনাই। ৰাস্তাটো পাৰ হোৱাৰ লগে লগে জবা, মধুই তাইৰ হাত এখনত থাপ মাৰি ধৰিলে।

— এইবাৰ এটেনডেন্সৰ পাৰ্চেণ্টেজ চাব। নাথাকিলে পৰীক্ষা দিব নোৱাৰিবা। মধুই ক'লে।

— মোৰতো থাকিব লাগে। নীলাঞ্জনাই উত্তৰ দিলে।

— পাচ কোৰ্চত আছে জানো?

— থাকিব লাগে।

— আমাৰ নাই ভাই। আড্ডা মাৰি থাকোতেই পাচ কোৰ্চৰ ক্লাচ কৰাই নহ'ল।

এই কেইজনী কি ছোৱালী। কোনো চিৰিয়াছনেছ নাই। চানা খাই দিলেই টেনচন খটম।

— ঘৰত পিটিব এইবাৰ।

— ব'লানা নীলা। টিছাৰ কমন ৰুমত ৰেজিষ্টাৰ বহীকেইটা মনে মনে চাওগৈ।

এজনীয়ে কোৱাৰ লগে লগে বহি থকাৰ পৰা জপিয়াই জপিয়াই নামিল আটাইকেইজনীয়ে। একে উশাহতে টিছাৰ কমন ৰুম সোমাল।

তাত কোনো নাছিল।

জবা আৰু মধুই ইফালে-সিফালে চাই ড্ৰয়াৰ, গডৰেজত ৰেজিষ্টাৰ বহীকেইটা বিচাৰিলে।

শ্বাসৰুদ্ধভাৱে নীলাঞ্জনাই চাই গ'ল সমগ্ৰ ঘটনাৱলী।

— পালো। পাই গ'লো। প্ৰথমতে চিঞৰিব গৈ হঠাৎ কণ্ঠ নিয়ন্ত্ৰণ কৰি ফুচফুচাই কোৱাৰ দৰে ক'লে জবাই। তাৰ পিছত টেবুলত ৰেজিষ্টাৰ বহী তিনিখন লৈ এটেনডেন্সৰ খালী ঘৰবোৰ ফিলআপ কৰিব ধৰিলে জবা, মধু আৰু শ্ৰাৱণীয়ে। কাষত থিয় হৈ পহৰা দি থাকিল দেৱলীনাই। দৰ্জামুখত ভয়ে ভয়ে নীলাঞ্জনা!

কি মৰসাহ এই ছোৱালীকেইজনীৰ!

কামটো হোৱাৰ পিছত মধুই ক'লে— নীলাঞ্জনা, তোমাৰো যি দুই এটা খালী আছিল পুৰাই দিছো। একদম হাণ্ড্ৰেদ পাৰ্চেণ্ট এটেনডেন্স!

০ ০ ০

হাণ্ড্ৰেদ পাৰ্চেণ্ট এটেনডেন্স!

প্ৰিন্সিপালৰ ৰুমত জবা, মধু, শ্ৰাৱণী, দেৱলীনা আৰু নীলাঞ্জনা! চকীত বহি জবা, দেৱলীনাৰ মাক। শ্ৰাৱণীৰ খুৰাক, মধুৰ দেউতাক, নীলাঞ্জনা আৰু মৈত্ৰেয়ী।

— চাওক, আপোনালোকৰ ছোৱালীয়ে কলেজৰ ক্লাচ নকৰে। কি কৰি ঘূৰি-ফুৰে; ইমান ছোৱালী, আমিতো অনবৰতে চকু দি থাকিব নোৱাৰো। সিহঁত সৰু ছোৱালী হৈ থকা নাই নহয়। এয়া চাওঁক, এই ছোৱালীকেইজনীয়ে কি কৰিছে? ৰেজিষ্টাৰ বহী চুৰ কৰি এটেনডেন্সৰ খালী ঘৰবোৰ পুৰাই দিছে। কিন্তু ভুল ক'ত কৰিছে জানে? তেওঁলোকে দেওবাৰ আৰু বন্ধৰ বাৰতো এটেনডেন্স দিছে! এতিয়া ইমান ডাঙৰ অপৰাধততো শাস্তি হ'বই! ৰাষ্টিকেটেড কৰাত বাদে অন্য উপায় নাই। প্ৰিন্সিপালে কৈ গ'ল।

— মেম, ভুল হৈছে। এইবাৰলৈ মাফ কৰক। জবাই কন্দামুৱা হৈ ক'লে।

— এইবাৰলৈ মাফ কৰক মেম। মধুইও যোগ দিলে।

— মই মেম নিজে একো কৰা নাই। লগত থকাটো হয়।

দেৱলীনাই ক'লে।

নীলাঞ্জনাই একো নামাতিলে। তাইৰ বেয়া লাগি আছে মৈত্ৰেয়ীলৈ।

কি যে এই ছোৱালীকেইজনী। এনেয়েও নীলাঞ্জনাৰ এটেনডেন্সৰ প্ৰয়োজন নাছিল। এইটিতকৈ অধিক পাৰ্চেণ্টেজ আছিল তাইৰ। মিছামিছি ফচি গ'ল। এতিয়া কি হয় তালৈ অপেক্ষা কৰাত বাদে উপায় নাই।

— পাৰিলে শাস্তিটো কমাই দিয়ক। নহ'লে কেৰিয়াৰবোৰ বেয়া হৈ যাব। বাইদেউ, ছোৱালীকেইজনীৰ ভৱিষ্যতৰ কথা কাইগুলি এবাৰ ভাবক। কোনো এজন গাৰ্জেনে ক'লে।

— নাই, নাই, এনেকুৱা ছোৱালী মোৰ কলেজত নালাগে।

ইহঁতৰ দৰে ছোৱালীবোৰৰ কাৰণে কলেজখনৰ বদনামেই বদনাম।

— কিবা এটা ভাবক মেডাম!

— ভাবিবলৈ একো নাই। ছোৱালী লৈ যাব কলেজৰ পৰা।

(৫)

নিৰাশাৰ অভিজ্ঞতাই মানুহক পৰিপক্ক কৰি তোলে। দুৰ্ভাৱনাবোৰেও পৰিপক্ক কৰি তোলে মানুহক। সেইবাবেই চাগে নীলাঞ্জনাই এতিয়ালৈকে আত্মহত্যা কৰা নাই।

তাইৰ জীৱনেনো কি ৰূপ লয় তাকে জানিবলৈ তাই অপেক্ষা কৰিছে। জীৱনক প্ৰত্যাহ্বান হিচাপে ল'বলগীয়াটো আনন্দদায়ক নহয়। চেলেঞ্জে মানুহক সুখী নকৰে।

মৈত্ৰেয়ীয়ে কৈ দিছিল প্ৰিন্সিপাল মেডামক— সিহঁতৰ আচল অৱস্থাটো কি। এডাল সূতাৰ ওপৰেদি খোজকাঢ়ি দুয়ো ভনীয়েক ভৱিষ্যত অভিমুখে গৈ আছে। এচুকত থিয় দি নীলাঞ্জনাই মূক হৈ তলমূৰকৈ থিয় হৈ আছিল প্ৰিন্সিপালৰ কোঠাত।

কিন্তু সকলো কথা জানে জানো মৈত্ৰেয়ীৰে। বহুত কথাই নাজানে। নীলাঞ্জনাই ক'বও নোৱাৰে। ক'ব নোৱাৰে বুনদাৰ কথাবোৰ! দেউতাকৰ কথাবোৰ!

মাক ঢুকাইছে। মৈত্ৰেয়ী মামাকহঁতৰ ঘৰলৈ গুছি গৈছে। এখন ভৰাঘৰত অকলশৰীয়া হৈ গৈছে এজনী কিশোৰী। মাকহীনা ছোৱালীৰ শূণ্যতা বুজিব কোনে! নিসংগতাৰ দৌত ডুব গৈছিল নীলাঞ্জনা। প্ৰতিটো পুৱাই আছিল উকা। প্ৰতিটো দুপৰীয়া আছিল উকা। প্ৰতিটো ৰাতি আছিল উকা।

মাকৰ লগত কিয় কাজিয়া হৈছিল দেউতাকৰ— নীলাঞ্জনাৰ আৱিষ্কাৰ কৰা হৈ গৈছিল। অফিচৰে এজনী গাভৰু সহকৰ্মীৰ সতে অবৈধ সম্পৰ্ক গঢ়ি উঠিছিল। মাকে গম পাইছিল সেই কথা। বুজাইছিল মানুহজনক। — ছোৱালী ডাঙৰ হৈ আহিছে। লাজৰ কথা নহ'বনে? মানুহে কি ক'ব?

দেউতাকে মাকৰ কথালৈ কৰ্ণপাত নকৰিলে। আৱশ্যকতে কাজিয়া বাঢ়ি গ'ল।

এইবোৰ কথা মৈত্ৰেয়ীয়ে জানে। মামাকহঁতেও জানে। দেউতাকে সেই সহকৰ্মীক বিয়া কৰোৱাৰ কথা কোৱাৰ দিনা মাকে ৰণচণ্ডী মূৰ্তি ধাৰণ কৰিলে। দেউতাকো আকোৰগোজ হৈ থাকিল। মাকৰ খঙাল মূৰ্তি নীলাঞ্জনাই আগেয়ে দেখা নাছিল। গোটেই ৰাতি মাকে সিদিনা কান্দিছিল। দেউতাক ক'ৰবালৈ ওলাই গৈ আৰু ৰাতি উভতি অহা নাছিল। মাকে কন্দা দেখি নীলাঞ্জনাইও কান্দিছিল।

মাক হয়তো আৰু দুবছৰমান জীয়াই থাকিলহেঁতেন। কিন্তু মানসিকভাৱে তেওঁ মৰি গৈছিল— জীয়াই থাকোতেই। মাক ঢুকোৱাৰ দিনা দেউতাকে বিশেষ একো প্ৰতিক্ৰিয়া দেখুওৱা নাছিল। মানুহ মৰেই— এনেকুৱা ভাবত কৰিবলগীয়া কামবোৰ— নকৰিলে নহয় কাৰণে কৰি গৈছিল।

০ ০ ০

মাকক হেৰুওৱাৰ যন্ত্ৰণা দিনে দিনে বাঢ়ি আহিছিল নীলাঞ্জনাৰ। সমুখত মেট্ৰিক পৰীক্ষা। মাক থকা হ'লে কিমান যে যত্ন ল'লেহেঁতেন! পুৱা হৰলিক্স, সন্ধিয়া লুচী ভাজি, গাখীৰ...।

নাই, নিজে ৰন্ধা-বঢ়া কৰি পঢ়াৰ সময় কমাই আনিবলগীয়া হৈছিল তাই। আৰু তেনে এটা ৰাতি— ভাগৰে জুগৰে পঢ়া সামৰি বিছনাত উঠাৰ পিছত সপোনলৈ আহিছিল অৰুণজ্যোতি। অৰুণজ্যোতি কি কৰিছা? কি কৰিছা? মই তোমাক তেনেকৈ নিবিচাৰো। কিয় তেনেকুৱা কৰিছা তুমি। চাওঁ, গুচা, গুচা।

সপোনত যেন চিঞৰিছিল তাই।

কাণৰ কাষত কাৰোবাৰ গৰম নিশ্বাস— পেটত কাৰোবাৰ বলিষ্ঠ হাতৰ খামোচ— কোন? কোন? সাৰ পাৰ গৈছিল নীলাঞ্জনা সেই সজোৰ বাহুবন্ধনত।

— দেউতা?

— একো নহয়!

দেউতাক তেতিয়া দেউতাক হৈ থকা নাছিল। এজন দুৰ্দান্ত পুৰুষ হৈ উঠিছিল তেওঁ! সেই নিৰ্মম ঘটনাত নিশ্চুপ হৈ সেই দংশনবোৰ সহ্য কৰি গৈছিল তাই।

দেউতাক কি যৌন উন্মাদ?

বুন দা কি যৌন উন্মাদ?

নে বংশৰ দোষ? নিজৰ কন্যা, নিজৰ ভগ্নীক পত্নীৰ স্থান দিব খোজা নষ্ট পুৰুষ!

তাইৰ দেহটো লিৰিকি-বিদাৰি বিছনাৰ পৰা উঠি গৈছিল দেউতাক। পৃথিৱীত চাগে ইয়াতকৈ নৃশংস ঘটনা আৰু একো নাই। প্রবল আতংকত কঁপি উঠিছিল নীলাঞ্জনা। কন্দাত বাদে আৰু অন্য উপায় নাছিল তাইৰ। দুপৰীয়াবোৰৰ দৰে ৰাতিবোৰো তাইৰ বাবে ভয়ংকৰ হৈ পৰিছিল। ঘৃণা, প্রচণ্ড ঘৃণা উপজিছিল পুৰুষৰ ওপৰত।

মা, মা মোক লৈ যোৱা। তোমাৰ লগত লৈ যোৱা।

মানসিক ৰোগীলৈ ৰূপান্তৰিত হ'বলৈ ধৰিছিল নীলাঞ্জনা।

সেই কথা মৈত্রেয়ীয়ে নাজানে।

সেই কথা মৈত্রেয়ীক তাই ক'ব নোৱাৰে।

পাহৰি যাব খোজে। শৰীৰটো আজিও বিজবিজাই উঠে তাইৰ। বাথৰুমত পানী ঢালি ঢালি যেন নিজকে পৱিত্র কৰিব তাই!

কোনে বিশ্বাস কৰিব এই কথা! বুনদা, দেউতাক— কি চৰিত্ৰ এইবোৰ। কোনো নাৰী তেনে পুৰুষৰ গৰ্ভত নজন্মক!

মেট্রিকত হ'বলগীয়া ৰিজাল্ট নহ'ল নীলাঞ্জনাৰ। কেনেকৈ হ'ব? হোৱাটো সম্ভৱ জানো? চিৰিয়াখানাৰ বাঘৰ গৰালত পৰি কোনে কৰিব পাৰে ভাল ৰিজাল্ট!

মানসিকভাৱে বিধ্বস্ত হৈ পৰা নীলাঞ্জনাৰ ওচৰত তেতিয়া কোনো নাছিল। তেতিয়াই চুইচাইদ কৰিব লাগিছিল তাই। কিন্তু নকৰিলে। কাৰণ ৰাতিপুৱালেই তাইৰ মনত সৃষ্টি হৈছিল খেলিমেলি— হয় জানো কথাবোৰ? কৰিব জানো দেউতাকে তেনেকুৱা। যদি মৰমতে...। ভ্ৰম্ নহয়তো। একো ভাবিব নোৱাৰা হৈছিল তাই। দুঃস্বপ্ন যেন মাত্র!

০ ০ ০

তেনে এটা দিনতে দেউতাকে ঘৰ সুমুৱাইছিলহি তেওঁৰ সহকৰ্মী প্ৰেমিকাক।

— নতুন মাৰ! দেউতাকে চিনাকি কৰাই দিছিল। মাহীমাকে হাঁহিছিল তাইৰ ফালে চাই। নীলাঞ্জনাই কিন্তু একো সঁহাৰি দিয়া নাছিল। বাৰে বাৰে মাকৰ ছবিখন ভাঁহি উঠিছিল মনত!

এক সুন্দৰ শৈশৱ, এক মোহনীয় কৈশোৰ এনেদৰে থানবান হৈ গৈছিল। নাই, তাই একোকে মনত পেলাব নিবিচাৰে। তাইৰ জীৱনত এইবোৰ একোৱেই ঘটা

নাই। কেতিয়াও ঘটা নাই। তাই স্বাভাৱিক। অস্বাভাৱিক নহয়।

নাজানে, মৈত্ৰেয়ীয়ে নাজানে বহু কথা। গুৱাহাটীত মামাকহঁতে পঢ়িবলৈ পঠোৱা মৈত্ৰেয়ীৰ লগ লাগিছিলহি নীলাঞ্জনা। ধৰি লৈছিল মাকৰ শিৰৰ সেন্দুৰ জুইত ছাই হোৱাৰ দিনাই দেউতাকৰো মৃত্যু ঘটিছিল।

জীৱন বৰ নৃশংস। গোলাপৰ উদ্যান নহয়। জীৱন বৰ কঠিন। গোলাপ ফুল নহয়। গোলাপৰ কাঁইট। কাইটে বিন্ধি তেজ উলিওৱাজনে জানে সেই কথা।

০ ০ ০

ৰাতি দুটা তিনিটা বজালৈকে পঢ়িছিল নীলাঞ্জনাই। পঢ়িব লাগিব। চাকৰি কৰিব লাগিব। মানুহৰ দৰে জীৱন ধাৰণ কৰিব লাগিব। ফাটি যোৱা চুৰিদাৰ বেজীৰে চিলাই চিলাই নহয়— চেণ্ডেলৰ ফিটা মুচীৰ তাত বাৰে বাৰে জোৰা লগাই নহয়। দেখুৱাব লাগিব। সকলোকে দেখুৱাব লাগিব।

— সম্পতিৰ ভাগ পাবতো দুইজনীয়ে। মামাকে কৈ আছিল কাৰোবাক।

— সিহঁতৰ ভৱিষ্যতৰ কাৰণে সেই কামটো কৰিব লাগিব। জন্ম দি বাটত এৰি দিলেই নহ'ব নহয়। মোৰ ভনীজনীৰ জীৱন খালে। এতিয়া জীয়েক দুজনীৰো খাবলৈ ওলাইছে। নৰপিশাচ সি। দেখাত ভদ্ৰলোক হ'লে কি হ'ব?

মৈত্ৰেয়ী আৰু নীলাঞ্জনাই নিবিচাৰিলে সম্পতিৰ ভাগ। এদিন নিজেই কৰি দেখুৱাব সকলো।

— ভগৱান, অনন্ত শক্তি দিয়া, সাহস দিয়া!

প্ৰাৰ্থনা কৰিছিল নীলাঞ্জনাই। পাগলৰ দৰে পঢ়িছিল নীলাঞ্জনাই।

ডিগ্ৰী ফাৰ্ষ্ট ইয়েৰৰ পৰীক্ষা ভাল কৰিবই লাগিব।

— তুমি ইমান দেৰীলৈকে লাইট জ্বলাই ৰাখা। মোৰ শোৱতে বৰ দিগদাৰ হয়! ধীৰাই অভিযোগ কৰিছিল।

— হ'ব বা, আজি ৰাতি আপুনি শুৱাৰ পিছত আঠুৱাৰ ওপৰত বিছনা চাদৰ এখন দি দিম।

বাকী তিনিজনী ৰুমমেটৰ তেনে আপত্তি নাই। দুজনীয়েতো নিজক লৈ ব্যস্ত। পঢ়াত। ভুনভুনাই কথা পতাত। দেউতাকহঁত ডাঙৰ অফিচাৰ বাবে বেলেগক বেছি পাত্তা নিদিয়ে। ধীৰাকো। নীলাঞ্জনাকো। সিহঁতৰ দুনীয়াখন বেলেগ। নীলাঞ্জনাই প্ৰৱেশ কৰিব নিবিচাৰে।

নীলাঞ্জনাৰ সন্মুখত এটাই লক্ষ্য— ভাল ৰিজাল্ট!

০ ০ ০

বহিষ্কাৰৰ সিদ্ধান্ত বাতিল হৈছিল। অৱশ্যে লিখিত ক্ষমা খোজাৰ পিচত ওঠৰটা দিন মৈত্ৰেয়ীয়ে খবৰ ৰখা নাছিল নীলাঞ্জনাৰ। লগতে আঘাতো পাইছিল তাই। নীলাঞ্জনাৰো সাহস হোৱা নাছিল তাইৰ ওচৰলৈ যাবলৈ। ক'বলৈ গ'লে এতিয়া নীলাঞ্জনাৰ একমাত্ৰ অভিভাৱক তায়েই। জানে নীলাঞ্জনাই— তাই দুখ পাইছে।

প্ৰথম পৰীক্ষাৰ দিনা আবেলি মৈত্ৰেয়ী আৰু লতা আহি হোষ্টেল ওলালহি।

— পৰীক্ষা কেনে হৈছে?

— ভালেই।

— ফাৰ্ষ্ট ক্লাচ ৰ'বনে?

— ফিল'চফীত ক'ব নোৱাৰি। ভালেই হৈছে। কি বা হয়?

— অ' তই গোলাঘাট টাউনৰ ৰাজেশ দাক চিনি পাইছিলিনে?

— ৰাজেশ দা?

— আগতে ছাত্ৰ সংগঠন কৰিছিল। এতিয়া সাংবাদিক। আমাক ভালদৰেই জানে।

— ক' চোন? নীলাঞ্জনাই ক'লে।

— ৰেডিঅ' চেণ্টাৰত মাজতে লগ পালো। খা-খবৰ ললে।

তোৰো খবৰ সুধিলে। তেওঁ সব কথা জানে।

— কি সব কথা?

— আমাৰ ঘৰৰ। তোৰ খবৰ ল'বলৈ আহিব পাৰে।

মোক কিবা অসুবিধা হ'লে ফোন কৰিব কৈছে। নীলাঞ্জনাই কিন্তু ধৰিব নোৱাৰিলে কোন ৰাজেশ দা।

বিভিন্ন কথা-বতৰাত আবেলিটো উমাল হৈ পৰিল।

— এই দুশ টকা ৰাখ।

মৈত্ৰেয়ী আৰু লতা সন্ধিয়া হোৱাৰ আগতে গ'লগৈ।

০ ০ ০

পৰীক্ষা ভালেই হৈছিল নীলাঞ্জনাৰ। আঠৰন্ন শতাংশ নম্বৰ। দেৱলীনাৰ সাতৰন্ন। নম্বৰ দিবলৈ টান পোৱা অসমৰ পৰীক্ষা পদ্ধতিত পঞ্চাশ শতাংশই ভাল নম্বৰ।

দেৱলীনাইও প্ৰায় সমান নম্বৰেই পাইছে। মনোমালিন্যবোৰ দূৰ কৰিবলৈ দেৱলীনাক নিজৰ নোটছবোৰ নীলাঞ্জনাই দি দিছিল। তথাপি সুখী হওঁক তাই— সেই আশাৰে। মীনাক্ষী মেমে মাতি নি কৈছিল— আৰু ভাল কৰিব লাগিব।

তোমাৰ ওপৰত আমি বহুত আশা কৰো।
কি অদৰকাৰী এই আশাৰ বোজা!
মধু ফৰ্টি ফাইভ। জবা ফৰ্টি থ্ৰি।
— হ'ব দে। পাৰ্ট ৱানত তুলিব লাগিব। মধুই ক'লে।
— এ এ ফেইল যে মৰা নাই। জবাই যোগ দিলে।
নীলাঞ্জনাৰ টেনচন বাঢ়িল। আকৌ এডমিচনৰ দিন চমু চাপি আহিল। আকৌ পইচা লাগিল। কেতিয়াবা তাইৰ এনেকুৱা লাগে, যেন পঢ়া-শুনা বাদ দি কিবা কামত সোমাব। কৰবাত চাকৰি এটা পালেও! মনটো বেয়া হৈ গৈছে নীলাঞ্জনাৰ।

০ ০ ০

ৰাজেশ দা দেৱদূতৰ দৰেই আহিছে মৈত্ৰেয়ী আৰু নীলাঞ্জনাৰ জীৱনলৈ। নাজানে নীলাঞ্জনাই— কিয় ইমান সহানুভূতিশীল ৰাজেশ দা! কি আচলতে উদ্দেশ্য তেওঁৰ। কি বিচাৰিছে তেওঁ! দুজনী অসহায় ছোৱালীৰ অসহায়তাৰ সুযোগ ল'বলৈ আহিছে নেকি তেওঁ!
নাই, নীলাঞ্জনাই ইমান সহজতে কাকো বিশ্বাস নকৰে। বিশেষকৈ পুৰুষক। পুৰুষৰ হাত দুখন ভগৱানে দিছে নাৰীক খামুচিবলৈ।
কিয় ৰাজেশ দাই মৈত্ৰেয়ীৰ ৰুমত পৰ্টেবল টিভি এটা কিনি দিছে? কিয় ইমানজোৰ চুৰিডাৰ কিনি দিছে? মৈত্ৰেয়ীক ভুলাবলৈ? নীলাঞ্জনাক কুক্ষিগত কৰিবলৈ।
ৰাজেশ দাৰ ওপৰত বহুত সন্দেহ হৈছিল নীলাঞ্জনাৰ। আজিৰ যুগত জানো মানুহে উপযাচি সহায় কৰিব আহে!
মৈত্ৰেয়ীৰ লগত নিউ হোষ্টেললৈ আহিছিল ৰাজেশ দা। বিভিন্ন কথা ওলাইছিল। যাবৰ সময়ত ৰবীন্দ্ৰ ভৱনৰ সমুখৰ ৰেষ্টুৰেণ্ট এখনত খুৱাবলৈ লৈ গৈছিল। এনেকুৱা ৰেষ্টুৰেণ্টত সোমাবলৈ তাইৰ সাহসেই নাছিল। কেনেকৈ কাঁটা চামুচেৰে খায় তাইতো নাজানে। মেনুত লিখা থকা কি আইটেমৰ লগত কি খায় তাই নাজানে। বহুত কথাই নাজানে তাই।
— পইচা পাতিৰ বাবে কোনো চিন্তা নকৰিবা। মোক তোমালোকৰ দাদা বুলি ভাবিবা।
যাবৰ পৰত কৈ গৈছিল ৰাজেশ দাই।

০ ০ ০

ৰাজেশ দা ব্যস্ত সাংবাদিক। গোলাঘাটৰ প্ৰখ্যাত ব্যৱসায়ী পৰিয়ালৰ ল'ৰা। কিন্তু বেপাৰ বণিজত মন নাই। তেওঁ হেনো মাকৰ স্কুলত, এল, পিত পঢ়িছিল।

কি কাৰণত জানো মৈত্ৰেয়ী আৰু নীলাঞ্জনাৰ প্ৰতি তেওঁ ইমান দায়িত্ব পালন কৰিব খুজিছিল— নীলাঞ্জনাই ভাবি উলিয়াব নোৱাৰিলে।

তাই ভবাৰ দৰে ৰাজেশ দাই কোনোদিনে অশ্লীল ইংগিত নিদিলে নীলাঞ্জনাক। বেয়া কথা নক'লে। ঠিক দাদাকৰ দৰেই ব্যৱহাৰ।

ৰাজেশ দা কি দেৱদূত! ঈশ্বৰৰ পুত্ৰ!

মাজে মাজে ৰাজেশ দা আহে হোষ্টেললৈ। পইচা গুজি দি যায়। প্ৰথমে তাই আপত্তি কৰে। পিছত ভালেই লাগে। ক্ৰমলৈ গৈ গণে কিমান টকা দিলে। ট্ৰাংকৰ তলা খুলি এচুকত থৈ দিয়ে। আকৌ তলা মাৰে।

০ ০ ০

ডিগ্ৰী চেকেণ্ড ইয়েৰৰ ক্লাচ আৰম্ভ হৈছে। নীলাঞ্জনাই নিয়মিত গৈ আছে ক্লাচলৈ। মাজতে এডমিচনটো ল'ব লাগিব। বাকীবোৰে ইতিমধ্যে লৈছে। হোষ্টেলতো এডমিচন ৰি-নিউ হ'ব। পইচাৰ বহুত প্ৰয়োজন। ৰাজেশ দাক ক'ব লাগিব অলপ পইচাৰ কথা। বেয়া লাগে ক'বলৈ; তথাপি ক'ব লাগিব।

— এডমিচন লোৱা নাই এতিয়াও? জবাই সুধিলে।

— নাই লোৱা। পইচা অহা নাই। নীলাঞ্জনাই ক'লে।

— কিমাননো টকা! অলপহে!

— মেচ ডিউজ দিওতেই পইচা শেষ! কেতিয়া যে পইচা আহে! হাতত পইচা নায়েই! সহজভাৱে ক'লে নীলাঞ্জনাই।

০ ০ ০

মীনাক্ষী মেমৰ ক্লাচ।

ৰোল কলৰ পিছত মেমে ক'লে— আজি তোমালোকক এটা বিশেষ খবৰ দিওঁ। অহা মাহত ইণ্ডিয়ান ফিল'চফীকেল কাউন্সিলৰ ইণ্টাৰনেচনেল চেমিনাৰ এখন হ'ব— দিল্লী আৰু লক্ষ্ণৌত। আমাৰ কলেজলৈও চিঠি আহিছে। তাত পেপাৰ চাবমিট কৰি পাঠ কৰিব লাগিব। দিল্লীৰ হামদৰ্দিয়া ডিম ইউনিভাৰ্চিটিত তিনিদিন হ'ব চেমিনাৰখন। তাৰ পিছত লক্ষ্ণৌৰ ৱাটলাৰ প্লেচত। প্ৰায় দহদিন থাকিব লাগিব। তাত যদি পেপাৰ ভাল হয়— আমেৰিকালৈ নিৰ্বাচিত কৰিব। আমাৰ কলেজৰ পৰা এজনীক আমি চিলেক্ট কৰিব লাগিব। ৰিজাল্টৰ ওপৰতে চিলেকচন হ'ব। তাৰ পিছত পেপাৰখন আমাৰ ডিপাৰ্টমেণ্টত চাবমিট কৰিব লাগিব। আমি

চাই মেলি দিম। আমাৰ কলেজৰ ডিগ্ৰী থাৰ্ড ইয়েৰত নৰ্মচ পোৱা ছাত্ৰী নাই। গতিকে তোমালোকৰ ক্লাচৰ পৰাই চিলেক্ট কৰিব লাগিব। নীলাঞ্জনাৰ ৰিজাল্ট ভাল হৈছে। আৰু দেৱলীনা তোমাৰো ভাল হৈছে। দুয়ো দুটা চাবজেক্ট চিলেক্ট কৰি দুখন পেপাৰ বনাব লাগিব। দুয়োৰে মাজৰ পৰা এজনীক আমি চিলেক্ট কৰিম। কথাটো চিৰিয়াচলি ল'বা। ছাত্ৰী জীৱনত বিদেশ ভ্ৰমণৰ সুযোগৰ লগতে স্কলাৰশ্বিপো পাবা। এনেকুৱা চাঞ্চ কিন্তু দুনাই নাহে!

০ ০ ০

বিদেশ ভ্ৰমণ?

নাই নীলাঞ্জনাৰ ইমান আকাংক্ষা নাই। কিন্তু স্কলাৰশ্বিপ এটা তাইক লাগে। তাইৰ জীৱনটো আন্ধাৰৰ পৰা পোহৰলৈ আনিবলৈকে স্কলাৰশ্বিপ এটা লাগে তাইক।

মীনাক্ষী মেমৰ কথা কেইটাই তাইৰ হৃদয়ত তোলপাৰ লগালে। পেপাৰ এখন লিখিব লাগিব। গৱেষণামূলক হ'ব লাগিব। তাৰমানে এইকেইদিন পঢ়িব লাগিব। কিতাপ সংগ্ৰহ কৰিব লাগিব।

বিষয় কি হ'ব?

অস্তিত্ববাদ? তৰ্কীয় পৰমানুবাদ? ভাৰতীয় দৰ্শন আৰু বিশ্বশান্তি? আলোচনা কৰিব লাগিব।

— বাঃ ইমান ডাঙৰ সুযোগ পাবা তোমালোকে! মধুই ক'লে।

— মোৰো বৰ মন যায়, এইবোৰত যাবলৈ। পিছে মগজুত ঘি নাই নহয়! জবাই দুখ কৰিলে।

— পিছে কোন বা চিলেক্ট হোৱা দুয়োৰে মাজত?

— নীলাঞ্জনা বা দেৱলীনা কোনোবা এজনী গ'লেই হ'ল। আমি ফ্ৰেন হিচাপে হেপী। মধুই ক'লে।

— বহুত নাম হ'ব দেই। পেপাৰত ডাঙৰ ডাঙৰকৈ ওলাব।

— দেৱলীনা, বেলেগ দেই কাৰবাৰ।

— মোৰ জন্ম কুণ্ডলীত বিদেশ ভ্ৰমণৰ কথা লিখাই আছে!

দেৱলীনাই গহীনাই ক'লে।

— চাই থাক, মই এইবাৰেই...। আধৰুৱা কৰিলে দেৱলীনাই।

কি যে দেৱলীনা! ভাবিলে নীলাঞ্জনাই!

০ ০ ০

আবেলি ৰাজেশ দা আহিছিল। অফিচলৈ যাবলৈ আহিছিল তেওঁ। নীলাঞ্জনা

নামি আহিছিল।

— একো অসুবিধাতো হোৱা নাই?

— ৰাজেশ দা, কথা এটা কওঁ?

— ক' আকৌ।

— মই এডমিচন ল'ব পৰা নাই। ক'তো পইচা পোৱা নাই...

— অ' আগৰ পৰা ক'ব এৰি কি কৰি আছিলি?

মৈত্ৰেয়ীয়েওতো কোৱা নাই।

— আচলতে ক'বলৈ বেয়াই লাগিছে।

— কিমান টকা?

— পোন্ধৰ শ।

ৰাজেশ দাই পেণ্টৰ পিছ পকেটৰ পৰা পাৰ্চটো উলিয়াই বিশখন এশ টকীয়া গণি দিছিল তাইক।

— ইমান নালাগে। এহেজাৰ দিলেই হ'ব। মোৰ পাঁচশমান জমা হৈছে।

— ৰাখ, ৰাখ, কামত আহিব।

কি যে ৰাজেশ দা! ভাবিলে নীলাঞ্জনাই।

০ ০ ০

ছয় বছৰ পিছত আকৌ আহিছে নীলাঞ্জনা। তাইৰ প্ৰাণৰ সন্দিকৈ কলেজলৈ। প্ৰাণ ভৰি চাই লৈছে কলেজখন। তাই মূল বিল্ডিঙৰ কৰিডৰেদি সোমাই মুকলি ঠাইখিনি পালে।

ক'ত সেই গছজোপা? অ' আছে আছে। ডালপাতবোৰ কাটিছে মাত্ৰ। আৰু বিল্ডিংটো? আছে। কিয় নাথাকিব। একে ঠাইতে আছে।

নীলাঞ্জনা মন্ত্ৰমুগ্ধৰ দৰে আগুৱাই গ'ল গছজোপাৰ ওচৰলৈ।

এৰা, এইখিনিতে সৰি পৰিছিল। গছজোপাই মাতৃ মমতাৰে দুহাত পাতি ধৰি, প্ৰাণ দান কৰিছিল।

ভাঁহি উঠিল দুচকুত সেই দৃশ্য। যি কথা তাই কেতিয়াও মনত পেলাব নিবিচাৰে।

০ ০ ০

দ্বিতীয় মহলাত থাৰ্ড পেপাৰৰ ক্লাচ চলিছিল সিদিনা। ক্লাচ শেষ হোৱাৰ পিছত আকৌ অফ।

হঠাৎ কোঠাটোত কিবা এটা গুণগুণনি উঠিল। দেৱলীনাক আগুৰি ধৰিছে

ছোৱালীবোৰে।

— কিমান আছিল?

— কেনেকৈ নোহোৱা হ'ল?

— ছেঃ কি যে হ'ল?

গুণগুণনিবোৰ ডাঙৰ হ'ল ক্ৰমশঃ।

— ইমান চোৰো থাকেনে? ভীখাৰীৰ জাত!

দেৱলীনাই কান্দিবলৈ ধৰিলে।

নীলাঞ্জনা কাষ চাপি গ'ল।

— কি হৈছে?

— দেৱলীনাৰ বেগৰ পৰা কোনোবাই টকা দুহেজাৰ চুৰি কৰিছে!

— কি!

— দেখিছা, কি চোৰ ওলাইছে ভাবিবই নোৱাৰি!

ভিন্নজনীৰ ভিন্ন মত।

— প্ৰিন্সিপাল মেডামক ক'ব লাগিব।

দুজনীমান গ'লেই।

প্ৰিন্সিপাল মেডাম সোমাই আহিল...

— যিয়ে এনে কাম কৰিছা, বৰ বেয়া কাম কৰিছা।

সকলোৰে বেগবোৰ তালাচী কৰা হ'ব!

প্ৰিন্সিপালে ছোৱালী দুজনীক সেই দায়িত্ব দিলে। দুয়ো সকলোৰে বেগবোৰ খুলি চাবলৈ ধৰিলে। কাষে কাষে প্ৰিন্সিপাল আৰু দেৱলীনা।

সেই মুহূৰ্তলৈকে একোকে ভবা নাছিল নীলাঞ্জনাই। নীলাঞ্জনাৰ বেগটো খুলি ছোৱালীজনীয়ে উলিয়াই আনিলে কেইখনমান এশ টকীয়া।

— এইবোৰ মেম! দেৱলীনাই চিঞৰি উঠিল।

— ৰ'বা! তোমাৰ কিমান টকা হেৰাইছে? প্ৰিন্সিপালে সুধিলে।

— দুহেজাৰ মেম!

— ইয়াত কিমান টকা আছে গণা। প্ৰিন্সিপালে ক'লে।

নীলাঞ্জনাৰ যেন আয়ুসহে টুটি আহিছে— তেনেকুৱা লাগিছিল!

— পূৰা দুহেজাৰ মেম। গণি উঠি ছোৱালীজনীয়ে ক'লে।

— এয়ে চুৰ কৰিছে মেডাম। এইবোৰ মোৰ টকা।

দেৱলীনাই চিঞৰি উঠিল। বাকীবোৰ কাষ চাপি আহিল।

— এই ইউ। তুমি মোৰ অফিচলৈকে আহা। টকাখিনি লৈ প্ৰিন্সিপাল মেম

কোঠাৰ পৰা ওলাই গ'ল।

নীলাঞ্জনাৰ এনেকুৱা লাগিল—ফাট মেলা বসুমতী পাতালে লুকাও। ডিঙি শুকাই গ'ল। থিয় হৈ থকাৰ শক্তি যেন হেৰুৱাই পেলালে। মুখত এটাও শব্দ নুফুটিল।

— ছিঃ! কৰবাৰ পৰা শ্ৰাৱণী আহি ওলালহি।

— তুমি নীলা এনেকুৱা কৰিলা? মধুই ক'লে।

— আমি ভবাই নাছিলো। জবাৰ উচ্চাৰণ।

— সিদিনা তুমি এপইচাও নথকা বুলি কৈছিলা। ইমান টকা আহিল ক'ৰ পৰা? মধুই চাৰ্জ কৰিলে।

দেৱলীনাই ঠাচকৈ এক চৰ সোধালে নীলাঞ্জনাৰ গালত। সংজ্ঞাহীন হৈ পৰি যাব খুজিছিল নীলাঞ্জনা। মমৰ মূৰ্তিৰ দৰে থিয় হৈ আছিল তাই। ছোৱালীবোৰে যেন জোতা চেণ্ডেল দলিয়াইছে তাইৰ গালৈ। আটাইবোৰ ছোৱালীয়ে ঘৃণাৰ দৃষ্টিৰে চাই আছিল নীলাঞ্জনা। সকলোৱে ধিক্কাৰ দিছিল।

— অ' চুৰ্ণীহে!

— এয়াহে আচল ৰূপ?

— ধৰিবই নোৱাৰি, যিহে ভালাভুলা!

— যোৱা, যোৱা, প্ৰিন্সিপাল মেডামে ৰাষ্টিকটেড কৰা নোটিচত চাইন কৰিলেই কিজানি! সেইখন লৈ ঘৰলৈ যোৱাগৈ। অলেখ টিপ্পনি। কাট। গালি। মস্কৰা। হঠাৎ যেন সম্বিৎ ঘূৰাই পাইছিল নীলাঞ্জনাই। উছাৎ মাৰি ৰুমটোৰ পৰা বাহিৰ ওলাই আহিছিল।

তাৰ পিছত তিনিমহলাৰ পৰা জপিয়াই দিছিল তললৈ!

জপিয়াই দিছিল!

জপিয়াই দিছিল!

মুহূৰ্ততে হাহাকাৰ। লৰা-ঢপৰা। দৌৰাদৌৰি।

মুকলি ঠাইখিনি শ শ ছোৱালীৰে ভৰি পৰিছিল।

— এম্বুলেন্স। এম্বুলেন্স!

— পুলিচ। পুলিচ!

০ ০ ০

গুৱাহাটী মেডিকেল কলেজ হাস্পতালৰ আই, চি. ইউৰ পৰা দুদিনৰ মূৰত ডাক্তৰে বাহিৰলৈ উলিয়াই আনিছিল নীলাঞ্জনাক। তেতিয়াও তাই ভালকৈ সংজ্ঞা ঘূৰাই পোৱা

নাছিল। ডাক্তৰৰ ভাষাত বিপদৰ বাহিৰত তেতিয়া তাই!

ছয়দিনৰ মূৰত চকু মেলি নীলাঞ্জনাই দেখিছিল কেবিনত তাই শুই আছে। লাহে লাহে মূৰ ঘূৰাই তাই চাৰিওফালে চাইছিল।

মৈত্ৰেয়ী, ৰাজেশ দা, সৰু মামা, লতা বা, এজন অচিনাকি যুৱক আৰু স্মৃতি বৰুৱা।

নীলাঞ্জনাৰ দুচকুৰেদি পানী ওলাইছিল। চকুপানী!

মৈত্ৰেয়ীয়ে গামোচা এখনেৰে মচি দিছিল চকুপানীৰ সোঁতবোৰ। খুব কান্দিবলৈ মন গৈছিল নীলাঞ্জনাৰ। সকলোৰে পৰা পলাবলৈ বিচাৰিছিল তাই।

ঊনত্ৰিছ দিন। ঊনত্ৰিছ দিন থাকিবগীয়া হৈছিল তাই মেডিকেলত। এদিন গৰিমা আৰু মণিকা আহিছিল।

— আমি কথাবোৰ বিশ্বাস নকৰো নীলা।

— দেৱলীনা লক্ষ্ণৌত আছে।

— ক্লাচ চলি আছে!

— তুমি সোনকালে ভাল হৈ উঠা।

তিনিজনী ছোৱালী আহিছিল তাইৰ খবৰ ল'বলৈ; মাত্ৰ তিনিজনী— হাজাৰৰ মাজত তিনিজনী! হেঙ্গিকৰ পৰা!!

০ ০ ০

নাই, এতিয়া আৰু একোলৈকে ভয় নাই। সংকোচ নাই। কিছুমান ঘটনাই মানুহক সলাই পেলায়। দৰ্শন সলাই দিয়ে। চাৱনি সলনি কৰি দিয়ে।

নীলাঞ্জনা এতিয়া বেচ সাহসী।

কেবিনৰ অন্যখন বেডত ৰাজেশ দা আৰু তেওঁৰ লগত অহা ল'ৰাজন বহি আছে। ৰাজেশ দাই ঘটনাটো সম্পৰ্কে একো সোধা নাই। মৈত্ৰেয়ীয়েও সোধা নাই।

— তোক চিনাকি কৰাই দিয়াই নাই নহয়। এওঁ মোৰ ভাইটি। ষ্টুডিঅ' এটাত সংগীতৰ কাম কৰে।

নীলাঞ্জনাই মূৰটো দুপিয়াই তাক সহাৰি জনালে। সিও হাঁহি এটা মাৰিলে।

তাৰ হাঁহিত এখন সাগৰ আছে। ঢৌবোৰে খেদি আহে! নীলাঞ্জনাৰ ভাল লাগি গ'ল মনটো।

মৃত্যুৰ দুস্বপ্নই জীৱনত নতুন ৰং সানি দিলে।

এই জীৱন— কি জীৱন!

০ ০ ০

আজি আৰু দেৱলীনাৰ ক্লাচ কৰা নহ'ল। টিচাৰ কমন ৰুমতে তাই নীলাঞ্জনাৰ আত্মকথাৰ আধাতকৈ বেছি পঢ়ি শেষ কৰিলে। ঘড়ীলৈ চালে তেওঁ। তিনি বাজি পোন্ধৰ মিনিট। কলেজ ছুটি।

— চক্ৰৱৰ্তী, কিনো পঢ়িছে ইমান মনোযোগেৰে? সহকৰ্মী ৰানু বৰঠাকুৰে সুধিলে।

— নিজৰে আত্মকথা পঢ়িছো। ৰুমালেৰে বাষ্পাকুল দুচকু মচি দেৱলীনাই ক'লে।

— নাযায়?

— এয়া যাওঁৱেই।

দেৱলীনা টিচাৰ কমন ৰুমৰ পৰা ওলাই আহিল। কলেজৰ বাহিৰত তেওঁৰ গাড়ীখন আছে।

০ ০ ০

ঘৰ পোৱাৰ পাছতো অশান্ত হৈ থাকিল দেৱলীনা।

তাই কি অপৰাধী?

পাপী?

হত্যাকাৰী? কাৰোবাৰ স্বপ্নৰ হত্যাকাৰী?

কিয় নিজৰ আকাংক্ষা, জেদ, স্বপ্ন পূৰণৰ বাবে তাই তিলতিলকৈ মৃত্যুৰ মুখলৈ ঠেলি দিছিল তাইৰ এসময়ৰ প্ৰিয় বান্ধৱী নীলাঞ্জনাক! কিয় নীলাঞ্জনাৰ লগত প্ৰথমৰে পৰা গোপনে শত্ৰুতা আচৰণ কৰিছিল তাই! কিয় প্ৰতিদ্বন্দ্বী বুলি ধৰি লৈছিল!

অন্তৰ্দ্বন্দ্বত জৰ্জৰিত হৈ পৰিল দেৱলীনা। নীলাঞ্জনাই লিখা কিতাপখন নপঢ়া হ'লে কোনোদিনে তাই নিজে কৰি অহা মাৰাত্মক ভুলবোৰ কথা গম নাপালেঁহেতেন। ইতিমধ্যেই পাহৰি পেলাইছিল নীলাঞ্জনাক তাই।

ৰিডিং ৰুমত সোমাই আকৌ খুলি ললে দেৱলীনাই 'নীলাঞ্জনাৰ আত্মকথা'ৰ পৰৱৰ্তী অধ্যায়কেইটা...।

# ষষ্ঠ অধ্যায়

## (১)

ৰাজেশ দাৰ জহত এটা ডাঙৰ চাইজৰ ভাড়াৰুমলৈ স্থানান্তৰিত হ'ল— মৈত্ৰেয়ী আৰু নীলাঞ্জনা। বি, এ পাছ কৰি মৈত্ৰেয়ীয়ে আৰু এম, এ নপঢ়িলে। তাই কোম্পানী এটাত চাকৰিত সোমাল। দৰমহা ভালেই।

নীলাঞ্জনাই সকলো পাহৰিবলৈ চেষ্টা কৰিছে। তাই ৰুমতে সোমাই থাকে। গল্প-উপন্যাস পঢ়ে। কবিতা লিখে। কেতিয়াবা টি.ভি চায়।

ৰাজেশ দা খবৰ ল'বলৈ আহে। লগত কেতিয়াবা আহে মিউজিক ষ্টুডিঅ'ত কাম কৰা সেই ল'ৰাজন— শ্যামন্ত শইকীয়া। বিশেষ কথা নকয়। বিছনাত, টেবুলত সিঁচৰতি হৈ থকা কিতাপবোৰৰ পাত লুটিয়ায়।

ৰাজেশ দাই কয়— উপন্যাস এখন লেখ। নিজৰ জীৱনৰ কথা লেখ। অনুভূতিবোৰ লেখ। দুৰ্ঘটনাবোৰ লেখ। তৃতীয় পুৰুষত লিখিবি। তেতিয়া চৰিত্ৰবোৰক বিশ্লেষণ কৰাত সুবিধা হ'ব। অবিচাৰ নহয়। সহজ ভাষাত লিখিবি।

এইজন ৰাজেশ দা! কিমান সন্দেহ কৰিছিল তাই। এতিয়া আটাইতকৈ আপোন মানুহ। পৃথিৱীৰ তেজৰ সম্পৰ্কইশেষ সম্পৰ্ক নহয়। তাৰ উৰ্দ্ধতো বহুত সম্পৰ্ক আছে।

যাৰ কোনো ব্যাখ্যা নাই।

ক'ত বুনদা, দেউতাক— ক'ত ৰাজেশ দা! থাকে, থাকে এনেকুৱা ব্যতিক্ৰম মানুহো থাকে।

— ৰাজেশ দা, চাহ খাব ৰ'ব।

— খাম দে!

— ডিউটি নাই?

— সন্ধিয়া আছে। ই শ্যামন্ত এটা বিশেষ কামত তোৰ ওচৰলৈ আহিছে। তই কবিতা লিখা বুলি গম পাই এতিয়া তোক গান লিখাবলৈ আহিছে।

— গান? গীততো মই লিখি পোৱা নাই।

— কবিতা লিখা মানুহৰ বাবে একদম সহজ কাম।

আমাৰ এটা ডাঙৰ প্ৰজেক্ট আছে। কেছেট এটা ওলাব। সুৰবোৰ হৈয়েই আছে। তুমি কেৱল সুৰত শব্দ বহুৱাই গ'লে হ'ল। শ্যামন্তই ক'লে।

— পাৰিম জানো!

— কেৱল তুমি আমাৰ ষ্টুডিঅ'লৈ যাব লাগিব।

ৰাজেশ দাই থৈ আহিব। জুৰোডতে আমাৰ ষ্টুডিঅ'।

০ ০ ০

ষ্টুডিঅ'ত সোমাই নীলাঞ্জনাৰ মনটো ভালেই লাগিল। ভিতৰখন ফুলকটা কাঠ আৰু আইনাৰে তৈয়াৰী। ৰাজেশ দাই ষ্টুডিঅ'লৈ লৈ গ'ল তাইক। প্ৰকাণ্ড কাঠৰ দুৱাৰখন ঠেলি ৰেকৰ্ডিং ৰুমলৈ সোমাই গ'ল ৰাজেশ দা। পিছে পিছে নীলাঞ্জনা।

শ্যামন্তই কাণত য়াৰফোন পিন্ধি কম্পিউটাৰত কিবা শুনি আছে। দুয়োকে দেখি বহি থকা চকীখন বিশেষ ভংগীমাত ঘূৰাই শ্যামন্তই ক'লে— ৰাজেশদা আহক, আহক। নীলাঞ্জনা আহা।

দুয়ো বহিল।

— ৰাজেশ দা সুৰকেইটা শুনকচোন।

প্ৰকাণ্ড ভলিউমত কিছুমান বাদ্যযন্ত্ৰ বাজি উঠিল সুৰীয়াকৈ। মূৰটো ফাটি যাব যেন লাগিল নীলাঞ্জনাৰ। কিন্তু তাই আপত্তি নকৰিলে। সহ্য কৰাটোৱে তাইৰ ধৰ্ম।

— ভাল হৈছে দিয়া সুৰবোৰ। ৰাজেশ দাই ক'লে।

— তিনিটা জুবিনে গাব। দুটা জিতুল দাই। তৰালীও থাকিব। শ্যামন্তই কৈ গ'ল।

— এই সুৰটোত কথাখিনি এনেকুৱা লাগে যে শৈশৱৰ স্মৃতি ৰোমন্থন কৰি নায়কে নায়িকাৰ মাজত শৈশৱৰ ভাল লগা ছোৱালীজনীক বিচাৰিছে।

কানু— বহী কলম লৈ আহ। শ্যামন্তই ক'লে।

— দুয়ো বহা। কাম শেষ কৰা। মোৰ অফিচ আছে।

ৰাজেশ দা যাবলৈ ওলাল।

— যাওঁতে অকলে যাব পাৰিবি নহয়.। শ্যামন্ত, বাছত উঠাই দিবা তাইক।

ৰাজেশ দা গ'লগৈ।

এচি চলি থকা বাবে নীলাঞ্জনাৰ ঠাণ্ডা লাগিছিল।

কানুই কলম আৰু বহী লৈ সোমাই আহিল।

— সুৰটো শুনা, ভাবা আৰু লিখা। শ্যামন্তই ক'লে।

০ ০ ০

দূৰ অতীতৰ সপোনে গোপনে
মাতিছে আহাচোন সোন
অলংদলং খেলোতে আকাশৰ সীমাত
নুমাল হেঁপাহৰ জোন

— স্থায়ীটো বঢ়িয়া হৈছে।

— মই এইবাৰ গানটো সুৰত গামনে?

— তুমি গান গোৱা নেকি?

গাইডটো গাই দিলে নীলাঞ্জনাই। শ্যামন্তই ৰেকৰ্ডিং কৰিলে।

— শুনিবা নেকি?

শ্যামন্তই ৰেকৰ্ড হোৱা গাইডটো শুনালে। নীলাঞ্জনাই প্ৰথম শুনিলে নিজৰ কণ্ঠৰ গান।

— এইটো তোমাৰ 'ৰ' ভয়চ। আমি এইবোৰ আকৌ মিক্সিং কৰো মিউজিকৰ লগত। এফেক্টছ লগাও। বেছি ভাল লগা হৈ পৰে।

আজিৰ দিনটো নীলাঞ্জনাৰ বাবে বেচ স্মৰণীয়। নিজকে মূলাগাভৰু যেন লাগিল তাইৰ।

— ব'লা, তোমাক থৈ আহো।

শ্যামন্তৰ পুৰণা স্কুটাৰখনৰ পাছফালে বহি ললে তাই। কিন্তু তাৰ কান্ধত বা পেটত হাতেৰে ধৰিবলৈ তাইৰ সংকোচ হ'ল।

০ ০ ০

— গীত লিখিলি? মৈত্ৰেয়ীয়ে সুধিলে।

— এটা লিখিলো।

— পইচা দিবনে?

— এটাত এহেজাৰ টকা দিম বুলি কৈছে।

— কেইটা লিখিবি তই।

— তিনিটা লিখিবলৈ কৈছে।

— শ্যামন্ত ল'ৰাটো ভাল। জেণ্টেল।

— অ'।

ৰাতি বিছনাত পৰি শ্যামন্তৰ কথাই ভাবিলে নীলাঞ্জনাই।

০ ০ ০

— শ্যামন্তক কেনে লাগিছে? ৰাজেশ দাই এদিন সুধিলে।

— ল'ৰাটো ভাল। ক্ৰিয়েটিভ। ৰিপিট কৰিলে ৰাজেশদাই।

— অ'!

০ ০ ০

সময়বোৰ যন্ত্ৰণাকাতৰ।

তাইক সুখী কৰিবলৈ মৈত্ৰেয়ী, ৰাজেশ দাইঁতে চেষ্টা কৰিছে। মাজে মাজে তাইৰ কলেজখনলৈ মনত পৰে। বান্ধৱীবোৰলৈ মনত পৰে। মেমবোৰলৈ মনত পৰে।

তেতিয়া গোপনে কান্দে তাই। কিয় এনে হ'ল? কিয় সদায় এনে হয় তাইৰ লগতহে? কি কুক্ষণত জন্মিছিল তাই! সময়বোৰ তাইৰ বাবে ৰক্তাক্ত হৈ পৰে। একো কথাই তাই সহজভাৱে ল'ব পৰা নাই। তথাপি জীয়াই থকাৰ অনুশীলন কৰিছে। নতুনকৈ। সকলোকে ক্ষমা কৰি দিছে তাই। সকলো ভাগ্যৰ বিড়ম্বনা।

০ ০ ০

— তোমাক কথা এটা কওঁ?

— অ!

— বেয়া নোপোৱাতো?

— উমহু।

— তোমাৰ দুখবোৰ মই মচি পেলাব খোজো।

শ্যামন্তৰ কথাখিনিৰ অৰ্থ তাই নুবুজা নহয়।

০ ০ ০

এদিন মৈত্ৰেয়ী বিয়া হৈ গুচি যাব। ৰাজেশ দাও সদায় নাথাকে। তাৰ পিছত কি কৰিব তাই? আৰু ভাবিবলৈ সাহস নহয় নীলাঞ্জনাৰ।

০ ০ ০

নীলাঞ্জনা এজনী পানীত ডুবা ছোৱালী। উটি যাবও নোৱাৰে— পাৰলৈ আহিবলৈও শক্তি নাই। আকৌ নৰখাদক মানুহবোৰৰ শৰণাপন্ন হ'ব লাগিব নেকি তাই! পুৰুষৰ খেলৰ পুতলা হ'ব লাগিব নেকি? ক'ত তাইৰ আশ্ৰয়? ক'ত তাইৰ নিৰাপত্তা?

০ ০ ০

— বিয়া হ'বা মোৰ লগত?

— হ'ম। কিন্তু 'বা' আৰু ৰাজেশ দাক আপুনি নিজেই ক'ব লাগিব।

এৰা, শ্যামন্তৰ এই প্ৰস্তাৱ মানি নলʼলে তাইৰ বাবে জীয়াই থকাৰ কোনো পথ নাই। খুব সহজভাৱেই মানি লৈছিল তাই।

০ ০ ০

শ্যামন্তৰ মাক আহিছিল। নবৌয়েক আহিছিল।

— তুমি ইমান শান্ত, মৰম লগা ছোৱালী। পাৰিবা জানো তাৰ লগত সংসাৰ কৰিব!

কি কয় শ্যামন্তৰ মাকে! কিয় নোৱাৰিব তাই!

০ ০ ০

সকলোৰে সম্মতিত কামাখ্যাত বিয়া হৈ গৈছিল শ্যামন্ত আৰু নীলাঞ্জনাৰ। আশ্ৰয় আৰু নিৰাপত্তা প্ৰাপ্তিৰ চাৰ্টিফিকেটখন পাই নীলাঞ্জনা সুখী হৈছিল— পৃথিৱীৰ ভিতৰতে আটাইতকৈ সুখী নাৰী।

শ্যামন্তৰ বুকুৰ মাজত সোমাই পৰম প্ৰশান্তিৰে টোপনি গৈছিল নীলাঞ্জনাই। নিৰ্ভয়ে।

(২)

কত সপোনেৰে বুৰাই পেলাইছিল শ্যামন্তই— নীলাঞ্জনাক। তাৰ ভালপোৱাৰ মাজত জীৱনৰ সকলো দুৰ্ঘটনাই যেন পাহৰি গৈছিল তাই।

—তুমি গান লিখিবা, মই সুৰ কৰিম, মিউজিক এৰেঞ্জ কৰিম!

হ'ব দিয়া এনেদৰে চলি যাম!

শ্যামন্তই ৰাতিপুৱা দেৰীকৈ উঠে। তাই যুঁজি যুঁজিও উঠাব নোৱাৰে তাক। কাণত কামুৰি দিয়ে। মাটিত বগৰাই দিয়ে। তথাপি নুঠে সি। ৰাতি কাম কৰি ভাল পায়।

শাহুৱেক আহে কেতিয়াবা।

— তুমি কিন্তু তাক ভাল সলাই পেলাইছা। নহ'লে ঘৰখন কম জ্বলাইছিল নে সি। তাৰ মাকে কয়। তাই লাজ লাজকৈ শুনি যায়।

তায়ো কম সৌভাগ্যৱতী নে? ভাবিছিলনে তায়ো এদিন এখন ঘৰ সাজিব! মনৰ মানুহ এজনৰ মৰমৰ উমত দুস্বপ্নহীন ৰাতি পাৰ কৰিব! ভবা নাছিল। কেতিয়াও ভবা নাছিল। তাইৰ জীৱনৰ অনাবিল সুখৰ আকৰসমূহ যে পথৰ ইমান ওচৰতে আছিল তাই ভবাই নাছিল।

শ্যামন্ত জীৱনলে নহা হ'লে কি কৰিলেহেঁতেন তাই! নাই, তাই ভাবিবই নোৱাৰে। ভগৱান, তোমাক ধন্যবাদ।

শ্যামন্তই কেতিয়াবা ৰাতি ষ্টুডিঅ'ৰ পৰা অহাত দেৰী কৰে। কামৰ ব্যস্ততা। তাৰ মুখত মদৰ গোন্ধ পায় তাই।

— কিহৰ গোন্ধ?

— নাই, ষ্টুডিঅ'ত সবে জোৰ কৰিলে। এপেগ খালো। সি কয়।

— ভালকৈ থিয় হ'ব পৰা নাই যে?

— ক'তা? মইতো ঠিকেই আছো।

— যোৱা মুখ হাত ধুই আহা। মই ভাত খাবলৈ বৈ আছো।

— তুমি খাই দিয়া। মই ষ্টুডিঅ'ত ঢেৰ কিবা কিবি খালো। সি বিছনাত বাগৰি দিয়ে। তাৰ পিছত টোপনি যায়। তাই মজিয়াতে ভাতৰ থালখন লৈ তাৰ ফালে চাই থাকে। কিমান নিৰীহ এই মানুহজন! কিমান উদাৰ। খাইছে, খাওঁক। এদিনহে। এটুপি মদহে। মাজৰাতিলৈ কম কষ্ট হয়নে। কামৰ কষ্ট।

বাচন-বৰ্তন সামৰি তায়ো বিছনাত উঠে। তাৰ বুকুৰ মাজত সোমাবলৈ চেষ্টা কৰে। সি ঠেলি দিয়ে বিৰক্তিৰে।

০ ০ ০

পাৰ হৈ গৈ থাকে দিনবোৰ। ভাৰাঘৰৰ কোঠা শুৱাই থকা কীবোৰ্ডখন ষ্টুডিঅ'লৈ লৈ যোৱা বাবে শ্যামন্তৰ আজিকালি ঘৰত তেনেকৈ কাম নাথাকেই। আগতে সি কিবোৰ্ডখনৰ সমুখত বহি টুং-টাং ইটো-সিটো কৰি থাকে। তায়ো কাষত বহি বৰ মজা পায়। পাছফালৰ পৰা তাৰ কান্ধত থুতৰিটো থৈ তাই চাই থাকে শ্যামন্তই সুৰ কৰা। কেতিয়াবা তাই কয়— হেৰি গানটো বজোৱাচোন। মই গাও।

তাই গায়। সি বজায়। সি কয়— এফ মাইনৰত ধৰো। তেতিয়া বেছি ভাল লাগিব। অমুক নোটটো কিন্তু লগা নাই।

তাই গলহেকাৰি মাৰি আকৌ ট্ৰাই কৰে।

সুৰীয়া হৈ পৰে ৰুমটো।

কিন্তু কীবোৰ্ডখন লৈ যোৱাৰ পিছত ঘৰটো কিবা খালী খালী হৈ গ'ল।

— কীবোৰ্ডখনচোন লৈ আহিব পাৰা?

— ইমান কাম। ক'ত অনা-নিয়া কৰি থাকিবা। সি নিস্পৃহভাৱে কয়।

— কেছেট কেতিয়া ওলাব?

— ওলাব আৰু। মিক্সিঙটো মুম্বাইত কৰিম বুলি ভাবিছো।

তাত কৰিলে ৰিজাল্ট ভাল হয়।

হয় চাগে। ভাবে নীলাঞ্জনাই।

এনেকৈয়ে গৈ থাকে দিন। এনেকৈয়ে পাৰ হয় ৰাতি।

০ ০ ০

ৰাতিপুৱাই ঘৰৰ মালিকে দুৱাৰত টুকুৰিয়ালে।

— শ্যামন্ত নাই নেকি?

— ষ্টুডিঅ'লৈ ওলাই গৈছে।

— কথা এটা আছিল। তোমাক ক'বও বেয়া লাগিছে।

— কি কথা কওঁকচোন।

— যোৱা তিনিমাহৰ ভাৰা দিয়া নাই। অলপ অসুবিধা হৈছে।

— কি? তেওঁতো ভাড়া দিয়া বুলি কৈছে। মই ক'ম বাৰু।

নীলাঞ্জনাৰ টেনচন হ'ল। শ্যামন্তইতো ভাড়া দিয়া বুলি কৈছে।

— মালিকেনো মিছা ক'ব কিয়? মানুহজন অন্য মালিকৰ দৰে বেয়া নহয়। শ্যামন্তই মিছা ক'লে নেকি? ক'বও পাৰে। কিবা বেলেগ কামত পইচাখিনি লগাবও পাৰে। তাইক হয়তো কোৱা নাই। কিন্তু ক'বতো পাৰে। তাইতো গালি নিদিয়ে। কাজিয়া নকৰে। শ্যামন্তই নক'লে কিয়? এহ্ নক'লে নাই। ইমাননো চিন্তা কৰিবলগীয়া কি আছে। তথাপি তাইৰ আগৰ স্বভাবটো সলনি হোৱা নাই। সৰু সৰু কথাতে ডাঙৰ টেনচন। বহুত কথাই সহজভাৱে ল'ব নোৱাৰে তাই। ল'বলৈ শিকাও নাই।

দুপৰীয়া ভাত পানী ৰান্ধি তাই শ্যামন্তলৈ ৰৈ থাকিল। শ্যামন্ত কিন্তু নাহিল। টিভিটো লগাই তাই বিছনাতে বহি থাকিল।

সন্ধিয়াটোৱে খিৰিকীৰ আইনাত লেপি দিলে এন্ধাৰ। নাই, শ্যামন্ত অহা নাই। বিচাৰি যাব নেকি ষ্টুডিঅ'লৈ? কামত ব্যস্ত চাগে।

আকৌ ৰাতিৰ ভাত-আঞ্জা ৰন্ধাত ব্যস্ত হৈ পৰিল নীলাঞ্জনা।

ৰাতি ন বাজিল।

দহ বাজিল।

এঘাৰ বাজিল।

বাৰ বাজিল।

নাই, শ্যামন্ত উভতি অহা নাই। তাই ভাত-পানী নোখোৱাকৈ ৰৈ থাকিল। এক বাজি পোন্ধৰ মিনিটমান যোৱাৰ পিছত দুৱাৰত শব্দ হ'ল। নীলাঞ্জনাই খুলি নিদিলে দুৱাৰ। আকৌ শব্দ হ'ল। শব্দবোৰ বাঢ়ি গ'ল। নীলাঞ্জনা বিছনাৰ পৰা নামি আহিল।

— দৰ্জাখন খোলোতে ইমান দেৰী লাগে নেকি?

— ৰাতি কেইটা বাজিল?

— কাম আছিল।

— কি কাম?
— নাজানা নেকি?
— এটা কেছেটৰ কামত নমাহ লাগে নেকি?
— বহুত কেছেটৰ কাম চলি আছে।
— তিনিমাহৰ ঘৰ ভাড়া দিছা?
— কি? প্ৰশ্নটোত যেন থৎমৎ খালে শ্যামন্তই।
— কি ভাড়া? জিভা তাৰ দোবোল খাইছে। মদ খাই আহিছে সি।
— তিনিমাহৰ ভাড়া কিয় দিয়া বুলি কৈছা?
— দিছোতো।
— মালিক আহিছিল পুৱা। ভাড়াটো বিচাৰিছে।
— কি শ্যাল্লা, তাৰ ইমান সাহ! ৰ'বা তাক শিক্ষা দি আছো। শ্যামন্তই খণ্ডত বাহিৰলৈ যাব খুজিলে। নীলাঞ্জনাই হাত ধৰি টানিলে।
— চাওঁ এৰি দিয়া।
— পুৱা ক'বা। এতিয়া ভাত খোৱা।
— নহয় এতিয়াই তাক শিক্ষা দিম। চিনি পোৱা নাই শ্যাল্লা।
— আগতে ভাত খোৱা।
— খাই আহিছো।
— খাই আহিলে কৈ যাব লাগে।
— তাত পাৰ্টি এটা হ'ল। কোনেও এৰি নিদিয়ে।
— মই তিৰোতাজনী অকলে থাকিব পাৰো নেকি?
— আমাৰ লাইনটোৱে এনেকুৱা। শ্যামন্ত বিছনাত বাগৰি পৰিল। নীলাঞ্জনাই নিজে ভাবি নাপালে তাই ইমান কঠোৰভাৱে কেনেকৈ ক'ব পাৰিলে কথাবোৰ। নিজৰে বিশ্বাস নহ'ল তাইৰ— তাইৰ কণ্ঠতো যে ইমান ৰুঢ়তা আছে!

বিছনাত বাগৰি থকা শ্যামন্তৰ জোতাযোৰ খুলি দুৱাৰৰ কাষত থলে তাই।

সেই ৰাতি নীলাঞ্জনাৰ ভাত খোৱা নহ'ল। টোপনিও নহ'ল।

০ ০ ০

পাছদিনা ৰাতিপুৱা গোমা মুখ এখন লৈ টিভিৰ সমুখত বহি আছিল শ্যামন্ত। গা-পা ধুই ডাঙৰ চীনামাটিৰ কাপটোত ৰঙা চাহ বনাই শ্যামন্তলৈ আগবঢ়াই দিছিল— নীলাঞ্জনাই। তায়ো একাপ লৈ তাৰ কাষতে বহিছিল।

— ৰাতি সেইসোপা নাখালে নহয় নেকি?

সি একো নামাতিলে।

— মোৰ কষ্টৰ কথা নাভাবা?

নাই, সি টিভি চোৱাত ব্যস্ত।

— কি হ'ল?

— কামবোৰ কৰি শেষ কৰিব পৰা নাই। টেনচনতে খাও। সি মাত দিলে।

— ইমান কামৰ বোজা ল'বই নালাগে।

— এই লাইনটোৱে এনেকুৱা। আমি এৰি দিলে বেলেগৰ হাতলৈ গুচি যাব। ইমান পইচা এৰি দিব পাৰি নেকি?

— ঘৰ ভাড়া কিয় দিয়া নাই? তাই কোমললৈ সুধিলে।

— কেছেটৰ কামত পইচা সোমাই গ'ল।

— মোক ক'ব লাগিছিল।

— তোমাক ক'ব ভাল নালাগিল। সব পইচা ফচি আছে।

ৰিটাৰ্ণ হোৱা নাই। কি কৰো ভাবি পোৱা নাই। স্কুটাৰখনকে বেছি দিওঁ নেকি। আঠ দহ হাজাৰমান পাম। পিছত পইচা পালে বাইক কিনিম।

০ ০ ০

দিনবোৰ ক'লৈ গৈ আছে নীলাঞ্জনাই ধৰিব পৰা নাই। দুদিন পাছতে শ্যামন্তুই স্কুটাৰখন বিকিলে। সন্ধিয়া সি মোনা ভৰাই বজাৰ আনিলে। মাংসও আনিলে।

— এয়া পঞ্চত্ৰিছশ টকা ৰাখি থোৱা; ঘৰ ভাড়া। আৰু এইটো চোৱা ম'বাইল ফোন। চাৰি হেজাৰ।

— ম'বাইলনো কিয় ল'ব লাগে। কথা পাতিলেও পইচা যায়। ফোন আহিলেও পইচা যায়। তাকো বোলে এক মিনিটত সাত টকাকৈ। তাই মৃদু আপত্তি কৰিলে।

— লাগে লাগে। ম'বাইলটো নোহোৱাৰ বাবে বহুত কাম হাতৰ পৰা ওলাই গৈছে।

— স্কুটাৰখনত কিমান পালা? তাই সুধিলে।

— এঘাৰ হাজাৰ।

— মনটো বৰ বেয়া লাগিছে। আগতে অলৈ-তলৈ যাব পাৰিছিলো। বহুত স্মৃতি আছিল। তাইৰ সঁচাকৈয়ে কিবা এটা বেয়া লাগিছে।

— বাইক ল'ম, বাইক।

— তথাপি...

— মাংস মই ৰান্ধিম। শ্যামন্তুই ক'লে।

সৰু কিচ্চেনটোত দুয়ো ৰন্ধা-বঢ়াত ব্যস্ত হ'ল।

নহৰু, পিয়াজৰ বাকলি গুচোৱা, আলু কটা— কিমান যে কাম।

— শাৰী লাগিবনে নে চুৰিদাৰ। শ্যামন্তই সুধিলে।

— একো নালাগে।

— কিয়?

— আছেই দেখোন। মৈত্ৰেয়ী বাকহে কিবা এটা দিব লাগিছিল।

— তাইচোন চাকৰিয়ে কৰে।

— তথাপি তাই মোৰ বাবে কিমান কষ্ট কৰিছে।

— আৰু ৰাজেশ দাক? সি সুধিলে। গোন্ধ থকা প্ৰশ্ন।

— ৰাজেশ দাক কিয় দিব লাগে? ৰাজেশ দাৰ ইমান টকা। ৰাজেশ দাইহে আমাক দিয়ে।

— নীলা, কথা এটা কওঁ। ৰাজেশ দাৰ ওপৰত মোৰ কিন্তু সন্দেহ আছে। পুৰুষ মানুহে এনেয়ে ছোৱালীক সহায় নকৰে। গিভ এণ্ড টেক পলিচি এটা থাকেই। আজিকালি ৰাজেশ দাক মোৰ ভাল নালাগে। মৈত্ৰেয়ীৰ লগত কিবা... নীলাঞ্জনা স্তম্ভিত হৈ গ'ল। আলু কাটি থকাৰ পৰা তাই শ্যামন্তলৈ এবাৰ চালে। স্বাভাৱিক তাৰ মুখমণ্ডল। এৰা, শ্যামন্তই সন্দেহ কৰা অস্বাভাৱিক নহয়! হয়তো! পুৰুষে জানো এনেয়ে সহায় কৰে? পুৰুষেতো বিচাৰি ফুৰে নাৰীৰ দেহ! শ্যামন্তই সন্দেহ কৰিবই। কাৰণ শ্যামন্তই বন্ধু সদৃশ হৈও ৰাজেশ দাক চিনি নাপালে। ৰাজেশ দা যে কমন পুৰুষবোৰৰ মাজৰ এজন নহয়— শ্যামন্তই কেনেকৈ বিশ্বাস কৰিব!

— বহুত টকা থকা বুলি ভাবে সি! সাংবাদিক হৈ পলিটিচিয়ানৰ পইচা মাৰিছে— আৰু ছোৱালীক বিলাই দি মহান হৈছে। শ্যামন্তই ভোৰভোৰালে।

নীলাঞ্জনাৰ টিঙিচকৈ খংটো উঠি আহিছিল। কিন্তু সম্বৰণ কৰিলে। সহনশীলতা তাইৰ ধৰ্ম।

— কোনে কিনিলে স্কুটাৰখন? তাই প্ৰসংগ সলালে।

— ষ্টুডিঅ'লৈ অহা ল'ৰা এজনে। গান-চান গায়।

কেৰাহিৰ মাংস লৰাই লৰাই শ্যামন্তই ক'লে।

— খাই চোৱাচোন কেনে হৈছে? শ্যামন্তই প্লেট এখনত দুপিচ মাংস তাইলৈ আগবঢ়াই দিলে। তাই মাংস চোবাই থাকোতে সি বাথৰুমলৈ গ'ল। কিছু সময় পিছত আকৌ আহি মাংসৰ কেৰাহিটো নমালে।

— এতিয়া ভাত, সব্জী তুমি ৰান্ধা। মই টিভি চাওঁ।

অকমানি কিচ্চেনটোৰ পৰা সি টিভিৰ ওচৰলৈ গ'ল।

০ ০ ০

— ভাত বাঢ়োনে? তাই সুধিলে।

— মোৰ খাবৰ মন নাই। শ্যামন্তই ক'লে।

— কিয়?

— গেষ্ট্রিক নেকি? সি উত্তৰ দিলে।

— ভাত খালেহে ভাল পাবা।

নীলাঞ্জনাই জোৰ জবৰদস্তিত সি দুটামান ভাত খালে। তাৰ পিছত বিছনাত পৰিল।

ৰাতি শুবৰ সময়ত নীলাঞ্জনাই অনুভৱ কৰিলে— গোন্ধাইছে। কিবা এটা গোন্ধাইছে। শ্যামন্তৰ মুখৰ পৰাই আহিছে গোন্ধটো। মদৰ গোন্ধ।

ক'ত খালে? কেতিয়া খালে?

০ ০ ০

ৰাতিপুৱা গা ধুবলৈ বাথৰুমত সোমাই তাই আকৌ মদৰ গোন্ধ পালে। অ' তাৰমানে শ্যামন্তই কামফেৰা ইয়াতেই কৰিছে। বটলটো নিশ্চয় ইয়াতেই থাকিব। অলপ পৰ ইফালে-সিফালে চাই তাই বটলটো নেদেখিলে। তাই টেপৰ পৰা পানী উলিয়াই বাল্টিত ভৰালে। গা ধুবৰ বাবে মগত পানী লৈ মূৰত ঢালিবলৈ লওঁতে ভেণ্টিলেটৰলৈ চকু গ'ল তাইৰ। ভেণ্টিলেটৰত মদৰ বটলটো। তাই বাথৰুমৰ চুকত থকা মাৰি এডালেৰে হাকুটিয়াই নমাব খোজোতে ঠংঠঙকৈ শব্দ কৰি ফ্লোৰত বটলটো ভাঙি গ'ল।

— কি হ'ল? বিছনাৰ পৰা চিএঞৰিলে শ্যামন্তই।

— তোমাৰ কলিজাটো সৰি পৰিছে। খঙতে ক'লে নীলাঞ্জনাই।

— কি?

— মদৰ বটল আহি ঘৰ পালেহি নহয়?

— পৰহি ষ্টুডিঅ'ত অলপ বৈছিল। বেগতে আছিল।

— মিছা নক'বা। তুমি এটা মদপী।

— নিচিএঞৰিবা।

গা-পা ধুই উঠি নীলাঞ্জনা ঘৰৰ কাম-কাজত ব্যস্ত হ'ল। শ্যামন্তক বিশেষ মাতবোল নকৰিলে। নিজৰ মানুহজন যে মদপী হ'ব তাই সপোনতো ভবা নাছিলো।

মদপী কেতিয়াও নাৰীৰ প্ৰেমিক হ'ব নোৱাৰে।

শ্যামন্ত দেখাত স্বাভাৱিক। গা-পা ধুলে। ভাতো খালে। তাৰ পিছত ওলাই গ'ল ষ্টুডিঅ' অভিমুখে। নাই, আজিকালি সম্পৰ্কত আগৰ সেই উত্তেজনা নাই। বিয়াও এটা সময়ত বিৰক্তিকৰ হৈ যায়। দুটা মানুহ সকলো সময়তে একেলগে থাকে— অথচ পাতিবলৈ কথা নাই। ইমান নীৰৱতা কেতিয়াবা অসহনীয় হৈ পৰে। অথচ ভালপোৱাবোৰ শেষ হৈও যোৱা নাই। আৰু কিমান বছৰ থাকিব লাগিব একেলগে? ত্ৰিছ বছৰ? পয়ত্ৰিছ বছৰ? সম্ভৱ জানো? সেইবাবেই পুৰুষৰ জীৱনলৈ পত্নীত বাদেও আন নাৰী আহে নেকি?

সেইবাবেই নাৰীৰ জীৱনলৈ পতিত বাদেও আন পুৰুষ আহে নেকি? কিমান জটিল সম্পৰ্কবোৰ। এই বেডৰুমটো সাক্ষী। পৃথিৱীয়ে গম নাপায়।

নীলাঞ্জনাই ভাবিলে— সঁচাকৈয়ে তাই ভাল পায় নে শ্যামন্তক! ভাল লগাবোৰতো ভালপোৱা নহ'বও পাৰে। কিন্তু শ্যামন্তক তাই বেয়া পাব নোৱাৰে। তাই সদায় কৃতজ্ঞ তাৰ ওচৰত। সি দয়া কৰি আশ্ৰয় দিছে তাইক। সেই কথা ভাবিলে শ্যামন্তলৈ মৰম লাগি যায় তাইৰ।

ঘৰখন সজাই পৰাই ৰখাত গুৰুত্ব দিয়ে তাই। চোফাচেট এটা লাগিব। ষ্টীল আলমাৰি এটা আছেই। ভাল বিছনা এখনো লাগিব। শ্যামন্তই এইবাৰ পইচাবোৰ পালে কিনিব লাগিব।

ৰাতি চুটকেচত তাই পঞ্চত্ৰিছ শ টকা থৈ দিছিল। ভাবিলে তাই— মালিকক ভাড়াটো দি দিয়াই ভাল। তুলিৰ তলৰ পৰা চাবিপাট উলিয়াই চুটকেচটো খুলিলে। চুটকেছৰ চুকতে নোটকেইখন আঠু ভাঁজ কৰি শুই আছে। তাই উলিয়াই আনিলে নুৰাটো।

— একশ, দুশ, সাতশ, এঘাৰশ, সাতাইশ, তিনি। হাৰে! তিনিহাজাৰহে আছে দেখোন। আকৌ এবাৰ গণিলে তাই। আকৌ এবাৰ! তিনি হাজাৰেই আছে। শ্যামন্তইতো পঞ্চত্ৰিছশ টকা দিছিল। তাই নিজেও গণিছিল। ক'লৈ গ'ল পোন্ধৰশ টকা। তাই ভাবি পাৰ নাপালে। শ্যামন্তই লৈ গ'ল নেকি? সি নিয়া হ'লে তাইক নিশ্চয় ক'লেহেঁতেন! আকৌ ভাবিলে— সি নিনিলে নিব কোনে?

নীলাঞ্জনাৰ মূৰটো গৰম হৈ গ'ল।

০ ০ ০

— এইখনেই তাইৰ প্ৰাণৰ কলেজ! সন্দিকৈ কলেজ।

স্বপ্ন দিছিল তাইক। দুস্বপ্নবোৰ মচিছিল। হয়তো কাৰোবাৰ ঘৰত বন কৰা

ছোৱালী হিচাপে থাকিব লাগিলহেঁতেন তাই। জীয়াই থকাৰ মন্ত্ৰণা দিছিল— এইখন কলেজেই।

সন্দিকৈ কলেজ। ক'বলৈ একো একো নাই। এখন সাধাৰণ কলেজ। অসমীয়া, ফিলচফী, পলিটিকেল চাইন্স, প্ৰাণী বিজ্ঞান, অৰ্থনীতি, ইংৰাজী জীৱনত একো কামত নলগা বিষয়বোৰ। তাকে লৈ ইমান উন্মাদনা। কোনেও একো দৰকাৰী কথা নিশিকে। তথাপি বৈ থাকে মাৰ্কশ্বিট নামৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ চাৰ্টিফিকেটখনলৈ। সেয়াই যেন জীৱন। বছৰটো পঢ়াৰ কোনো নাম গোন্ধ নাই। কলেজবোৰ যেন পঢ়িবলৈ নহয়। আনন্দৰ থলীহে। পৰীক্ষাৰ এসপ্তাহ আগত যুদ্ধলৈ যাবৰ বাবেহে যেন সাজু হয় ছোৱালীবোৰ। নোটছ্ কালেকচন, টোপনি ক্ষতি— সেই এটা সপ্তাহেই জ্ঞানৰ কছৰৎ।

প্ৰফেচাৰে ক্লাচ নকৰিবলৈ পালে ভাল পায়।

ষ্টুডেণ্টে ক্লাচ নকৰিবলৈ পালে ভাল পায়।

ছোৱালী কলেজহে। ভাল দৰা এজন পোৱাটোৱে অধিকাংশ ছোৱালীৰ মূল লক্ষ্য। টকা থকা, গাড়ী থকা, চহৰত ঘৰ থকা। গাঁৱৰ ল'ৰা? ধ্যেৎ গাঁৱত বিয়া হ'ব পাৰি নেকি? মই বোকা গচকিব নোৱাৰো দেই। তিনিবাৰ দিনটোত ভাত ৰান্ধিব নোৱাৰো। গাঁৱত আৰু বিয়া হ'ব পাৰি নেকি? এইখিনি ঠিকেই শিকায় সন্দিকৈ কলেজে।

জাক জাক বগা চুৰিডাৰ পিন্ধা ছোৱালী। কৃষ্ণচূড়া বৰ্ণৰ চুৰ্ণী। এইবোৰ আগতে নাছিল। এতিয়া ভাল লগা হৈছে। জিলিকি থাকে কলেজখন। সময়ৰ লগে লগে কিমান কথাৰ পৰিবৰ্তন হয়। তাইৰে জীৱনলৈ কিমান পৰিবৰ্তন আহিল।

— হেই দেৱলীনা চা চা। বাইকত যোৱা ল'ৰাজনে তোলৈ কেনেদৰে চাই গৈছে? কৰবাত লাইন দিছিলি নেকি?

— নথ্ৰামি নকৰিবি দেই। নিজেই উঠি নাযাব কিয়?

নাই, দেৱলীনাইঁত নাই। এতিয়া তাই নতুন সৰু সৰু ছোৱালীবোৰৰ লগত পঢ়িব লাগিব। বন্ধুত্ব কৰিব লাগিব। আকৌ নতুন জীৱন।

এইবাৰ বা জীৱনে ক'লৈ লৈ যায় তাইক— স্বৰ্গলৈ নে নৰকলৈ।

০ ০ ০

শ্যামন্ত দিনে দিনে নিস্পৃহ হৈ গৈছে। সকলো কথাতে। কেছেট নোলাগ তাৰ। কাম কমি আহিছে। সেইবাবেই চাগে হতাশাত এনেকুৱা হৈছে সি— ভাবিলে নীলাঞ্জনাই। তাই মৰম কৰিব বিচাৰে তাক। হ'ব দিয়া এনেদৰে চলি যাম। ভাল

দিন আহিবই। নাই, সি কোনো সঁহাৰি নিদিয়ে।

— এই ম'বাইলটো তুমি ইউজ কৰিবা। ম'বাইলটো তাইক দিয়ে শ্যামন্তই।

— কিয়?

— কিমান আৰু কথা পাতি, থ'বা শুনি কাণ ঘোলা কৰিবা? তোমাৰ কামত আহিব।

কি কামত আহিব ম'বাইলটো— নীলাঞ্জনাই বুজি নাপায়।

এৰা, ভাল কামতেই আহিল ম'বাইলটো তাইৰ।

ৰাতিপুৱা শুই উঠাৰ পাছতে বাজি উঠে ম'বাইলটো।

— হেল্ল'।

— শ্যামন্ত নাই নেকি? সিফালৰ পৰা ভাহি আহে। শ্যামন্তই বিছনাৰ পৰা আও ভাওৰে বুজাই দিয়ে তাইক সি নাই বুলি ক'বলৈ।

— তেওঁ ওলাই গৈছে। তাই বাধ্যত পৰি মিছা মাতে।

— আপুনি কোন?

— মই তেঁওঁৰ মিচেছ!

— তেওঁ আহিলে এই নম্বৰটোত কল কৰিব দিব। তেওঁ আজিকালি মোৰ কল ৰিচিভেই নকৰে!

— হ'ব বাৰু! নীলাঞ্জনাই কলটো কাটি দিয়ে।

— ব'ৰ ব'ৰ কৰে মানুহবোৰে। শ্যামন্তই এনেয়ে ক'লে।

— তুমি কল কিয় ৰিচিভ নকৰা!

— ৰিচিভ কৰি কি হ'ব? একো কামত নহা মানুহ।

শ্যামন্ত ষ্টুডিঅ'লৈ ওলাই যোৱাৰ পিছত আকৌ কলটো আহিল।

— শ্যামন্ত?

— নহয় মই তেওঁৰ মিচেছে কৈছো।

— সি ক'লৈ গ'ল?

— তেওঁ ষ্টুডিঅ'লৈ গৈছে।

— বৰ ফাল্টু মানুহহে।

কথাষাৰ শুনি শ্বক্‌ড হৈ গ'ল নীলাঞ্জনা। এনে এষাৰ কথা শুনিবলৈ তাই প্ৰস্তুত নাছিল।

— কি হৈছে কওঁকচোন। থোকাথুকি মাতেৰে সুধিলে তাই।

— যোৱা ডেৰবছৰ হ'ল— কেছেট নাই— টকাও নাই। ফোন কৰিলে দুনীয়াৰ

মিছা কথাবোৰ কয়। আজিকালিতো ফোন ৰিচিভেই নকৰে। মই কিন্তু পুলিচক খবৰ দিম!

— তেওঁক ক'ম বাৰু মই! নীলাঞ্জনাই কলটো কাটিলে।

কিবোৰ যে ঘটিব ধৰিছে! কিয় এনেকুৱা কৰিছে শ্যামন্তই। তাইক বিয়া কৰাই সি সমস্যাত পৰিছে নেকি?

০ ০ ০

ৰাতি শ্যামন্ত অহাৰ পিছত তাই কথাটো উলিয়ালে।

— তুমি কেছেটৰ কামটো শেষ কৰি নিদিয়া কিয়?

— নকৰো। তেনে মানুহৰ কাম মই নকৰো।

— পইচা কিয় আনিছিলা তেনেহ'লে?

— ইমান কম পইচাৰে কাম হয় নেকি?

— আৰু পইচা লাগে বুলি ক'ব লাগিছিল।

— কৈছিলো, দিব নোৱাৰে বুলি ক'লে। ইমান খৰচী কাম একলাখ টকাৰে কৰিব পাৰি নেকি?

— কিন্তু মানুহজনে যে পুলিচত কেছ দিম বুলি কৈছে। মোৰ ভয় লাগিছে।

— মই এইবোৰ খাটিৰ নকৰো।

— এটা কাম নকৰা কিয়?

— কি?

— পইচাবোৰ ঘূৰাই দিয়াৰ ব্যৱস্থা নকৰা কিয়?

নীলাঞ্জনাই লাহেকৈ ক'লে।

— ইমান টকা ক'ৰ পৰা দিম? কামতো নকৰা নহয়। সব খৰচ হৈ গৈছে।

শ্যামন্তৰ কথাটো শুনি নীলাঞ্জনাৰ টেনচন বাঢ়ি গ'ল।

কি কৰা যায়!

ৰাতি শুই থাকোতে বাৰমান বজাত আকৌ মোবাইলটো বাজি উঠিল।

— কোন? শ্যামন্তই টোপনিৰ পৰা সুধিলে।

— সেই মানুহজনৰ ফোন।

— ৰিচিভ নকৰিবা।

কেবাবাৰো বাজি বাজি মোবাইলটো নবজা হ'ল। মোবাইলটো এতিয়া তাইৰ বাবে আতংক হৈ পৰিছে। ৰাতিপুৱা আকৌ ফোন কৰিব মানুহজনে! কি কৰা যাব! ৰাতি টোপনি নাহিল নীলাঞ্জনাৰ। শ্যামন্তই কিন্তু নাক বজাই শুলে। এই

পুৰুষবোৰ একো কথাই চিৰিয়াচলি নলয়। শ্যামন্তই মোবাইলটো লগত নৰখাৰ কাৰণ তাই এতিয়াহে বুজি পালে।

ৰাতিপুৱা শুই উঠি তাই মোবাইলটো অফ কৰিব বুলি ভাবিলে। কিন্তু তেনে কৰিলে মানুহজনে আকৌ কথাটো বেলেগকৈ ভাবিব পাৰে। পলোৱা বুলি ভাবিব পাৰে। অথচ কলটো ৰিচিভ কৰাৰ সাহসো তাইৰ নাইকিয়া হৈ গৈছে। কিমান আৰু মিছা ক'ব?

ন মান বজাত শ্যামন্ত ওলাই গ'ল। এসময়ত দেৱতা বুলি ভবা মানুহজনক তাই যেন লাহে লাহে নিচিনা হ'ব ধৰিছে। কথাও কমকৈ কয় আজিকালি শ্যামন্তই।

অৱধাৰিতভাৱেই ফোনটো বাজি উঠিল। তাইৰো বুকুখন ঢপ্‌ঢপাই উঠিল। টেবুলৰ ওপৰত পৰি ৰি-ৰিয়াই বাজি থকা ফোনটো ধৰিবলৈ গৈ তাইৰ হাতখন যেন জঠৰ হৈ পৰিছে।

— হেল্ল'।

— কালি ৰাতি ইমান ফোন কৰিলো— নধৰিলে যে। আৰু ই শ্যামন্ত কি ঘৰলৈ নাহেই নেকি? কিমান দিন আপোনাক ক'লো— আপুনি তাক ফোনটো কৰিবলৈ ক'ব পৰা নাই। মই কিন্তু আপোনালোকৰ মিছা কথাবোৰ সহ্য নকৰো। ফ'ৰ টুৱেণ্টি কেছ দিম। তেতিয়া দুয়োজন ফচি মৰিব। জেলৰ ভাত খাব লাগিব। ইমান বেইমানী বেয়া কথা। আপুনি তিৰোতা হৈ এইবোৰত সহযোগ কৰাটো ভাল হোৱা নাই।

উচ্চস্বৰত মানুহজনে পৰা গালিবোৰ তাইৰ কাণেদি সোমোৱা নাই। তাইৰ চকুৰেদি ধাৰাসাৰ পানী ওলাইছে। অপমানৰ জল। কি কৰিব তাই এতিয়া! শ্যামন্তইচোন কথাটোত গুৰুত্বই দিয়া নাই।

তাই আলনাডালৰ পৰা শাৰী এখন টান মাৰি আনিলে। শাৰীখন পিন্ধোতে তাইৰ পাঁচ মিনিটো নালাগিল। তাৰ পিছত তাই দৰ্জাত তলা লগালে।

নীলাঞ্জনাক ষ্টুডিঅ'ত দেখি ৰিচিপচনত থকা ল'ৰাজনে আথেবেথে আদৰি নিলে— বৌ আহক, আহক।

— শ্যামন্ত দা আছে?

— অ, ভিতৰতে আছে।

তাই প্ৰকাণ্ড দুৱাৰখন খুলি ভিতৰলৈ সোমাই গ'ল। তাই বাগৰি পৰিব খুজিছিল নেকি? তাই সম্বিৎ হেৰুৱাই পেলাইছিল নেকি?

কিয়?

এয়া কি দেখিছে তাই? ষ্টুডিঅ'ৰ ভিতৰৰ কোঠা এটাত মদৰ বটল লৈ চাৰিজনমান বহি আছে। খুব স্ফূৰ্তি তামাচা কৰিছে আটাইকেইজনে। গ্লাচৰ মাজেৰে নেদেখিলে সিহঁতে নীলাঞ্জনাক। হাঁহি হাঁহি শ্যামন্তই গিলাচৰ পৰা খাই আছে ৰঙচুৱা জলভাগ।

তাত এখন্তেক ৰোৱাৰ আৱশ্যকতা তাই অনুভৱ নকৰিলে। উছাৎ মাৰি তাই ওলাই আহিল। কেনেদৰে যে তাই বাছষ্টেণ্ড পালেহি গমেই নাপালে।

তায়ো যেন মদ খাইহে উভতিছে ভাৰাঘৰলৈ— তেনেকুৱা খোজেৰে আহি তাই ভাৰাঘৰৰ দৰ্জা খুলিলে। কি কৰিব তাই এতিয়া— হাঁহিব নে কান্দিব? কিয় এনেকুৱা হ'ল শ্যামন্ত? কিয় তাই, তাইৰ প্ৰেমেৰে বান্ধি ৰাখিব পৰা নাই তাক?

উদাসভাৱে বিছনাত পৰি থাকিল তাই। একো এটা খাবলৈ মন নগ'ল।

o o o

জীৱনৰ আটাইতকৈ দুখৰ দিন— আজিৰ দিনটো নীলাঞ্জনাৰ বাবে।

ৰাতি ভীষণ কাজিয়া হ'ল দুয়োৰে। ষ্টুডিঅ'ত শ্যামন্তই গৈ কি কৰি থাকে সেই কথা তাই ডিটেলচ কৈ দিয়াৰ লগে লগে সি জাঙুৰ খাই উঠিল।

— তুমি মোৰ পত্নী। মোৰ কাম কাজৰ পৰিদৰ্শকো নহয়, চকিদাৰো নহয়। ষ্টুডিঅ'লৈ কাক সুধি গৈছিলা? হা?

— অ' সঁচা কথা কোৱা বাবে এতিয়া লাজ পাইছা? কাম থকা বুলি ওলাই গৈ মদসোপা খাই থাকিবা ভৰদুপৰীয়া। ইফালে মানুহৰ গালি সোপা শুনিম মই। গালিবোৰ শুনিবৰ সময়ত মই পত্নী?

— পত্নী হৈ থাকিবলৈ মন নাই যদি গুচি যা।

ওলাই যা।

আজি আছিল নীলাঞ্জনাৰ জীৱনৰ আটাইতকৈ দুখৰ দিন।

শ্যামন্তই যে এনেদৰে গৰ্জি উঠিব তাই ভাবিবই পৰা নাছিল। অকল সিমানতে ক্ষান্ত থকা হ'লেও তাই অলপ সান্ত্বনা পালেহেঁতেন। তাইক অবাক কৰি তাইৰ পেটত তীব্ৰভাৱে জোতাৰে গুৰিয়াইছিল সি। বিছনাৰ চুকতে বাগৰি পৰিছিল তাই। অসহ্য পেটৰ বিষত চট্‌ফটাই আছিল তাই। দুহাতেৰে পেটটো খামুচি ধৰিছিল তাই। পেটৰ যন্ত্ৰণাতকৈ অধিক হৈছিল মনৰ যন্ত্ৰণা। প্ৰিয় মানুহৰ পৰা পোৱা যন্ত্ৰণাৰ এই উপহাৰে মানুহক কন্দুৱাব নোৱাৰে— হত্যা কৰি পেলায়।

(৪)

তিনিদিন মাতবোল নাই শ্যামন্ত আৰু নীলাঞ্জনাৰ। সি মাতিবলৈ চেলু বিচাৰি ফুৰিছে। তাই মুঠেও গুৰুত্ব দিয়া নাই। জীৱনত বহুত আঘাত পাইছে তাই— কিন্তু শ্যামন্তই দিয়া এই আঘাত সকলোতকৈ ওপৰত। এই আঘাতেই তাইক অবৰ্ণনীয় মানসিক কষ্ট দিছে। চকুপানী তাই ৰাখিব পৰা নাই। একেটা ঘৰৰ ভিতৰত দুজন মানুহ এনেদৰে মাতবোল বন্ধ কৰি থকাটো কিমান অসহ্যকৰ কথা। তাইৰ কিন্তু শ্যামন্তক মাতিবলৈ অকণো মন যোৱা নাই। তিনিদিন তাই একো খোৱা নাই। পানীত বাদে। শৰীৰ একেবাৰে দুৰ্বল হৈ পৰিছে। থিয় দিয়াৰ শক্তিকণো নাই। কিবা এটা খাবলৈ তাইৰ বৰ মন গ'ল। কিনো খাব? চাউল, দাইলত বাদে একো নাই ঘৰত। কোনো মতে উঠি গৈ তাই কিচ্চেন পালে। চচপেনটোত পানী উতলিবলৈ দিলে। তাৰ পিছত, চাহপাত, চেনী, গাখীৰ দি ধুনীয়াকৈ চাহ একাপ বনালে। টেমাবোৰত বিস্কুট আছে নেকি বিচাৰিলে। নাই। বিস্কুটৰ গুৰিবোৰহে আছে। টিভিটো অন কৰি তাই সন্মুখত বহি চাহ খাবলৈ ধৰিলে।

আজিও শ্যামন্তৰ স'তে মাতবোল নকৰাকৈ থাকিবনে? কিমান দিন থাকিব এনেকৈ। নাই, তাক মাতিব পৰাকৈ মানসিকতা সম্প্ৰতি তাইৰ নাই। তাই অলপ অকলে থাকিব বিচাৰিছে। নিজৰ স'তে কথা পাতিব বিচাৰিছে। কিমান শূন্য হৈ গৈছে তাই এই কেইদিনতে। সিতো জোতাৰে গোৰ নমৰাকৈও থাকিব পাৰিলেহেঁতেন? তাইনো কি ভুল কৰিছিল? তাক গৈ মদ খাই থাকোতে ধৰা পেলাইছিল ষ্টুডিঅ'ত। তাতে সি ইমান খং খাব লাগেনে? তাইৰ শৰীৰত হাত তুলিব পাৰিলে সি। কাৰোবাৰ গাত হাত তোলাটো অপমানজনক— নীলাঞ্জনাই তেনেকৈয়ে ভাবি আহিছে। অথচ তায়েই ভুক্তভোগী হ'ল। তাকো নিজৰ প্ৰিয় মানুহজনৰ হাতত।

নাই, তাই নামাতে শ্যামন্তক। সি সম্পূৰ্ণ সলনি নোহোৱালৈকে নামাতে। দৰকাৰ হ'লে তাই মৈত্ৰেয়ীৰ ওচৰলৈ গুচি যাব। কিন্তু কি বুলি যাব? মৈত্ৰেয়ীৰ বোজা হ'বলৈ? যদি আৰু কোনোদিন শ্যামন্তই তাইক আনিবলৈ নাযায়? তেতিয়া কি কৰিব তাই? শ্যামন্তইতো তাইৰ শেষ আশ্ৰয়। খঙত মাৰিছে মাৰিছে। তাই ক্ষমা কৰি দিব তাক। সিও চাগে মনত আঘাত পাই আছে। ক'ত বা কি খাইছে সি।

০ ০ ০

দৰ্জাত টোকৰ পৰিল। তাই উঠি গৈ খুলি দিলে।

শ্যামন্ত সোমাই আহিল। বজাৰ কৰি আনিছে সি। মোনাখন কিচ্চেনত থ'লে।

— বেয়া পাই আছা নেকি? সিদিনা কি হ'ল মই নিজেই গম নাপালো। চৰী। কেতিয়াও আৰু এনেকুৱা নহয়। তাই একো নামাতিলে।

— একদম চৰী। কি হৈ গ'ল জানো! মাফ কৰি দিয়া। তাই একো নামাতিলে। টি ভি চিৰিয়েল চোৱাত মন দিলে তাই। সি গৈ তাইৰ কাষত বহিল। তাইৰ হাতখন নিজৰ হাতৰ মাজত ল'লে।

— চ'ৰী।

মনটো ফৰকাল ফৰকাল লাগিল নীলাঞ্জনাৰ। ডাৱৰবোৰ আঁতৰিব ধৰিছে। শ্যামন্ত বেয়া হ'ব নোৱাৰে।

ৰাতি শ্যামন্তই বিলাহীৰে মাছ ৰান্ধিলে। আলুপিটিকিলে। বহু দিনৰ মূৰত দুয়ো স্ফূর্তিমতে খালে।

— পৰহি মানলৈ ঘৰলৈ যাম হা! শ্যামন্তই প্ৰস্তাৱ দিলে।

০ ০ ০

— তুমিহে তাক কেনেকৈ চম্ভালিছা জানো! আমিতো তাৰ ওপৰত আশা বাদেই দিছিলো। ঘৰখনক ধাৰৰ উপৰিও ধাৰত পোত খুৱালে সি। এতিয়াও মানুহ আহি থাকে। শাহুৱেকে ক'লে।

— কী ব'ৰ্ড কিনিলে, গীটাৰ কিনিলে— সব ধাৰৰ টকাৰে। মানুহে সেই কী ব'ৰ্ড লৈ নাহিলনে? বুইছা, তাৰ শনি এৰা দিয়া নাই। ওঠৰ বছৰ থাকে শনি মানুহৰ লগত।

কী ব'ৰ্ডখন লৈ গৈছে? শ্যামন্তইচোন নীলাঞ্জনাক কোৱাই নাই! শহুৰেকৰ ঘৰলৈ আহি তাইৰ মূৰটো গৰমহে হৈ গ'ল। অৱশ্যে শহুৰেকৰ ঘৰখন ভাল। তাইক মৰম কৰে। কিন্তু শ্যামন্তক বিশ্বাস নকৰে।

শ্যামন্ত কি দায়িত্বহীন পুত্ৰ? শ্যামন্ত জুৱাৰী? শ্যামন্ত ধৰুৱা? শ্যামন্ত উতনুৱা? শ্যামন্ত ফাল্টু? নীলাঞ্জনাৰ মন ভাগি যায়।

০ ০ ০

বিয়া হোৱাৰ কিমান বছৰ হ'ল? — তিনি বছৰ।

নাই, নীলাঞ্জনাই বুজি গৈছে ইতিমধ্যে— জীৱন তাইৰ বাবে সহজ নহয়। সৰল ৰেখা নহয়। তাই ভবা মানুহজন শ্যামন্ত নহয়। তাই বিচৰা মানুহজন শ্যামন্ত নহয়। শ্যামন্ত কি তাই আজিলৈকে বুজিব পৰা নাই। শ্যামন্ত আজিকালি কেতিয়াবা ৰাতি নাহে। কেতিয়াবা কয় সি গৈ নিজৰ ঘৰত আছে। শ্যামন্তই সংগীতৰ কি কাম কৰে তাই নাজানে। অথচ সকলোৱে কয় শ্যামন্তৰ প্ৰতিভা আছে। কিন্তু তাৰ স্থিৰতা নাই। তাৰ লক্ষ্য নাই। কষ্ট কৰাৰ মানসিকতা নাই। সহজভাৱে লাগে সকলো তাক— টকা

লাগে, খ্যাতি লাগে। ঋণ লৈ ঘি খোৱা মানুহ সি। ঋণ লৈ মদ খোৱা মানুহ সি।

সেইবুলি তাক জানো এৰি দিব তাই? তাইৰ আটাইতকৈ বিপদৰ দিনবোৰতে জানো সি তাইলৈ সহায়ৰ হাত আগবঢ়াই দি তাইক আত্মহত্যাৰ পৰা বিৰত ৰখা নাছিল?

সি নথকা হ'লে তাই নিৰ্ঘাত আত্মহত্যা কৰিব লাগিলহেঁতেন। শ্যামন্ত ঠিক হ'ব— এই কামনাকে কৰে তাই। প্ৰাৰ্থনা কৰে।

নহ'লে জানো ধাৰ মাৰিবলৈ মামাকহঁতে বিয়াৰ নামত দিয়া সোণৰ গহনাখিনি তাৰ হাতত তুলি দিয়ে? আজি কি আছে তাইৰ?

শ্যামন্তৰ কাম কাজত মন নাই। সি এলেহুৱা। সি কামচোৰ। সি ধদুৱা। মাক-ককায়েকহঁতে তাক এৰি দিছে— যি কৰে কৰক। কিন্তু তাইতো এৰি দিব নোৱাৰে। তাইৰ ভৱিষ্যত সাঙোৰ খাই আছে তাৰ লগত।

কি কৰা যায়? তাই ভাবি নাপায়। সি নিৰ্বিকাৰ। স্কুটাৰ বিক্ৰী গ'ল। মোবাইল বিক্ৰী গ'ল। কী ব'ৰ্ড বিক্ৰী গ'ল। সোণৰ গহণা বিক্ৰী গ'ল। আৰু কি বাকী আছে বিক্ৰী যাবলৈ? তাই নিজে? তাইৰ দেহটো?

কেনেকৈ আহিবলৈ সাহস কৰিলে অংকুৰ গোহাঞিও বোলা ল'ৰাটো? কিয় একো কৰিব নোৱাৰিলে শ্যামন্তই? কি ইমান দুৰ্বলতা তাৰ? কিয় ইমান কাপুৰুষ সি? ঘৃণা। ঘৃণাৰ বাদে কি দিব শ্যামন্তক তাই? নিজৰ প্ৰিয় পুৰুষজনক দিয়া আটাইতকৈ ভয়ংকৰ উপহাৰ— ঘৃণা।

অংকুৰ গোহাঞিও। কেনেকৈ সাহস কৰিলে সি শ্যামন্তক বিচাৰি ভাৰাঘৰ পাবলৈ?

— শ্যামন্তই টকা দহহেজাৰ ধাৰলৈ লৈছিল। বহুত মাহ হ'ল। কিমান দিন ক'লো। পলাই থাকে। আজি বিচাৰি ঘৰ পালো। বেপৰোৱা ভাবে ক'লে অংকুৰে।

— বহকচোন। তেওঁতো ঘৰত নাই।

— জানো। বৰ ফাল্টু সি। অকৰ্মণ্য। বুজাব নোৱাৰে? য'তে ত'তে ধাৰ কৰিব, মদ খাব, কাম নকৰিব— এনেকৈ জীৱন চলে নেকি?

— তেওঁ আহিলে ক'ম বাৰু মই। নীলাঞ্জনা হতবাক হৈ যায়।

— একো কৈ লাভ নাই। মোক আজিয়ে পইচা ঘূৰাই লাগিব।

— কিমান পইচা বাৰু?

— দহ হাজাৰ।

— দহ হাজাৰ টকাটো ঘৰত নাই।

— মোক লাগিবই। পইচা এনেয়ে আহে নেকি?

— আৰু দুদিনমান ধৈৰ্য ধৰক।

— এবছৰ ধৈৰ্য ধৰিলো। আৰু এক মুহূৰ্তও ধৈৰ্য নধৰো।

— কিন্তু? তাই অসহায় হৈ পৰিল।

— আপুনি দিব লাগিব।

— মোৰ লগত ইমান টকা নাই।

— টকা নাথাকিলেও শৰীৰটো নাই জানো। আজিৰ এই দিনটোৰ বাবে শৰীৰটো মোক দিলেই হ'ল। চিন্তা নাই শ্যামন্ত নাহে। এনে কথা, এনে দৃশ্য তাই চিনমো, নাটকতহে দেখিছে। অংকুৰে তাইক জোৰকৈ সাবটি ধৰিলে। অ'ত ত'ত চুমা খালে। আকস্মিক এই কাৰ্যত তাই হতভম্ব হৈ গ'ল। অংকুৰ গোহাঞি দুৰ্দান্ত হৈ উঠিছে।

— এবাৰ, এবাৰ মাত্ৰ এবাৰ। দহ হেজাৰ টকা মোক নালাগে। তোমাক লাগে। অংকুৰে ফোচফোচাই উঠিল। এইজন অংকুৰ— সংগীতৰ মানুহ! এয়া তাৰ চৰিত্ৰ! ক'ৰ পৰা জানো শক্তি পালে তাই— প্ৰচণ্ডভাৱে ঠেলি দিলে তাক। গতিয়াই উলিয়াই দিলে ঘৰৰ পৰা। দৰ্জাখন বন্ধ কৰি তাই ফোপাবলৈ ধৰিলে খণ্ডত, ক্ষোভত, শোকত।

এইজন অংকুৰ গোহাঞি— শ্যামন্তৰ প্ৰিয় বন্ধু! থুই!

০ ০ ০

শ্যামন্ত অহালৈ তাই ৰৈ থাকিল। কাক ক'ব এইবোৰ কথা! জীৱনৰ চক্ৰবেহুত নীলাঞ্জনা!

হাউ হাউকৈ কান্দিবলৈ মন গ'ল নীলাঞ্জনাৰ।

শ্যামন্ত আহিল। তাই লুকঢাক নকৰাকৈ সকলো ক'লে। সি নীৰৱে শুনিলে। কোনো প্ৰতিক্ৰিয়া নাই। লজ্জাবোধ নাই। অপমান নাই। শুনিলে মাত্ৰ সি। তাই আশা কৰাৰ দৰে গৰজি নুঠিল। খণ্ডত দাখন নিবিচাৰিলে। অংকুৰক বিচাৰি ওলাই নগ'ল। —এইবোৰ ঘটিয়েই থাকে- ধাৰণাৰে সি শুই থাকিল।

কাপুৰুষ!

কাপুৰুষ!

শ্যামন্ত কাপুৰুষ!

নীলাঞ্জনা পাগলী হৈ যাব নেকি?

০ ০ ০

(৫)

এইবোৰেই লিখা আছিল নেকি তাইৰ জীৱনত?

বিল্ডিঙৰ পৰা সৰি পৰোতেই তাই মৰি নগ'ল কিয়? ভৱিষ্যতৰ অনিশ্চয়তাই তাইক খুলি খুলি খাবলৈ ধৰিলে। মৈত্ৰেয়ীক এই কথাবোৰ ক'ব নোৱাৰি। ৰাজেশ দাক তাই মাতি পঠিয়ালে— তাৰ অফিচত ফোন কৰি। সন্ধিয়া ৰাজেশ দা আহিল।

— কি হৈছে তোৰ? থীনাই শুকাই গৈছ যে?

তাই কান্দি কান্দি সকলো কথা ক'লে।

— মই বুজাম ৰ তাক। সি এনেকুৱা কৰিলে হ'ব নেকি?

শ্যামন্ত অহালৈকে ৰ'ল ৰাজেশ দা।

শ্যামন্ত আহিল। কোঠাটো মদৰ গোন্ধেৰে দুৰ্গন্ধময় হৈ উঠিল।

— অ' ৰাজেশ দা। কেতিয়া আহিল?

— মই এইবোৰ কি শুনিছো?

— কি শুনিছে?

— তুমি....

— অ', এইজনীয়ে মিছা কাহিনীবোৰ ক'লে চাগে আপোনাক। এইক বিয়া পাতি মই বৰবাদ হৈ গ'লো ৰাজেশ দা। ভাবিছিলো গৃহলক্ষ্মী আহিব। আহিল শাখিনী। বৰবাদ মই।

ৰাজেশ দাই এফালৰ পৰা কথাবোৰ সুধি গ'ল তাক।

— আৰে, আপোনাক উত্তৰ দিবলৈ আপুনি মোৰ কোন হয়?

এইবিলাক গিৰিয়েক ঘৈণীয়েকৰ মাজৰ মাম্‌লা। আপুনি নোসোমাব।

দুৰ্বাদল তৰ্কাতৰ্কি।

অপমানিত হৈ গুচি গ'ল ৰাজেশ দা।

এইবাৰ বেছি হিংস্ৰ হৈ উঠিল শ্যামন্ত।

—বাহিৰৰ পৰা গিৰিয়েৰবোৰক মাতি আনি লীলা কৰিছ ৰুমত? কিমান পইচা পাইছ? মোৰ বন্ধুৱে হাত দিলে তোৰ ইজ্জত যায়? সতী হৈ পৰ? হা?

শ্যামন্তই গুৰিয়াবলৈ ধৰিলে তাইক। সহ্য কৰি গ'ল নীলাঞ্জনাই।

সহনশীলতাৰ নামেই যে নীলাঞ্জনা!

০ ০ ০

আৰ্থিক অনাটনে জুৰুলা কৰি পেলালে নীলাঞ্জনাক। এতিয়া আৰু আগৰ দৰে শ্যামন্তক কোনেও টকা ধাৰলৈ নিদিয়ে। দিনে দিনে তাৰ মদৰ পৰিমাণ বাঢ়ি গৈছে। মদ খাবলৈ নাপালে সি পাগল হৈ যায়। নৃশংস হৈ পৰে। ঘৰত আৰু বিকিবলৈ বস্তু নাই। কি কৰা যায়? ৰাজেশদাকো পইচা খুজিবলৈ মনে নকয়। শ্যামন্ত নামৰ সুঠাম

মানুহজন খীনাই গৈছে। মুখখন ফুলি গৈছে। দেখিলেই তাইৰ দুখ লাগে। বুকুখন হুমহুমায়।

কিয় হয় তাইৰ লগত এনেকুৱা? কেৱল তাইৰ লগত। বিছনাত শুই শুই শ্যামন্তই টিভি চাই থাকে। আগৰদৰে ষ্টুডিঅ'লৈ ওলাই নাযায়। এপাক ওলায় সন্ধিয়া মদ বিচাৰি।

০ ০ ০

নীলাঞ্জনাক কাম এটা লাগে। নহ'লে নাখাই মৰিব লাগিব। কিন্তু তাইৰ সামান্য পঢ়া-শুনাৰে ক'তনো পাব চাকৰি। শ্যামন্তৰ কাৰণেই আজিকালি ৰাজেশ দা নাহে। তায়ে যাব লাগিব ৰাজেশদাৰ ওচৰলৈ।

তাই ওলাই গৈ ৰাজেশ দালৈ ফোন কৰিলে— ওচৰৰ পি চি অ' এটাৰ পৰা। তাইৰ বেগটোত আছে মাত্ৰ দহ টকা। দুটকা যাব ফোনটোত। আঠ টকাৰে তাই ৰাজেশ দাৰ ওচৰলৈ যাবও লাগিব উভতি আহিবও লাগিব।

ৰাজেশ দাৰ অফিচত ফোনটো লাগিল। সিমূৰৰ পৰা ক'লে ৰাদেশ দা আবেলি তিনিটাতহে অফিচলৈ আহিব। তাই পি চি অ'ত থকা ঘড়ীটোলৈ চালে— এঘাৰটা বাজিছেহে!

আকৌ তাই ভাৰাঘৰলৈ উভতি আহিল। আহি থাকোতে ভাবিলে— জীৱনত তাইতো কোনো দিনে একো বেছিকৈ বিচৰা নাই। ডাঙৰ সপোনো দেখা নাই। বহুত আশাও কৰা নাই। তাই মাথোঁ বিচাৰিছে মানসিক শান্তি; এধানি সঁচা ভালপোৱা, অলপ আশ্ৰয় আৰু নিৰাপত্তা। সেইখিনি পাবলৈও তাই যোগ্য নহয়নে! যেনেকৈ মানুহে ডাষ্টবিনলৈ বেয়া বস্তুবোৰ দলিয়ায়— তাইলৈও কেৱল দুখবোৰকে দলিয়াইছে নেকি? কথাবোৰ ভাবি ভাবি তাই ৰুম পালেহি।

শ্যামন্ত শুইয়ে আছে। যি কৰে কৰক সি। তাৰ প্ৰতি আগ্ৰহ হেৰুৱাই পেলাইছে তাই।

অস্বস্তিকৰভাৱে তাই বহি থাকিল বিছনাখনতে। আগতে তাই এনেকুৱা সময়বোৰত কিতাপ পঢ়ি ভাল পাইছিল। এতিয়া কিতাপ পঢ়াৰ মনটোও নাইকিয়া হৈছে। এই কোঠাটোৰ বাহিৰত থাকিব পাৰিলে তাই সুখী হ'ব। এনে এজন মানুহক সম্মুখত ৰাখি তাই জীয়াই থাকিব নোৱাৰে।

— মোক কিয় এনে অৱস্থালৈ ঠেলি দিলা দেৱলীনা? কিয় কিয় কিয়? ক্ষোভত চিঞৰিবলৈ মন যায় নীলাঞ্জনাৰ।

০ ০ ০

ৰাজেশ দাৰ অফিচৰ ৰিচিপচনত তাই বহি আছে। ৰিচিপচনিষ্ট গৰাকীয়ে ফোন লগালে ভিতৰলৈ।

— ...আপোনাক বিচাৰিছিল। ...অ' কি নাম আপোনাৰ?

— নীলাঞ্জনা।

— হয় নীলাঞ্জনা... আপোনাক বিচাৰিছিল। তেওঁ ফোনটো থৈ দিলে। অলপ পিছতে আহি পালে ৰাজেশ দা।

— তই? কি হ'ল কচোন।

তাই বুজাই ক'লে তাইৰ সমস্যাটো।

— চাকৰি এটা পোৱা ইমান সহজ নহয়। তথাপি মই বিচাৰিম। তই ফোন কৰি থাকিবি।

কেন্টিনত কিবা কিবি খুৱাই পঠিয়াই দিলে সি নীলাঞ্জনাক।

(৬)

ভগৱানক প্ৰাৰ্থনা কৰিলে তাই— ক'ৰবাত হ'লেও কাম এটা পায় যেন। যদি কাম নাপায় কি কৰিব তাই? তাই যদি ইতিবাচক ভাবিব খোজে লগে লগে নেতিবাচক ভাবনাটোও আহি যায়। লগে লগে তাই কলেজৰ দিনৰ কথাবোৰ ভাবে— এভৰিথিং পজিটিভ- নাথিং নিগেটিভ। বি পজিটিভ, বি পজিটিভ- নিজকে কয় নীলাঞ্জনাই।

আজি তাইৰ টকাৰ প্ৰয়োজন হৈছিল। ভাবিছিল ৰাজেশ দাক ক'ব— ৰাজেশ দা পাঁচশ টকা দিয়ক। নহ'লে লঘোন পৰিম। নাই, সেই সময়ত তাইৰ আপদীয়া ইগোটোৱে বাট ভেটি ধৰিলে। এই ক'ব খোজে— এই ক'ব নোৱাৰে। বহুবাৰ ক'ব খুজিছিল। শেষত নোকোৱাকৈ উভতি আহিল। বেগত মাত্ৰ চিটিবাছৰ ভাড়াটো। জীৱনৰ সকলো শৃংখল ভাঙি যাব খুজিছে আজি।

ৰাজেশ দাই প্ৰায়ে কৈছিল তাইক আৰু মৈত্ৰেয়ীক— দেউতাৰৰ সম্পত্তিৰ ভাগ দুয়ো পাবি। লৈ ল'।

দুয়ো কিন্তু ভীষণ জেদী তেতিয়া। নিজৰ ভৰিৰ ওপৰত থিয় দি দেখুৱাই দিব! দেউতাকৰ অনুগ্ৰহ নালাগে।

আজি কিন্তু নীলাঞ্জনাই অনুভৱ কৰিলে— টকাৰ বহুত প্ৰয়োজন। কলেজীয়া দিনবোৰত যেন তেন। সংসাৰ কৰাৰ পিছত টকা নহ'লে নচলে।

আকাংক্ষাৰ ঘৰলৈ গৈ সেই বিশেষ ৰাতিটোত যি ঐশ্বৰ্য বিভূতি দেখিছিল তায়ো সপোন দেখিছিল— ভৱিষ্যতে তায়ো তেনে এখন ঘৰৰ গৰাকী হ'ব। বৰ্ণোজ্জ্বল হৈ জিলিকি থাকিব সেই ঘৰ! মৰমিয়াল হাজবেণ্ড থাকিব। দুটা দুষ্ট শিশু থাকিব। কত

সপোন দেখিছিল সেই ৰাতি তাই। বাকীবোৰ তেতিয়া বীয়েৰ খাই বেহুঁচ।

মানুহৰ জীৱনটো অপ্ৰাপ্তিৰ যোগফল।

এন্ধাৰত বুৰ গৈ থকা এগচি চাকি। অতবোৰ তমসা মচিবলৈ সেইকণ পোহৰ বৰ নিঃকিন।

তাই গেলামালৰ দোকানখনৰ সমুখত ৰ'ল। দিবনে বাকীত চাউল, দালি? পাৰিবনে ক'ব তাই— দাদা, আজি বাকীত দিয়ক। তাতকৈ লঘোনে থকাটোৱে ভাল হ'ব। তাইক দেখি দোকানীজনে নিজেই মাতিলে।

— অ' বাইদেউ, আহক আহক। বাহিৰত কি কৰিছে। তাই ভালেই পালে। ভিতৰ সোমাই গ'ল।

— দুমাহ হ'ল বাকীৰ পইচাখিনি দিম বুলি শ্যামন্ত দাই নিদিলে। এনেকৈ পইচা সোমাই থাকিলে বৰ অসুবিধা হয়। সৰু দোকান। লগ পালে সদায় দিম বুলি কয়। কি মানুহহে।

বস্তু জুখি জুখি দোকানীজনে ক'লে।

— বেমাৰ-আজাৰৰ নামতে বহুত খৰচ হ'ল বুজিছে। এইবাৰ পইচা পালে ময়েই দিম। আজি চাউল, দাইল আৰু আলু লাগিছিল। তাই আড়ষ্ট কণ্ঠেৰে ক'লে। নিয়মমতে দিব নালাগে। নিদিও বুলিয়ে ভাবিছিলো। আপুনি আহিল যেতিয়া দিম বাৰু। পইচা কিন্তু সোনকালে দিব। দোকানীজনে ক'লে।

— কিমান লাগিব?

তাই জোখবোৰ কৈ গ'ল। দোকানীজনে বান্ধি দিলে। পলিথিনৰ ঠোঙা এটাত চাউল, দাইল, আলু লৈ তাই ৰুমলৈ খোজ ললে।

কিমানলৈ নামিব লাগিব আৰু? কিমান সৰু হ'ব লাগিব? কিমানৰ কথা শুনিব লাগিব? দোকানীজনৰ আগত কিমান লাজ পাইছে তাই!

ফাট মেলা বসুমতী পাতালে লুকাও যেন লাগিছিল। কিন্তু শিকিছে তাই— লাজ কৰিলে নহ'ব। মুখামুখি হ'ব লাগিব। পলালে নহ'ব। মুখামুখি হ'ব লাগিব। এতিয়াহে তাইৰ আচল যুদ্ধ আৰম্ভ হৈছে।

জিকিবনে যুদ্ধত তাই।

০ ০ ০

সপ্তাহটোত দুদিনকৈ ফোন কৰিলে ৰাজেশ দাক তাই। নাই, ৰাজেশ দাই একো খবৰ পোৱা নাই চাকৰিৰ। শ্যামন্তৰ মদৰ পৰিমান বাঢ়িছে। কিমান বুজাইছে তাই। নাই, সি একো নামাতে। তাৰ ঘৰতো তাই ফোন কৰি কথাটো জনালে। তাৰ ককায়েক-

নবৌয়েককো জনালে। সকলোৱে ক'লে— 'কি কৰিবা। ঘৰৰ কথা শুনিলেহে সি! ঘৰখন শেষ কৰিলে। তাৰ বাবে ধাৰত পোত গ'লো। কী ব'ৰ্ড কিনি দিলো, গীটাৰ কিনি দিলো— গানকে কৰক। সেইবোৰো নকৰিলো। কি কৰিবা তাক। এতিয়া তোমাৰ ওপৰতে সকলো নিৰ্ভৰ কৰিছে। নিজৰ পুতেকক নিজৰ ভায়েকক এনেদৰে এৰি দিছিল তাৰ নিজৰে ঘৰখনে— তিলতিলকৈ মৰিবলৈ।

তাই দিনবোৰ গনি আছিল। ৰাজেশদাৰ ওচৰলৈ যাবলৈ কিমানদিন হ'ল? তেৰদিন। ফোন এটা কৰিব নেকি? কৰাটো উচিত হ'ব। পিচিঅ'লৈ গৈ তাই ফোনটো লগালে।

ৰাজেশ দাই ক'লে— ৰ কাম এটা আছে। নাৰ্চিংহোম এখনত ৰিচিপচনিষ্টৰ কাম। দৰমহা চাৰিহাজাৰমান দিব। নীলাঞ্জনাই হাততে সৰগ ঢুকি পোৱা যেন পালে।

০ ০ ০

ৰাজেশদা গণেশগুৰিত বৈ আছিল। তাই পোন্ধৰ মিনিটমান দেৰীকৈ গৈ পালে। ৰাজেশদাই তাইক নাৰ্চিংহোমৰ মেনেজিং ডিৰেক্টৰৰ ওচৰলৈ লৈ গ'ল। ৰাজেশদাৰ চিনাকি। মানুহজন বয়োজ্যেষ্ঠ। তেওঁৰ পত্নীও ডাক্তৰ। মানুহজনৰ চাৱনিটোহে তাইৰ ভাল নালাগিল। বয়োজ্যেষ্ঠ হ'লেও তেঁৱো এজন পুৰুষ। তেওঁৰ বাবে নীলাঞ্জনাও এগৰাকী নাৰী। এজন পুৰুষৰ বাবে নাৰী কি— কামনাৰ ডাষ্টবিন। নীলাঞ্জনাই সকলো বুজি পায়। তথাপি তাইক চাকৰি এটাৰ খুবেই প্ৰয়োজন। বাকীবোৰ পিছত দেখা যাব। মানুহজনে কিবা কিবি সুধিলে।

— বায়'ডাটা আনিছা?

তাই বায়'ডাটাখন বেগৰ পৰা উলিয়াই দিলে।

— অ', ৰিজাল্ট ভালেই দেখিছো। বায়'ডাটাখন চাই ক'লে মানুহজনে।

— ঠিক আছে। ৰাজেশেও কৈছে যেতিয়া— তুমি অহা মাহৰ এক তাৰিখৰ পৰা কামলৈ আহিবা।

০ ০ ০

এক তাৰিখ।

যেন তাই জীৱনত প্ৰথমবাৰৰ বাবে কিবা এটা পৰীক্ষাহে দিবলৈ গৈছে। নতুনকৈ কিনা মেখেলা চাদৰযোৰ পিন্ধি তাই ওলাই গ'ল নাৰ্চিংহোমলৈ। মেখেলা চাদৰ ৰিচিপচনিষ্টৰ ইউনিফৰ্ম। তাই গৈ ৰিচিপচনৰ হেডজনক লগ কৰিলে। মানুহজনে তাইক ডিউটি ক'ত হ'ব বুজাই দিলে।

ফাৰ্ষ্ট ফ্ল'ৰত তাইৰ ডিউটি।

চাৰি মহলীয়া নাৰ্চিংহোমখনত মুঠতে তেৰজনীমান ৰিচিপচনিষ্ট— একে সময়তে ডিউটি কৰা। চিফট্‌লৈ আৰু ৰিচিপচনিষ্ট আছে। ফাৰ্ষ্ট ফ্ল’ৰত দুজনী ৰিচিপচনিষ্ট বহি আছিলেই। তত্ত্বৱধায়কজনে তাইক সেই দুজনীৰ লগত চিনাকি কৰাই দিলে। বয়সত নীলাঞ্জনাতকৈ ডাঙৰ। জাহ্নবী আৰু লতিকা।

দুয়োজনীয়ে তাইক বিশেষ এটা গুৰুত্ব নিদিলে। নাম-ঠিকনা সুধি দুয়োজনীয়ে আড্ডা মৰাত ব্যস্ত হ’ল। মাজে মাজে ফোন আহে। কিবা বুজাই কয়। পেচেণ্টৰ ৰখীয়াবোৰ আহে। কিবা কিবি সোধে।

এবাৰ দীঘলকৈ ফোনটো বাজি উঠিল।

— ধৰা ফোনটো। জাহ্নবীয়ে তাইক নিৰ্দেশৰ সুৰত ক’লে।

— হেল্ল’! হয়, কওঁকচোন... জাহ্নবী বা, ডাঃ বৰদলৈ আহিছেনে? নীলাঞ্জনাই ফোনটো মুখৰ পৰা আঁতৰাই সুধিলে।

— চাও দিয়া! জাহ্নবীয়ে ফোনটো কাঢ়ি নিলে।

— হেল্ল’, ডাঃ বৰদলৈক তিনি বজাৰ পিছত পাব। থাৰ্ড ফ্ল’ৰ চাইল্ড কেয়াৰত। জাহ্নবীয়ে ফৰফৰাই কৈ গ’ল।

নীলাঞ্জনা নাৰ্ভাচ হৈ বহি থাকিল। হোষ্টেলৰ প্ৰথম ৰাতিটোৰ দৰেই আজিৰ দিনটো!

আঠঘণ্টাৰ ডিউটি কেতিয়া যে শেষ হ’ব!

০ ০ ০

এক তাৰিখ।

সদায়ে মনত থাকিব তাইৰ। কি যে বিৰক্তিকৰ— কি যে নোযোৱা সময় আছিল— দিনটো।

তাৰ পিছত অৱশ্যে সহজ হৈছিল তাই। সব আও ভাও পোৱা হৈছিল। সহজভাৱে ক’ব পৰা হৈছিল— আপুনি থাৰ্ড ফ্ল’ৰলৈ যাওক। দুশ পঞ্চলিছ নম্বৰ ৰুম। টু ফ’ৰ ফাইভ।

কৰি ভাল নলগা এটা কাম। অথচ নকৰি উপায় নাই। ঘৰ ভাড়া, বজাৰ সমাৰ— দৰমহাৰ টকা কেইটাৰে চলি যায় কোনোমতে।

শ্যামন্তই বেয়া পোৱা নাই— তাই কামটো পোৱাত। তাৰ দায়িত্ব এতিয়া শূন্য হৈ গৈছে।

— চাও দুশ টকা দিয়াচোন। সহজভাৱে সি খুজি দিয়ে নীলাঞ্জনাক।

— কি কৰা?

— যি কৰো কৰিম। দুশ টকা লাগে।

তাইৰ বেগৰ পৰা পইচা চুৰি কৰিও কমৰ পৰা দিনটোৰ বাবে উধাও হয় সি।

— কিবা এটা নকৰা কিয়? গানৰ কামতে লাগা।

— কী ব'ৰ্ড নহ'লে কেনেকৈ গানৰ কাম কৰিম?

— কিমান পৰে কী ব'ৰ্ডত?

— চল্লিছ হাজাৰমান হ'ব।

নাই, ইমান টকা একেলগে— নাই তাই ভাবিবই নোৱাৰে।

আজিকালি দৈহিক দূৰত্বও বাঢ়িছে দুয়োৰে। প্ৰেম নাথাকিলে দৈহিক সম্পৰ্কবোৰ ঘৃণনীয় লাগে। আদৰৰ হাতখন নাই শ্যামন্তৰ— আজিকালি। প্ৰেমৰ ভোগজৰাৰে পূৰ্ণ ওঁঠ দুটা নাই।

শ্যামন্ত এটা নৰকংকাল।

অথচ তাইৰ কিমান সপোন আছিল— এটা বাচ্চা থাকিব তাইৰ। বুকুৰ মাজত লৈ ওমলাব। স্কুললৈ লৈ যাব। নাই, সেই কথা ভাবিবলৈ বাদ দিছে তাই। নিজকে কঢ়িয়াব নোৱাৰা হৈছে তাই। আৰু এটি দেৱশিশুৰ ভৱিষ্যতহীনতাক তাই মানি ল'ব নোৱাৰে!

মাতৃত্ব য'ত নাৰীৰ পূৰ্ণতা— তাত তাই বিচৰা নাই মাক হ'বলৈ। সন্তান জন্ম দিয়াটো তাইৰ বাবে পাপ হ'ব!

০ ০ ০

আঢ়ৈটা বছৰ কেনেদৰে গ'ল তাই গমকে নাপালে। সিদিনাহে যেন নিখিলেশে তাইৰ ওচৰলৈ কবিতা বিচাৰি আহিছিল! সিদিনাহে যেন স্মৃতিৰ স'তে কবিতাৰ কথা পাতিছিল! অথচ বহুদিন হ'ল! আঢ়ৈ বছৰ কম সময় নহয়।

ক'ত আছে গৰিমা? ক'ত আছে মণিকা? আকৌ কাৰ ওচৰলৈ কবিতা বিচাৰি গৈছে নিখিলেশ?

০ ০ ০

নীলাঞ্জনাৰ সপোন এখিলা কাগজৰ দৰে— জুই লাগিলে নিমিষতে পুৰি যায়। ইতিমধ্যে পুৰি গ'ল সপোনবোৰ। ছাইবোৰ সাবটি বহি আছে তাই। সপোনপোৰাৰ দুৰ্গন্ধ লৈ লৈ তাই নিৰ্জন এন্ধাৰত শুই আছে! সাৰ পাবলৈ তাইৰ মন যোৱা নাই।

ৰাতি শ্যামন্ত উভতি অহা নাই। তাই বিশেষ গুৰুত্ব নিদিলে। আছে চাগে কৰবাত। কৰবাত মদ্যপান কৰি! কোনো দুশ্চিন্তা নোলোৱাকৈ শুই থাকিল তাই। শুবলৈ মন গৈছে। সাৰ নোপোৱাকৈ শুবলৈ মন গৈছে!

০ ০ ০

কিন্তু যেতিয়া সাৰ পালে— সেই হৈ-হাল্লা— চিএঞ্ৰ-বাখৰ তাই ভেন্টিলেটৰে চালে— পোহৰ হোৱা নাই। কিহৰ চিএঞ্ৰ-বাখৰ। তাই চকু মুখ মোহাৰি বিছনাত বহিল। ৰাস্তাৰ ফালৰ পৰা আহিছে মানুহৰ চিএঞ্ৰ-বাখৰ— হৈ-হাল্লা!... এম্বুলেন্স! নাৰ্চিংহোম। কোন বা!

পৰিচয়!

ঠিকনা! অনুচ্চ শব্দবোৰ ভাঁহি আহিছে! হঠাৎ তাইৰ মনত কিবা এটা খেলি গ'ল!

০ ০ ০

মীনাক্ষী মেমে কৈছিল— যি হৈ গ'ল হৈ গ'ল। সকলো পাহৰি যোৱা। নতুনকৈ আৰম্ভ কৰা জীৱনটো। সকলো পজিটিভলি লোৱা।

কান্দি কান্দি নীলাঞ্জনাই তাইৰ জীৱনৰ সকলো কথা কৈছিল মীনাক্ষী মেম আৰু প্ৰিন্সিপাল মেডামক।

— বহুত অন্যায় হৈছে তোমাৰ প্ৰতি!

— আমিচোন একো গমেই নাপাওঁ!

— তুমি ক'ব লাগিছিল আমাক!

— এতিয়াও সময় আছে। তুমি মন বান্ধা। এনে ঘটনা কেৱল তোমাৰ জীৱনতে ঘটা বুলি ভাবি নাথাকিবা। আৰু বহু মানুহৰ জীৱনতে এনে অলেখ দুৰ্ভাগ্যজনক ঘটনা ঘটি আছে। তুমি অকলশৰীয়া নহয়।

সাহস পাইছিল নীলাঞ্জনাই। বহুত সাহস পাইছিল।

০ ০ ০

আকৌ আৰম্ভ হৈছিল কলেজীয়া জীৱন। ভাড়া ঘৰৰ পৰা ৰাতিপুৱাই কলেজলৈ ওলাই আহে। আবেলি গৈ ভাত-পানী ৰান্ধি খায়। সন্ধিয়া নাৰ্চিংহোমৰ ডিউটি।

তাই পঢ়িবই লাগিব।

পঢ়ি দেখুৱাব লাগিব।

০ ০ ০

দিনটো ক্লাচ। সন্ধিয়াৰ পৰা নাৰ্চিংহোমত ডিউটি। ৰাতি এম্বুলেন্স এখনে নমাই থৈ যায় ভাড়াঘৰৰ সমুখত। তথাপি মাজে মাজে ভীষণ অকলশৰীয়া অনুভৱ কৰে তাই। শ্যামন্ত যিয়েই নহওক— সি থাকিলে তাই নিৰাপদ অনুভৱ কৰিছিল। এতিয়া

এই কোঠাটোত মাজৰাতি সাৰ পাই তাই যেন শ্যামন্তক দেখা পায়। মানুহক কি ইমান সহজে পাহৰা যায়! কত স্মৃতি আছে শ্যামন্তৰ লগত তাইৰ!

— আজি মাংস মই ৰান্ধিম। সেই মাতষাৰ ভাঁহি আহি তাইৰ কৰ্ণকুহৰত যেন আঘাত কৰে। তাই চক খাই উঠে।

তাইৰতো প্ৰেম আছিল শ্যামন্তৰ লগত!

শ্যামন্তয়েতো বুটলি আনি আশ্ৰয় দিছিল তাইক!

কিয় সি তিলতিলকৈ নিজক ধ্বংস কৰাৰ অনুশীলন কৰিলে! কি ভুল তাইৰ? কিয় তাক জীৱন দিব নোৱাৰিলে তাই।

ডিউটি কৰিবলৈ তাইৰ মন নাই। লগৰ ৰিচিপচনিষ্ট কেইজনীয়েও তাইক সহজভাৱে নলয়। তাইক কিয় কোনেও সহজভাৱে ল'ব নোৱাৰে? তাই কি অহংকাৰী? স্বাৰ্থপৰ? কিয় মানুহে বুজি নাপায় তাইক।

নাৰ্চিংহোমতো আনে সৰু সৰু কথাতে খুঁট উলিয়াব খোজে তাইৰ। কাৰণ তাই নাৰ্চিংহোমৰ মেনেজিং ডিৰেক্টৰৰ কোঠাত ঘণ্টা ঘণ্টা ধৰি সোমাই থাকিব নোৱাৰে। মেনেজিং ডিৰেক্টৰে দিল্লীলৈ যাবলৈ লগ ধৰিলে তাই নাযায়। নুবুজা নহয় কথাবোৰ তাই। লগৰে ৰিচিপচনিষ্টে একে দৰমহা পায়ো স্কুটি কিনিব পাৰে। নতুন নতুন কাপোৰ কিনিব পাৰে। তাই কিয় নোৱাৰে?

ভাল লগাবোৰ ক'তো যেন ওলমি থকা নাই।

০ ০ ০

জীয়াই থাকিব লাগিব। পঢ়িব লাগিব। ৰিজাল্ট ভাল কৰিব লাগিব। বেলেগ একো কথাতে তাই মন-কাণ দিব নোৱাৰে। জীৱনটো তাইৰ বাবে এতিয়া চেলেঞ্জ!

ছয় বছৰৰ মূৰত তাই উভতি আহিছে— কলেজলৈ। আকৌ ছাত্ৰী জীৱন আৰম্ভ কৰিছে তাই। সৰু সৰু ছোৱালীবোৰৰ লগত ফিলচফীৰ কনচেপ্ত বুজিবলৈ চেষ্টা কৰিছে।

সকলো সহজভাৱে লৈছে তাই। জীৱন এতিয়া তাইৰ বাবে কঠিন হৈ থকা নাই। সহজ। জীৱন সহজ।

লগ পাবলৈ মন যায়— দেৱলীনা, মধু, জবা, শ্ৰাৱনীহঁতক। লগ পাবলৈ মন যায়— গৰিমা, মণিকা, স্মৃতিহঁতক।

লগ পাবলৈ মন যায়— বহুতকে!

০ ০ ০

ক্লাচ পাতি কৰি তাই ভালেই পাইছে। প্ৰথম কেইদিনমান মন বহা নাছিল তাইৰ।

কাৰো লগত ইজি হ'ব পৰা নাছিল। কিন্তু বাকীবোৰে তাইক সহজভাৱে আকোৱালি ললে।

একেই এজাক গাভৰু। খিলিখিলি হাঁহি। আড্ডা চিঞৰ-বাখৰ। ল'ৰা চাবলৈ যোৱা। একেই স্বভাৱ। একেই চৰিত্ৰ। নতুন ছোৱালীবোৰৰ মাজতে তাই দেখা পায় দেৱলীনাক, মধুক, আকাংক্ষাক, স্মৃতিক, গৰিমাক। একেই।

হাঁহিব খুজিও ৰৈ যায় তাই। হাঁহিবলৈ কিনো আছে তাইৰ! এখনি শূন্য হৃদয়! তথাপি হাঁহিবলগীয়া হয়। নহ'লে আনে বা কি ভাবে! কান্দিবলৈও পাহৰিছে নীলাঞ্জনাই।

০ ০ ০

সেই এটা দিন— হিয়া ঢাকুৰি কান্দিব লাগিছিল তাই। নাকান্দিলে। নোলাল চকুপানী। উদাস চাৱনিৰে মাথোঁ চাই থাকিল। চাই থাকিল। চায়েই থাকিল।

হৈ-হাল্লাবোৰ শুনি কাহিলিপুৱা তাই ওলাই আহিছিল বাহিৰলৈ। কি হ'ব পাৰে? কি ঘটনা সংঘটিত হৈছে? ৰাস্তাত মানুহে জুম বান্ধিছে কিয়? বুকুখন মোচোৰ খাই উঠিছিল অজান আশংকাত। শ্যামন্তই মদ খাই একো গণ্ডগোল কৰা নাইতো? ৰাইজে তাক ধৰি বান্ধি লপা থপা দিছে নেকি?

মানুহৰ জুমটোৰ কাষ চাপি গৈছিল তাই।

— কোন জানো?

— ক'ৰ মানুহ গম পোৱা নাই।

ৰহস্যৰ সৃষ্টি হৈছিল। হৈ-হাল্লাবোৰ গুণগুণনিলৈ পৰিৱৰ্তিত হৈছিল।

নাই, সেই ঘটনাটো তাই মনত পেলাব নোখোজে।

— হেই নীলাবা, কিনো মন মাৰি বহি থাকা? ষ্টুডেণ্ট লাইফ, এনজয় কৰিব লাগে। ব'লা, আজি দুই বজাৰ পৰা অপ্সৰাত চিনেমা চামগৈ।

অ' মিলি! যেন আকাংক্ষাৰে নতুন ৰূপ।

০ ০ ০

ভীৰৰ মাজেদি গৈ গৈ দেখিছিল তাই সেই বিভৎস দৃশ্যটো! ৰাস্তাৰ কাষৰ দ নৰ্দমাটোত ওপণ্ডি আছে মানুহজন!

শ্যামন্ত! শ্যামন্ত! শ্যামন্ত!

চিঞৰিব খুজিও ৰৈ গৈছিল নীলাঞ্জনা!

শ্যামন্তইনে?

— ক'ৰ মানুহ?

— কোন বা?

— কোনোবাই মাৰি পেলাই থৈ গৈছে নেকি?

— মদ খায়ো মৰিব পাৰে।

— চুইচাইদ?

অলেখ ভুনভুননি মানুহৰ।

পুলিচ আহিছিল। মেটৰ আহিছিল। শ কঢ়িওৱা গাড়ী আহিছিল। পুলিচৰ গাড়ীৰ পাছফালে উঠি মেডিকেললৈ গৈছিল নীলাঞ্জনা। তেতিয়াও তাই বিশ্বাস কৰা নাছিল— শ্যামন্তৰ মৃত্যু হৈছে! দয়া পৰবশ হৈ পুলিচেই ফোন কৰিছিল— ৰাজেশ দাক, মৈত্ৰেয়ীক ৰাজেশদা আহি পাইছিল।

মৈত্ৰেয়ী আহি পাইছিল। কাৰো মুখত মাত নাই।

পষ্টমৰ্টেম কৰিব লাগিব।

গোলাঘাটৰ পৰা ঘৰৰ মানুহ আহি পাইছিল আবেলি।

o o o

শৱযানত এয়া ঘৰলৈ গৈ আছে শ্যামন্তৰ নিথৰ দেহ। এই শ্যামন্তই এদিন তাইক মৃত্যুৰ ওচৰৰ পৰা লৈ আনি প্ৰেমৰ ঘৰ সজাৰ সপোন দেখুৱাইছিল।

জীৱন এনেকুৱাই। বিচাৰিলে একো নাপায়।

o o o

আপুনি যদি সাধাৰণভাৱে একো নভবাকৈ জীয়াই থাকিব বিচাৰে— তেনেহ'লে জীয়াই থকাটো সহজ কথা। একো ডাঙৰ কথা নহয়। কিন্তু তাকে জীয়াই থকা বোলেনে নাজানে নীলাঞ্জনাই।

তাইৰ আত্মকথাই কত বিতৰ্কৰ সৃষ্টি কৰিলে। যৌনতাৰ মুক্ত প্ৰকাশ বুলি ক'লে। অবৈধ সম্পৰ্কৰ দলিল বুলি ক'লে। এনে গ্ৰন্থ ডাষ্টবিনলৈ দলিয়াব লাগে বুলিও এচামে মন্তব্য কৰিলে।

এৰা, জীৱনৰ সত্যবোৰ সমাজৰ বাবে অশ্লীল। সেই অশ্লীলতাই লৈ আহিল নীলাঞ্জনাক বাগমাৰালৈ। বাগমাৰা! বাগমৰাৰ সন্ন্যাসিনী নীলাঞ্জনা!!

## সপ্তম অধ্যায়

## (১)

— হেল্ল' মধু!

— হেল্ল' জবা!

— হেল্ল' আকাংক্ষা!

— হেল্ল' শ্ৰাৱণী!

— হেল্ল' মল্লিকা! ত্ৰিদিশা!!

নীলাঞ্জনাক মনত আছে? নীলাঞ্জনা! নীলা! তাই কিতাপ এখনৰ বাবে ফ্ৰান্সৰ পৰা এবাৰ্ড পাইছে।

— আমাৰ নীলাই?

— কি কিতাপ লিখিছে তাই?

— সেই যে তোৰ পইচা চুৰি কৰি লাজতে আত্মহত্যা কৰিব খুজিছিল— তাৰ পিছত তাইৰচোন খবৰেই নাই। চুৰুণীয়ে আকৌ কি কিতাপ লিখি এবাৰ্ড পালে?

— সেই সকলোবোৰ মিছা আছিল। নিখিলেশ, ফিলচফীকেল চচাইটিৰ বিদেশ ভ্ৰমণৰ সুযোগ... বহুত কথা! নীলা চুৰুণী নাছিল! মই মিছাকৈয়ে কৈছিলো তহঁতক! তহঁতে কাইলৈ কিতাপখন পঢ়িবি। আমাৰ কথাই লিখিছে তাই!

আত্মশোচনাত দগ্ধ দেৱলীনাই ৰাতি আটাইকেইজনী বান্ধৱীকে ফোন কৰিলে। আটাইকেইজনীয়ে গুৱাহাটীত সংসাৰ কৰিছে। প্ৰতিষ্ঠা পাইছে। আৰু নীলাঞ্জনাই?

দেৱলীনাই চকুপানী ভেটিব নোৱাৰিলে!

০ ০ ০

পাছদিনা ৰাতি প্ৰথম ফোনটো আহিল মধুৰ পৰা।

— দেৱলীনা! কথাবোৰ সঁচা জানো! আমিচোন নীলাৰ বিষয়ে একোকে জনা নাছিলো।

আকাংক্ষাৰ ফোন আহিল কিছু সময় পিছত— মোৰ কান্দিবৰ মন গৈছে অ'।

শ্ৰাৱণীয়ে ক'লে— আমি কিন্তু বহুত অন্যায় কৰিছো নীলাৰ প্ৰতি।

জবাই ফোন কৰি ক'লে— আমি নীলাঞ্জনাক হত্যা কৰিছো! মল্লিকাই ক'লে— আমি প্ৰায়শ্চিত্য কৰিব লাগিব। আমি বাগমাৰালৈ যাম। আটাইকেইজনীয়ে যাম।

তাইক লগ কৰিম। ক্ষমা খুজিম।

— কিন্তু তাইতো পেৰিচত আছে!

— যেতিয়া আহে তেতিয়াই যাম।

০ ০ ০

এটা দেওবাৰে দিনৰ সাজ খাবলৈ মাতিলে দেবলীনাই আটাইকেইজনীকে। দিনটো পুৰণি কথাৰ স্মৃতিবোৰ ৰোমন্থন কৰিলে।

— জীৱনটো পাহৰিছিলোৱেই। ওঠৰ বছৰ পিছলৈ ওভতাই লৈ গ'ল নীলাঞ্জনাই।

— চা না, নীলাঞ্জনাই আকৌ পঢ়িলে। বি. এ পাছ কৰিলে। এম. এ পাছ কৰিলে। স্কলাৰশ্বিপ লৈ জে এন ইউত ডক্টৰেট কৰিলে। বিদেশলৈ গ'ল।

— কিমান সংগ্ৰাম কৰিলে।

— মোৰনো কি ভুল! যৌৱনৰ দিনবোৰত জেদ, ঈৰ্ষা থকাটো অসম্ভৱ কথা নহয়। মোৰ নিখিলেশক ভাল লাগিছিল। কিন্তু নিখিলেশে গুৰুত্ব দিছিল নীলাক। ছাৰ মেডামে গুৰুত্ব দিছিল নীলাঞ্জনাক। বাহিৰলৈ যাবলৈ চিলেক্ট কৰিছিল নীলাঞ্জনাক! মোৰ নিজকে নেগলেক্টেড লাগিছিল।

— আমি যাঁম। আমাৰ এওঁৰ বলেৰ'খন আছে নহয় লৈ যাম!

— এখন বলেৰ'ত ইমানকেইজনীক ধৰিব নেকি? যিহে পেটলি আটাইকেইজনী।

— আমাৰ স্কৰপিঅ'খনো লৈ যাম!

— ল'ৰা-ছোৱালীবোৰ নিবি নেকি?

— উমহু। আমি মাক হৈ নীলাঞ্জনাক লগ ধৰিবলৈ নাযাও।

আমি আগৰ দৰে কলেজীয়া ছাত্ৰী হৈ নীলাঞ্জনাৰ ওচৰলৈ যাম। সেই দিনকেইটা কেৱল আমাৰ। নো চান'ডটাৰ— ন'হাজবেণ্ড এলাউড!

— সিদ্ধান্ত পাক্কা!

০ ০ ০

আটাইকেইজনীৰ গিৰিয়েকবোৰে ক'লে— পাগল হৈছা নেকি? তিৰোতা মানুহ— ত্ৰিপুৰালৈ গাড়ী লৈ যাবা! এক্সট্ৰিমিষ্টৰ জাগা! ফ্লাইট'ৰ টিকট কৰি দিম। আগৰতলাত নামিবাঁগে। মল্লিকাৰ হাজবেণ্ডে ক'লে— মই ফোন কৰি দিম। আগৰতলাৰ চৰকাৰী গেষ্ট হাউচত ৰুম ঠিক কৰি থ'ব। চৰকাৰী বিভাগ এটাৰ সহকাৰী ডিৰেক্টৰ তেওঁ। ৰাজনৈতিক প্ৰতিপত্তিও আছে অলপ।

শেষত ফ্লাইটত আগৰতলালৈ যোৱাটোৱে ঠিক হ'ল।

উৰি উৰি। যৌৱনৰ দিনবোৰলৈ। নীলাঞ্জনাৰ ওচৰলৈ।

০ ০ ০

আগৰতলা এয়াৰপ'ৰ্টৰ পৰা আগতে যোগাযোগ কৰি ৰখা বাদল সৰকাৰ নামৰ ত্ৰিপুৰা চৰকাৰৰ পৰ্যটন বিষয়াজনক ফোন কৰিলে দেৱলীনাই। লগে লগে মানুহজনে ফোনটো ৰিচিভ কৰিলে।

— আপোনালোক বিমান বন্দৰৰ বাহিৰত দুই মিনিট থিয় হওঁক। মই পালোহিয়েই।

গুৱাহাটীৰ পৰা আধা ঘণ্টাৰ যাত্ৰাটো আমেজ ভৰা আছিল। শুকুলা মেঘ ফালি ফালি আহি থাকোতে আটাইকেইজনীয়ে নীলাঞ্জনাৰ কথাকে ভাবি আহিছিল। ইমান দূৰৰ ৰাজ্য এখনলৈ কাম বিচাৰি তাই কিয় আহিবলগীয়া হ'ল।

ইমান দূৰত্ব। অথচ আহি পাবলৈ আধা ঘণ্টাও নালাগিল। অলপ ৰ'বলগীয়া হ'লেও বাদল সৰকাৰক তেওঁলোকে বেয়া নাপালেহেঁতেন।

কিন্তু বাদল সৰকাৰ হাজিৰ। গাড়ীৰ পৰা নামিয়ে তেওঁ কলবেক কৰিলে। বিচাৰি থাকিবলগীয়া পৰিস্থিতিৰ সৃষ্টি নহ'ল।

বিমান বন্দৰৰ পৰা গেষ্ট হাউচলৈ চল্লিছ মিনিটৰ বাট। সেই সময়খিনিত সৰকাৰে ত্ৰিপুৰা সম্পৰ্কে ধাৰণা এটা দিলে। উত্তৰ-পূৰ্বাঞ্চলৰ দ্বিতীয়খন ক্ষুদ্ৰ ৰাজ্য। জনসংখ্যা পয়ত্ৰিছ লাখৰ অলপ বেছি হ'ব।

ত্ৰিপুৰা সম্পৰ্কে বিভিন্ন কথা কৈ গৈছে বাদল সৰকাৰে।

০ ০ ০

গেষ্ট হাউচটো অপূৰ্ব। অসমত এনেকুৱা গেষ্টহাউচ দেখা নাযায়। এয়াৰপ'ৰ্টৰ পৰা আহি থাকোতেও দেৱলীনাইঁতে লক্ষ্য কৰিছিল যে আগৰতলাখন চৰকাৰে বৰ সুন্দৰকৈ সজাইছে। অফিছ-কাছাৰীবোৰ বৰ চকুত লগা। অসমৰ দৰে পাল মৰা নিৰ্মাণ নহয়। সৌন্দৰ্য প্ৰীতি আছে ইয়াৰ ৰাজনীতিক, ঠিকাদাৰসকলৰ।

ত্ৰিপুৰাৰ চৰকাৰখন ভাল চাগে! অসমৰ দৰে ৰাইজৰ ধন লুটিপুটি খোৱা নহয় কিজানি!

গেষ্টহাউচত খোৱা-বোৱাৰ ব্যৱস্থা হৈয়ে আছিল। নিজৰ নিজৰ কোঠাত সোমাই আটাইকেইজনী ফ্ৰেচ হৈ ল'লে। তাৰ পিছত ডাইনিঙত একেলগে দুপৰীয়াৰ সাজ খালে। বাদল সৰকাৰ গ'লগৈ। সন্ধিয়া আকৌ আহিব বুলি কথা দিলে।

অকণমান ভাগৰ নলগা নহয়। আটাইকেইজনী নিজৰ নিজৰ বিছনাত পৰিল।

জীৱনটো কেনেদৰে আৰম্ভ কৰিছিল— কি পালেহি— ভাবিলে আচৰিত লাগে। ইমান বছৰে পাহৰি আছিল আটাইকেইজনীয়ে। সংসাৰ, ঘৰ, ল'ৰা-ছোৱালীৰ ভৱিষ্যত— এইবোৰৰ মাজত নিজকে পুতি ৰাখিছিল আটাইকেইজনীয়ে। নিজৰ আত্মাৰ কথা, অস্তিত্বৰ কথা ভাবিবলৈ আহৰি পোৱা নাছিল। গম নোপোৱাকৈ জীৱনটো হেৰুৱাই

পেলাইছিল। বৃহৎ অৰ্থত এয়াও এক মৃত্যু।

আজি নীলাঞ্জনাই সিহঁতক জীৱনৰ ওচৰলৈ লৈ আহিছে। জীৱন! তুমি মৰহি আছিলা। আজি প্ৰাণ পাই উঠিছা।

কেনেকৈ মুখামুখি হ'ব নীলাঞ্জনাৰ লগত? কেনেকুৱা হৈ আছে তাই? আটাইকেইজনী উত্তেজিত হৈ আছে ভিতৰি ভিতৰি।

কিয় আহিল নীলাঞ্জনা ত্ৰিপুৰালৈ? কি বিচাৰি?

কি আছে ইয়াত? নীলাঞ্জনাই সেই কথা লিখিছে।

নীলাঞ্জনাৰ আত্মকথাত।

০ ০ ০

জে, এন, ইউত ড° ৰাথোৰৰ জৰিয়তে লগ পাইছিল বেদিকা দেৱবাৰ্মাক, নীলাঞ্জনাই। বেদিকাই ৰিচাৰ্চ কৰি আছিল নৃতাত্ত্বিক বিষয় এটাত। ডঃ ৰাথোৰৰ অধীনত নীলাঞ্জনাই ৰিচাৰ্ছ কৰি আছিল দৰ্শনৰ বিষয়ত।

— তোমাৰ নৰ্থ ইষ্টৰ আৰু এজনী চিৰিয়াছ ছোৱালী বেদিকা, তাই যিটো বিষয়ত পি এইচ ডি কৰিছে ভাৰতবৰ্ষ কঁপিব

ৰাথোৰ ছাৰে কৈছিল। ৰাথোৰ ছাৰ আছিল নৰ্থ ইষ্টৰ প্ৰতি বিশেষ সহানুভূতি থকা ব্যক্তি। তেওঁ নৰ্থ ইষ্টৰ মানুহৰ মনোবেদনা বুজি পাইছিল। নিজৰ জীয়েকৰ দৰে মৰম কৰিছিল তেওঁ নীলাঞ্জনাক। সহায় কৰিছিল।

দিল্লীৰ মুখাৰ্জী নগৰ।

নাই, সেই স্মৃতিময় দিনবোৰ নীলাঞ্জনাই পাহৰা নাই। ড° ৰাথোৰে ব্লু লাইন বাছত উঠাই তাইক দিল্লীখন দেখুৱাই ফুৰিছিল। কিনো দৰকাৰ আছিল? কিন্তু বুজি পাইছিল তেওঁ— নীলাঞ্জনাৰ বুকুত এখন শ্মশান আছে। সেই শ্মশানখন আৰু বিয়পি গৈ গোটেই জীৱনটো তাইৰ দখল কৰক— তেওঁ বিচৰা নাছিল। ড° ৰাথোৰক নিজৰ দেউতাক যেন লাগিছিল তাইৰ। পত্নীহাৰা মানুহজনৰ একমাত্ৰ জীয়েক বিদেশত আছিল। নিজৰ জীয়েকৰ খালি হৈ থকা ঠাইখিনিত বহুৱাই লৈছিল নীলাঞ্জনাক— ড° ৰাথোৰে। মোগলাই পৰাঠা খুৱাবলৈ চান্দনী চৌকৰ 'পৰাঠাৱালী গলি'লৈ লৈ গৈছিল। দৈ, গাজৰ আৰু আমৰ আচাৰৰ লগত আগতে তাই পৰাঠা খাই পোৱা নাছিল। ৰাস্তাৰ দাঁতিৰ এই পৰাঠা দোকানবোৰত ড° ৰাথোৰৰ লগত তাই খাইছিল পৰাঠা।

— এদিন তোমাক কনাট প্লেচলৈ লৈ যাম। তাত 'জৈন পৰাঠাৱালে' দিল্লী বিখ্যাত। আলু পিয়াজৰ পৰাঠা খাবা তাত। ৰাথোৰ ছাৰে যেন তাইৰ দুখবোৰ মচিবলৈ অনবৰত সজাগ হৈ আছিল।

থাকে, এনেকুৱা মানুহো থাকে। ঈশ্বৰে এনেকুৱা মানুহকো পৃথিৱীলৈ পঠিয়াই দিয়ে।

গুৱাহাটীৰ পৰা কেনেকৈ দিল্লীলৈ আহিল, কিদৰে আহিল— ভাবি নিজেই আচৰিত হৈ যায় তাই। বিশ্ববিদ্যালয়ৰ ফিলচফিৰ তৰুণী বৰুৱা ছাৰে কৈছিল— স্কলাৰশ্বিপ পাই থাকিবা যেতিয়া তুমি দিল্লীলৈ যোৱা। জে. এন. ইউলৈ। মই পঢ়া ইউনিভাৰ্চিটি সেইখন। বিশ্বখন পাবা। নিজকো নতুনকৈ নির্মাণ কৰিব পাৰিবা। বাকী মই যোগাযোগ কৰাই দিম। তৰুণী ছাৰেও তাইক বুজিছিল। তেওঁৰ ওচৰতো কৃতজ্ঞ নীলাঞ্জনা। তেওঁ বুজি পাইছিল অসমত থাকিলে নীলাঞ্জনাক স্মৃতিবোৰে শেষ কৰি পেলাব।

জেদী হৈ উঠিছিল তাই। হয় জীৱনটো শেষ কৰি দিব নহ'লে কিবা এটা কৰি দেখুৱাব। হেৰুৱাবলৈতো আৰু একো নাই!

ঝক ঝক শব্দ কৰি পছিমলৈ গৈ আছিল লয়লাসেৰে— তাইক কঢ়িয়াই— ৰেলগাড়ীখন। স্মৃতিবোৰ পাছলৈ গৈ আছিল। দিল্লী কাষ চাপি আহিছিল।

০ ০ ০

বেদিকা দেৱ বৰ্মন— জে. এন. ইউতে সমাজ বিজ্ঞানত এম. এ পঢ়ি এতিয়া ৰিচাৰ্চ কৰিছে। তাই ৰাজনীতিৰ লগতো জড়িত। এছ এফ আইৰ সদস্যা তাই। সেই সূত্ৰে বহুজন মাৰ্ক্সবাদী প্ৰফেচৰ আৰু সমাজসেৱীৰ লগত তাইৰ সু-সম্পৰ্ক।

বেদিকা দেৱ বৰ্মন। ত্ৰিপুৰাৰ বেদিকা দেৱবৰ্মন।

ছাত্ৰ-ছাত্ৰীৰ মিটিঙত সলসলীয়াকৈ হিন্দী-ইংৰাজীত ভাষণ দিব পাৰে। যুক্তি তৰ্ক কৰিব পাৰে। কেণ্টিনত বহি চিগাৰেট হুপিব পাৰে।

সুৰভি ফুকনৰ দৰেই। কিন্তু সুৰভি ফুকন উশৃংখল। কেৰিয়াৰ বাদ দি অন্য উদ্দেশ্য নাই তাইৰ। প্ৰেমিক সলোৱাত দিল্লীৰ অসমীয়া সমাজত তাইৰ নাম আছে। অৱশ্যে তাই অসমীয়া ল'ৰা ভাল নাপায়। তাইৰ প্ৰেমিকবোৰ বিহাৰ নাইবা ইউ. পি.ৰ। বহুতে তাইক যৌন বেমাৰী বুলি কয়। নিম্ফ'মেনিয়া আছে তাইৰ। প্ৰায়েই হতাশাত ভোগে। সুৰভি ফুকন স্মাৰ্ট। মাছকমৰ ষ্টুডেণ্ট। সুৰভি ফুকনৰ লগত একেটা এপাৰ্টমেণ্টতে ভাৰা কৰি আছিল নীলাঞ্জনা।

— বুইছা নীলা, জীৱনটো উপভোগ কৰিলো বহুত— একো অৰ্থ নাই। নকৰিলেও কিবা অৰ্থ আছে জানো! জীৱনটোৰেই একো অৰ্থ নাই বুজিছা। অসমলৈ উভতি যাম পৰীক্ষাৰ পিছত। গৈ বিয়া হ'ম। সংসাৰ কৰিম। নাৰীৰ জীৱনৰ অৰ্থ তাতেই আছে। প্ৰচণ্ড নিৰাশাত ভুগি থাকে সুৰভি ফুকন।

আজৱ দিল্লী।

এক মুহূৰ্ততে খুন।

এক মুহূৰ্ততে বলাৎকাৰ।

এক মুহূৰ্ততে অপহৰণ।

মানৱতাহীন মহানগৰ।

তাৰ মাজতো মানুহ আছে। ড° ৰাথোৰ তাৰ উদাহৰণ। যিমানেই গালি নাপাৰক— দিল্লী তাইৰ বেয়া লগা নাই। বেয়া লগা নাই বেদিকা দেৱ বাৰ্মাক।

০ ০ ০

ত্ৰিপুৰাৰ বেদিকা। অতি সমাজ সচেতন। নাৰীবাদী। তাইৰে বংশৰ কোনোবাই অনুন্নত ত্ৰিপুৰাৰ জনজাতিসকলৰ বাবে সংগ্ৰাম কৰিছিল। উপজাতিসকল— ত্ৰিপুৰাত সংখ্যালঘু হৈ পৰিছিল— বাংলাদেশৰ পৰা হোৱা হিন্দু প্ৰব্ৰজনৰ বাবে। সকলোতে বঙালীৰ প্ৰভাৱ। দখল। সংকুচিত হৈ সংখ্যালঘুত পৰিণত হৈছিল ভূমিপুত্ৰসকল। সেই ভূমিপুত্ৰসকলৰ ভাষা, সংস্কৃতি ৰক্ষাৰ বাবে আৰু জীৱন ধাৰণৰ মান উন্নত কৰাৰ দাবীৰে বেদিকাৰ বংশৰে কোনোবাই আৰম্ভ কৰিছিল সংগ্ৰাম। সেই সংগ্ৰামৰ এটোপাল পাইছে বেদিকাই।

খুব সহজভাৱেই দোস্তি হৈ গৈছিল বেদিকা আৰু নীলাঞ্জনাৰ মাজত।

— হেই, তুমি ইমান অন্যমনস্ক কিয়? ইমান অন্তৰ্মুখী কিয়? বি ফ্ৰি। বেদিকাই কৈছিল নীলাঞ্জনাক।

— জীৱনটো চুটি। কৰিবলগীয়া কাম দেধাৰ। নিজৰ বাবে মানুহে বহুত কাম কৰিব পাৰে। কিন্তু আনৰ বাবে কৰাতহে জীৱনৰ সফলতা।

— আমি নৰ্থ ইষ্টৰ মানুহ। দিল্লীত আমাক কেনেদৰে নেগলেক্ট কৰে দেখিছা? নৰ্থ ইষ্ট বুলি ক'লে বহুতেই নাজানে ইয়াত। সেইবুলি তাত আমি ক্ষোভিত হৈ বিচ্ছিন্নতাবাদৰ আশ্ৰয় ললে সমস্যাৰ সমাধান নহ'ব। আমি নৰ্থ ইষ্টক ফোকাচ কৰিব লাগিব— আমাৰ কামেৰে। ইণ্ডিয়াই চিনি পাবলৈ বাধ্য কৰিব লাগিব আমি। আমাৰ দায়িত্ব বহুত। বেদিকাৰ কথাবোৰ ভাষণ যেন।

নীলাঞ্জনাই ভাবে বেদিকাই কিবা কৰিহে এৰিব। দেখুৱাইহে এৰিব! নীলাঞ্জনাৰ ভাল লাগে।

০ ০ ০

— তুমি থাকা ক'ত বেদিকা?

— অ'! সময় পালে তোমাক লৈ যাম ৰ'বা!

কিন্তু বেদিকাৰ সময় ক'ত? ৰিচাৰ্চৰ কাম। মেল মিটিঙ। আড্ডা। অঁলৈ তলৈ যোৱা। নাটক চোৱা।

০ ০ ০

নীলাঞ্জনাৰো দায়িত্ব বাঢ়িছে। পঢ়া-শুনা বাঢ়িছে। লাইব্ৰেৰীত বহুত সময় কটাবলগীয়া হৈছে। তাৰ মাজতে ড° ৰাথোৰৰ ওচৰলৈ যোৱাৰ নিয়মিত কামযেৰা আছেই। নহ'লে ৰাথোড়ে মুখ ওন্দোলাই থাকিব।

— তুমি লিখা-মেলা আৰম্ভ কৰা। বুকুত শ্মশান থাকিলে লিখিব লাগে। লেখাবোৰ গভীৰ হয়। ব্যাপক পৰিসৰৰ হয়। নিজৰ জীৱনৰ কথাবোৰ লিখা।

লিখিছিল। নীলাঞ্জনাই কবিতা লিখিছিল। এতিয়া নিজেই পাহৰি গৈছে সেই কথাবোৰ। কবিতা হেৰাই গৈছে জীৱনৰ পৰা।

০ ০ ০

জে. এন. ইউ কেম্পাচতে বেগাবেগিকৈ আহি থকা বেদিকাক দেখি নীলাঞ্জনা ৰৈ গ'ল।

— ব'লা, ব'লা। মোৰ ঠিকনালৈ লৈ যাওঁ।

ৰিক্সা এখনত জাপ মাৰি উঠিল বেদিকা— উঠা।

নীলাঞ্জনা উঠিল।

— মজনুকা টিলা।

ৰিক্সা চলি গ'ল।

ৰিক্সা ৰ'ল।

ক'তা? ক'তোচোন টিলা নাই।

জনজাতি মানুহেৰে ভৰি থকা এখন বজাৰ। বস্তি নহয়, কিন্তু বস্তি যেনো লাগে। একেধৰণৰ কিছুমান ঘৰ। পকীঘৰ। কিবা চৰকাৰী কলনি নেকি? আৰু শাৰী শাৰী এই খেৰীঘৰবোৰ কি?

বেদিকাই তাইক টানি লৈ গ'ল সৰু গলিবোৰেদি। পকীঘৰবোৰ দেখিবলৈ একেই। বাটে-ঘাটে জনজাতি পুৰুষ, মহিলা, ল'ৰা-ছোৱালী। এনে এখন জগত দিল্লীত তাই দেখা নাই। বোধহয় দিল্লীৰ বস্তি! তেনে ঘৰ এটালৈ সোমাই গ'ল বেদিকা। বেগৰ পৰা চাবি উলিয়াই তলাটো খুলিলে।

— আহা। এয়াই মোৰ বাসস্থান।

সৰু এটা কোঠা। বিছনা, টেবুল, কাঠৰ ৰেক।

— মই ইয়াতেই থাকো। আগতে হোষ্টেলত আছিলো। পাছত এই ঠাইখনৰ প্ৰেমত পৰিলো। মানুহবোৰৰ প্ৰেমত পৰিলো। বচ, গুছি আহিলো থাকিবলে।

— ভাড়াঘৰ?

— অ', ভাড়াঘৰ। এইবোৰ চৰকাৰে দৰিদ্ৰ মানুহৰ বাবে বনাই দিয়া ঘৰ। সিহঁতে ভাড়া দি এক্সট্ৰা ইনকাম কৰে।

— আৰু মানুহবোৰ?

— বেছিভাগ তিব্বতৰ ভগনীয়া। চীনা আৰ্মিৰ অত্যাচাৰত ভাৰতলৈ পলাই আহি ইয়াত বহু যুগ ধৰি বাস কৰি আছে। বৰ দুখ লগা জীৱন।

— অ'।

— ঘৰ হেৰুওৱাৰ দুখতকৈ ডাঙৰ দুখ একো নাই।

কিন্তু সমগ্ৰ বিশ্বৰে সম্প্ৰতি এইটো ডাঙৰ সমস্যা। মানুহবোৰে ঘৰ হেৰুবাবলৈ ধৰিছে... কি খাবা কোৱা। বেদিকাই ক'লে।

— কি কৰে মানুহবোৰে?

— বিজনেচ। চীন, মালয়ছিয়াৰ বস্তুৰ বজাৰ এইখন।

ইয়াত আমাৰ অৰুণাচলৰ যুৱতীও লগ পাবা। সকলো বুদ্ধিষ্ট ইয়াত।

— আৰু আহি থাকোতে যে খেৰৰ ঘৰবোৰ দেখিলো?

নীলাঞ্জনাৰ জনাৰ আগ্ৰহটো বাঢ়ি গৈ আছে।

— আজি থাকিবা নহয়। সন্ধিয়ালৈ লৈ যাম। নিজেই গম পাবা।

বেদিকাই কফি বনোৱাত ব্যস্ত হ'ল।

নীলাঞ্জনাই তুলি ল'লে কিতাপ— মাৰ্ক্সলেনিন তত্ত্বৰ মূল কথা।

০ ০ ০

বিভিন্ন কথাৰে আবেলিটো কাটি গ'ল।

নিয়ন লাইটৰ পোহৰত সূৰ্যটো আকাশত যেন টিকি থাকিব নোৱাৰি ছত্ৰভংগহে দিলে।

— ব'লা, তোমাক এতিয়া ৰাতিৰ মজনুটিলা দেখুৱাম।

বেদিকাৰ পিছে পিছে ওলাই আহিল নীলাঞ্জনা। নীলাঞ্জনাৰ এনে লাগিল যেন তাই চীনৰ কোনো এখন চহৰতহে আছে!

— এই খেৰী ঘৰবোৰ কি জানা? এইবোৰ বাৰ। ইয়াত তুমি মদ পাবা, মাংস পাবা। খোৱাৰ অভ্যাস আছে?

— নাই, নাই। সজোৰে কৈ উঠিল নীলাঞ্জনাই। মদে তাইৰ জীৱনটো দুৰ্ভাগ্যৰ

এন্ধাৰত ডুবাই থৈ গ'ল। সেই কথা বেদিকাক ক'ব নোৱাৰি।

— নোখোৱা যদি এনেয়ে সোমাও ব'লা।

বেদিকা তেনে এটা খেৰৰ ঘৰৰ ভিতৰলৈ সোমাই গ'ল। পিছে পিছে নীলাঞ্জনা।

— দিদি কি খবৰ? ট্ৰাইবেল ফেচৰ তিৰোতা এজনীয়ে বেদিকাক মাত লগালে।

— ভালেই আছো। তোমালোকৰ কেনে?

— আছো আৰু চলি। বহক।

বেদিকা বহিল। নীলাঞ্জনাও।

মানুহৰ ভীৰ বাঢ়িছে। মদ মাংস খোৱাত ব্যস্ত। অৰ্ডাৰ দিয়াত ব্যস্ত।

— নৰ্থ ইষ্টৰ দিল্লীত থকা ল'ৰাবোৰ আহে ইয়ালৈ।

— কিয়?

— ইয়াত নৰ্থ ইষ্টৰ লোকেল মদ পায়। চাং বুলি কয়। চাউলৰ মদ পায়। গাহৰিৰ মাংসপায়। কিয় নাহিব?

— কিন্তু ধুনীয়া ছোৱালীবোৰ ক'ৰ?

— ইয়াৰে। তিব্বতীয়ান ছোৱালী। অৰুণাচলী ছোৱালীও আছে।

— কাম কি?

— সন্দেহ উপজিছে নেকি? সিহঁত কলগাৰ্ল নহয় কিন্তু। টকাৰ বিনিময়ত সিহঁতে এটা কামেই কৰে— গ্ৰাহকক মদ ঢালি দিয়ে। কাষত বহি কথা পাতে। সিমানখিনিয়ে। বিনিময়ত পইচা পায়। শুনাচোন, কিমান সুন্দৰ ইংৰাজী কয় সিহঁতে। হয়। নীলাঞ্জনাই মন কৰিলে ধুনীয়াৰ সমানেই স্মাৰ্টো ছোৱালীবোৰ।

— এয়াই ছিন্নমূল মানুহৰ বেদনা। সকলো থাকিও যেন একো নাই। দুই এজনী ছোৱালীয়ে গ্ৰাহকক দৈহিক সুখ দিবলৈ যায় বুলি মই শুনিছো। প্ৰমাণ কিন্তু পোৱা নাই।

হলৌ চোলা পিন্ধা আৰু নোমাল কচাক টুপী পিন্ধা তিব্বতীয়ানসকলক দেখিলে কিন্তু সৰল যেনেই লাগে। সেই সন্ধিয়াৰ কথাটো নীলাঞ্জনাৰ সদায়ে মনত থাকিব। তাৰ পাছতো বহুত বাৰ নীলাঞ্জনা বেদিকাৰ ওচৰলৈ গৈছে। তাই লক্ষ্য কৰিছে— সেই অঞ্চলত বেদিকা বিশেষ প্ৰভাৱশালী। সকলোৱে দিদি বুলি মাতে। পৰামৰ্শ বিচাৰে। কথা পাতে।

খেৰী ঘৰত 'বাৰ' দিয়া সেই মহিলাগৰাকী কিনি পা। বয়স সত্তৰমান হ'ব। সদায়ে বিষণ্ণ মনে তেওঁ গ্ৰাহকৰ পৰা অৰ্ডাৰ লয়। পইচা লয়।

— তুমি কথা পাতিব পাৰিবা তেওঁৰ সতে। সাধুকথা যেন লগা কথাবোৰ।

বৃদ্ধাগৰাকীয়ে হিন্দী ভালকৈয়ে কয়।

— মাসী, এই মোৰ ফ্ৰেন। আপোনাৰ সতে কথা পাতিব বিচাৰে। তিব্বতৰ কথা। বেদিকাই ক'লে।

বুঢ়ীয়ে হুমুনিয়াহ কাঢ়িলে।

— মইনো কি ক'ম। সৌৱা জাচাৰ দোকান। তেওঁহে বেছি ভালকৈ ক'ব পাৰিব। বুঢ়ীয়ে ক'লে।

— নাই, নাই আপুনি ক'ব লাগিব। বেদিকাই জোৰকৈ ধৰিলে।

বুঢ়ীৰ ধূসৰ চকুজুৰিত ভাঁহি উঠিল বৰফৰ উপত্যকা... যি উপত্যকাৰ পৰা তেওঁলোক বিতাড়িত। ছিন্নমূল। বুঢ়ীয়ে এতিয়াও ভাবে দেৱী ডৰজে ফাগমৌয়ে তেওঁলোকক ৰক্ষা কৰিব। তিব্বতৰ স্বাধীনতা ঘূৰাই দিব।

০ ০ ০

কাইশ্বু নৈখন বৈ থাকে। পাহাৰী খৰস্ৰোতা নৈ। কাইশ্বু নৈৰ দুপাৰে বিস্তীৰ্ণ সমতলত কেবাখনো গাঁও। তিব্বতী মানুহৰ গাঁও। সেই সমতল ভূমি শীতৰ দিনবোৰত প্ৰায়েই বৰফে পুৰ্তি থয়। গ্ৰীষ্ম অহাৰ লগে লগে বৰফ গলি চৰণীয়া পথাৰবোৰ ওলাই পৰে। তাত ঘাঁহনিবোৰ দেখা যায় তেতিয়া।

কিনি সেই গাঁৱতে জন্মিছিল।

সিহঁতৰ সৰু ঘৰখনত দুজন ককায়েক, এজনী ভনীয়েক, মাক-দেউতাক আৰু তাই।

দেউতাকে দোকান দিছিল। কাইশ্বুৰ পাৰে পাৰে খচ্চৰত উঠি— দেউতাক লাচালৈ যাবৰ দিনা তাইৰ যে মনটো কি বেয়া লাগি আছিল। কাৰণ জানিছিল তাই— ব্যৱসায়ৰ কামত যোৱা দেউতাক ভালেমান দিন ঘৰলৈ নাহে। ইফালে চীনৰ অত্যাচাৰ-শোষণ-দমনে তীব্ৰ ৰূপ ধাৰণ কৰিছিল। তিব্বতৰ স্বাধীনতাত হস্তক্ষেপ কৰিছিল চীনে।

দেউতাকহঁতে কোৱা শুনিছে তাই— বৃটিছেই ভেদ নীতিৰে খালে তিব্বতখন। স্বাধীন তিব্বতক ঢাল হিচাপে লৈ চীনক আধিপত্য প্ৰতিষ্ঠাৰ সুযোগ দিলে। এসময়ত এই দুৰ্গম তিব্বতত ৰাজত্ব কৰিবলৈ বৃটিছেও ইচ্ছা কৰা নাছিল। মালভূমি হ'লেও অজস্ৰ পৰ্বতৰ উঠা নমাবোৰৰ বাবে সুগম নাছিল তিব্বত। তাৰোপৰি অলেখ গিৰিপথৰ বাবে তিব্বত আক্ৰমণ সহজ নাছিল। শীতৰ দিনবোৰত গিৰিপথবোৰ বৰফে বন্ধ কৰি পেলাইছিল।

কিন্তু তাৰ পাছতো বৃটিছ আহিছিল। তিব্বতলৈ। সহজ-সৰল, বহিঃবিশ্বৰ পৰা বহু দূৰৈত তিব্বত হঠাৎ গুৰুত্বপূৰ্ণ হৈ পৰিছিল বৃটিছৰ বাবে। য'ত উশাহ লোৱাত কষ্ট হয়, অক্সিজেন কম তেনে আচহুৱা ঠাইতো বৃটিছে আক্ৰমণ কৰি তিব্বত নিজৰ অধীনলৈ

আনিছিল। বৃটিছৰ চালাকিৰ বাবে তিব্বতীয়ানসকলৰ আজিৰ দুৰৱস্থা বুলি কিনিৰ দেউতাকহঁতে ভাবিছিল। নহ'লে চীনে ইমান দাদাগিৰি কৰিব নোবাৰিলেহেঁতেন। অথচ প্ৰথমে বৃটিছেই দালাই লামাক খেদিছিল চীনলৈ। চীনে তাৰ সুবিধা গ্ৰহণ কৰি লামাক আশ্ৰয় দিছিল। তাৰ পাচত সেই চীনেই লামাকে নহয় সমগ্ৰ তিব্বতকে জলাকলা খুৱাইছিল।

সীমাৰ বিবাদ। ভূমি দখল।

জ্বলি পকি উঠিছিল তিব্বতীয়ানসকল। চীন তেওঁলোকৰ বাবে ঘৃণনীয় এটা শব্দ হৈ পৰিছিল। কানিয়া বুলি খ্যাত তিব্বতীয়ানসকল চীনৰ বিৰুদ্ধে জ্বলি পকি উঠিছিল। বিদ্ৰোহী হৈ উঠিছিল।

তিব্বতৰ ৰাজনৈতিক গুৰুত্ব বাঢ়িছিল দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত। বিশেষকৈ চিৰবৈৰী ৰাচিয়াৰ পৰা নিজৰ উপনিবেশ ভাৰতক ৰক্ষা কৰিবলৈ তিব্বতক ঢাল হিচাপে ব্যৱহাৰ কৰিছিল বৃটিছে। চিৰবৈৰী ৰাচিয়াৰ আগ্ৰাসনতকৈ বন্ধু সুলভ চীনৰ আগ্ৰাসনক নিজৰ স্বাৰ্থত তিব্বতৰ ক্ষেত্ৰত বৃটিছে সমৰ্থন কৰিছিল।

কেবাখনো চুক্তি সম্পাদিত হৈছিল ইংলেণ্ড, চীন আৰু তিব্বতৰ প্ৰতিনিধিৰ মাজত। য'ত আওপকীয়াকৈ তিব্বতৰ স্বাধীনতাক পদদলিত কৰা হৈছিল।

কিনিৰ দেউতাকহঁতে এইবোৰ কথা আলোচনা কৰিছিল।

— চীন আহি আছে! তাতকৈ ভয়ংকৰ কথা একোৱেই নাছিল।

সেই কাৰণে বণিজলৈ যোৱা দেউতাকৰ কথা ভাবি দুখ লাগিছিল তাইৰ। মাকেও বৰ বিষণ্ণ হৈ দিনৰ পিছত দিন বৈ আছিল। সেই দিনবোৰেই আছিল আটাইতকৈ ভয় লগা— দেউতাক ঘৰৰ পৰা ওলাই যোৱা দিনবোৰ।

সিদিনাহে ভাল লাগিছিল— যিদিনা দেখিছিল সোণালী বালিৰ ওপৰেৰে মানুহ উঠি অহা খচ্চৰকেইটা। খচ্চৰত মালপত্ৰ বোজাই দি দেউতাক আৰু তেওঁৰ বন্ধুবোৰ আহি আছিল গৃহাভিমুখে।

চীনৰ ৰঙচঙীয়া সামগ্ৰী।

কাশ্মীৰৰ কাপোৰ।

০ ০ ০

নাই, কিনিহঁতে তিব্বতৰ বহু ঠাই দেখা নাই। চাংপো দেখা নাই। লাচা দেখা নাই। নিজৰ গাওখন, ওচৰৰ গাঁওকেইখন যি কেৱল সেয়াই চিনাকি।

কৰবাতহে দুই এটা ৰেডিঅ' আছিল। তাতো চীনা মাত-কথা, গান বাজিছিল।

সন্ত্ৰাসৰ সময়!

চীনক মানি লোৱা নহ'ব। অথচ সিমান শক্তিও নাছিল তিব্বতৰ।
তিব্বতৰ ধনী মানুহবোৰ লাহ বিলাহত মত্ত আছিল। দুৰ্নীতি কৰিছিল।
বুদ্ধকে শৰণ লৈ সাধাৰণ মানুহবোৰ জীয়াই আছিল।

০ ০ ০

চালগোমৰ খেতিৰ মাজৰ পৰা কিনিহঁতে আকাশেদি উৰি যোৱা উৰাজাহাজবোৰক চিঞৰি চিঞৰি মাতিছিল। চালগোমৰ পথাৰবোৰ শীতত বৰফে এনেকৈ ঢাকিছিল যে তাত পথাৰ থকা কথাটো সপোনতো ভাবিব নোৱাৰি। আনকি কাইশ্বু নদীখনো বৰফে পুতি পেলাইছিল কেতিয়াবা। সেইদিনবোৰ আছিল চীনৰ আক্ৰমনৰ শংকাতকৈ ভয় লগা। ৰ'দ নোলাইছিলেই। পানীৰ অভাব হৈছিল। আনকি অক্সিজেনৰ অভাৱেও কষ্ট দিছিল।

য়কৰ গোবৰ জ্বলাই জুই ধৰিছিল আৰু তাৰ চেঁচা পৰি যোৱা দেহা উষ্ণ কৰিছিল। আৰু সেই জুইত সেকিছিল ভেড়া। পোৰা ভেড়াৰ মাংস খাই শক্তি আৰ্জিছিল।

কেতিয়াবা চীনা গাহিৰৰ মাংসৰ লগত ৰুটী খাইছিল। দেউতাকহঁতে খাইছিল বগা মদ চাং। আৰু নিচা লাগিলে গাঁৱৰ মানুহবোৰে চীনাহঁতক গালি পাৰিছিল।

চীনৰ বিৰুদ্ধে ক্ষোভ বৃদ্ধি হৈ আহিছিল মানুহৰ। সৰল মানুহবোৰ হিংস্ৰ হৈ আহিছিল। চীনৰ সৈন্যবোৰ সোমাই আহি নিৰ্যাতন কৰিছিল মানুহক।

বৰফৰ ওপৰেদি বৈ গৈছিল ৰক্তস্ৰোত।

তিব্বত যেন ৰঙা বৰফৰ দেশ। কাইশ্বু নদীত পেলাই দিয়া মৰাশবোৰ বৰফে পুতি পেলোৱা বাবে বহুদিনলৈ মেগেলাকৈ আছিল।

চীনৰ নিৰ্যাতন তীব্ৰ হৈ আহিছিল। দালাই লামাৰ নেতৃত্বত তিব্বতীয়ানসকলে সেই নিৰ্যাতন আৰু হেৰুওৱা স্বাধীনতাৰ বাবে সংঘবদ্ধ হৈ সংগ্ৰাম আৰম্ভ কৰিছিল।

দালাই লামাক বিচাৰি চীনে তীব্ৰ অভিযান চলাইছিল তিব্বত মালভূমিত।

বুদ্ধৰ দেশত তেজৰ পূজা।

দালাই লামা স্ব-নিৰ্বাসিত হ'বলৈ বাধ্য হৈছিল। আৰু কাইশ্বুৰ পাৰৰ গাঁওবোৰৰ মানুহবোৰ জীৱনৰ মমতাত খচ্চৰৰ পিঠিত উঠি নামি আহিছিল তললৈ। ভাৰতবৰ্ষ অভিমুখে। শেষবাৰৰ বাবে এই বিতাড়িত মানুহবোৰে নিজৰ গাঁওবোৰক চাই লৈছিল। চকুত দুটোপাল চকুলো। বিদায় কাইশ্বু। যদি ভাগ্যত আছে আকৌ লগ পোৱা যাব। উভতি আহিম!

ক'ত আৰু খাবলৈ পাব য়াকৰ ঘি!

ক'ত আৰু খাবলৈ পাব মাখন দিয়া চাহ!

— আমি ক'লৈ যাম দেউতা?

— অন্ধকাৰ ভৱিষ্যতলৈ আই। দেউতাকৰ কথাৰ অৰ্থ কিনিয়ে বুজি পোৱা নাছিল।

মালভূমি, নদীৰ পাৰ, ওখ-চাপৰ টিলা, শিলাখণ্ড পাৰ হৈ হৈ মানুহবোৰ ভাৰতবৰ্ষ পাইছিল।

চিকিম।

গেংটক।

নিজৰ দেশৰ পৰা বিতাড়িত মানুহবোৰ।

চীনে অকথ্য নিৰ্যাতেনেৰে খেদি পঠিওৱা মানুহবোৰ।

কথাবোৰ কৈ থাকোতে কিনিৰ চকু চলচলীয়া হৈ পৰিল।

— গেংটকৰ পৰা আমাক দিল্লীলৈ লৈ আনিলে ভাৰত চৰকাৰে। দালাই লামাইও আহি ভাৰতত আশ্ৰয় লৈ আছিল।

— আকৌ তিব্বতলৈ মন নাযায়?

— কিয় নাযাব? নিজৰ মাকক কোনে চাব নিবিচাৰে? চৌধ্য বছৰ বয়সতে কাইশ্যু নদী এৰি আহিছো। সকলো মনত আছে। চিনেমাৰ দৰে। যেন সিদিনাৰহে কথা। ভগনীয়া হোৱাৰ সমান দুখৰ কথা একো নাই! আমি চীনৰ গ্ৰাসৰ পৰা তিব্বতৰ মুক্তি বিচাৰো। আকৌ উভতি যাব বিচাৰো।

কিনিৰ চকুৰে মুখে স্বাধীনতা হেৰুওৱাৰ দুখ। নিজক হেৰুওৱাৰ দুখ।

— ভাৰতে আমাক আশ্ৰয় দিছে, খাদ্য দিছে— আমি কৃতজ্ঞ। ভাৰতে আমাক স্বাধীনতা দিয়াটোও বিচাৰো। কিন্তু তিব্বতৰ দৰে কোনো কামত নহা দেশখনৰ কথা আন ৰাষ্ট্ৰবোৰে কেতিয়াও নাভাবে।

— আমি ইয়াত এতিয়াও মদ বনাও। বহুতে কয় মদবোৰ নৰ্থ ইষ্টৰ দৰে একেই। গাহৰিৰ মাংস নৰ্থ ইষ্টৰ দৰে একেই। হ'ব পাৰে। এয়া কিন্তু আমাৰ নিজৰ। চাং মদ।

কথাবোৰ শুনি শুনি নীলাঞ্জনাৰ দুখ লাগিছিল। এনে লাগিছিল— পৃথিৱীখন দুৰ্ভগীয়া মানুহেৰে ভৰি আছে!

০ ০ ০

দেৱলীনাইঁতে ভাবিলে— নীলাঞ্জনা অতবোৰ অভিজ্ঞতাৰে নিশ্চয় এজনী বেলেগ নাৰী হৈ পৰিছে। এনেবোৰ অভিজ্ঞতাই মানুহৰ মাজত নিজকে বিলাই দিবলৈ তাইক চাগে উদ্বুদ্ধ কৰিছে।

আৰু দেবিকা দেৱবৰ্মন? লগ পোৱা যাবনে তেওঁক?

০ ০ ০

বিচাৰ্ছ শেষ হোৱাৰ পিছত ড° ৰাথোৰে সুধিছিল।

— এতিয়া কি কৰিবা? দিল্লীৰ কলেজতে চাকৰি কৰা।

— নহয় ছাৰ, মই নিপীড়িত মানুহবোৰৰ কাৰণে কাম কৰিব বিচাৰো। মই নৰ্থ ইষ্টলৈ উভতি যাব বিচাৰো।

— কথাবোৰ ভালকৈ ভাবি সিদ্ধান্ত ল'বা!

— মই ইতিমধ্যে সিদ্ধান্ত লৈ পেলাইছো ছাৰ।

— আৰু বেদিকা?

— তায়ো যাব মোৰ লগত। অ' নহয় মইহে যাম তাইৰ লগত। ইন্সাৰজেন্সিয়ে জুৰুলা কৰা অনগ্ৰসৰ বিচ্ছিন্নতাৰ ভাববোৰ মচি পেলাবলৈ আমি মানুহৰ ক্ষোভৰ কাৰণবোৰো মচি পেলাব লাগিব। আত্মবিশ্বাসেৰে কৈছিল নীলাঞ্জনাই।

— অল দ্য বেষ্ট। ড° ৰাথোৰে তাইৰ মূৰত হাত ৰাখি কৈছিল।

০ ০ ০

প্ৰথম কামৰ আৰম্ভণি ক'ত?

— আটাইতকৈ পিছ পৰা অঞ্চল এটাত। য'ত কাম কৰাটো প্ৰকৃততে জৰুৰী! বেদিকাই কৈছিল। আৰু শেষত সিদ্ধান্ত হৈছিল— ত্ৰিপুৰাৰ বাগমাৰাই সেই অঞ্চল য'ত সভ্যতা-বিজ্ঞান-প্ৰগতি-শিক্ষাৰ পোহৰ পৰা নাই। য'ৰ ওচৰ-পাজৰৰ অঞ্চলবোৰ সন্ত্ৰাসবাদীৰ ঘাটি। য'ত বাৰুদৰ খাৰ ঘৰ হৈ উঠিছে পিছ পৰা মানুহৰ গাওঁবোৰ আৰু ক্ৰমে ক্ৰমে গাঁৱৰ মানুহবোৰৰ বুকুবোৰো খাৰঘৰ হ'বলৈ ধৰিছে।

পৰীক্ষামূলকভাৱে কাম কৰাৰ বাবে বাগমাৰাকে নিৰ্বাচন কৰা হ'ল।

০ ০ ০

দেৱলীনাইতে বাগমাৰাৰ কথা কোৱাত বাদল সৰকাৰ আচৰিত হ'ল।

— মেডাম, ত্ৰিপুৰাত আৰু বহুত চাবলগীয়া ঠাই আছে। মই সেইবোৰলৈ যোৱাৰ ব্যৱস্থা কৰিম।

— আমি বাগমাৰালৈ যাব বিচাৰো। দেৱলীনাই ক'লে।

— কিন্তু কিয়? বাগমাৰা ইয়াৰ পৰা বহুত দূৰ।

— কিমান দূৰ হ'ব?

— ধৰক এশ পয়সত্তৰ কিলোমিটাৰ। দক্ষিণ ত্ৰিপুৰাত পৰে এই ঠাই টুকুৰা।

দুখন পাহাৰৰ মাজত অৱস্থিত জনজাতি গাঁও। তালৈকে নোযোৱাটোৱেই ঠিক হ'ব।

— কিয়?

— সেই ঠাইখন উগ্ৰপন্থীৰ বাবে কুখ্যাত। তাত নথকা উগ্ৰপন্থী সংগঠন নায়েই। সকলো উগ্ৰপন্থী সংগঠনৰে মূল ঘাটি বুলি ক'লেও বেছি কোৱা নহয়। বিপজ্জনক।

— কিন্তু আমি যাব লাগিবই।

বাদল সৰকাৰক দোধোৰ-মোধোৰত পৰা যেন লাগিল।

— আপুনি আমাৰ বাবে একো চিন্তা কৰিব নালাগে। আমাৰ বাবে একো চিন্তা কৰিব নালাগে।

— মই আলোচনা কৰিব লাগিব।

— কাৰ লগত?

— আৰক্ষীৰ লগত।

বাদল সৰকাৰে অস্বস্তিত পৰিছে বুলি আটাইকেইজনীয়ে বুজিছে।

বাদল সৰকাৰ ওলাই গ'ল।

০ ০ ০

দুঘণ্টামান পিছত গেষ্ট হাউচৰ সমুখত দুখন পুলিচৰ গাড়ী ৰ'ল।

— মই শান্তনু চক্ৰবৰ্তী। এছ. পি।

তেওঁ আটাইকেইজনীৰ লগত চিনাকি হ'ল।

— আপোনালোকে বাগমাৰালৈ যাব খুজিছে কিয়?

তাত এতিয়াও সন্ত্ৰাসবাদৰ সমস্যাৰ সমাধান হোৱা নাই। চৰকাৰে ত্ৰিপুৰাৰ উন্নয়ন দহ বছৰত যিমান কৰিছে— নৰ্থ ইষ্টৰ ক'তো তিমান উন্নতি হোৱা নাই। তথাপিও সন্ত্ৰাসবাদ শেষ কৰা সহজ কথা নহয়। ই এটা আন্তৰ্জাতিক সমস্যা।

— হয়, আমি তেনেকুৱা ঠাই এখনলৈকে যাবলৈ বিচাৰিছো। ওচৰৰ পৰা চাব খুজিছো মানুহবোৰক।

— তেনেহ'লে আপোনালোকৰ বাবে এচকৰ্টৰ ব্যৱস্থা কৰিব লাগিব।

— আপোনাক ধন্যবাদ। তেনে একো এচকৰ্ট আমাক দিব নালাগে। পৰ্যটন বিভাগে গাড়ী দিব আমি তাত যামগৈ।

— কিন্তু আমাৰ এটা দায়িত্ব আছে।

— বুজি পাইছো। নৰ্থ ইষ্টৰ ভিতৰত আপোনালোকৰ প্ৰশাসন ব্যতিক্ৰম বুলি বুজি পাইছো। আপোনালোকক বহুত ধন্যবাদ।

— ভালকৈ যাব আৰু উভতি আহি ৰিপৰ্ট কৰিব।

কিছু দিহা-পৰামৰ্শ দি শান্তনু চক্ৰৱৰ্তী গ'লগৈ।

০ ০ ০

ৰাতিপুৱাৰ মৃদু ৰ'দ। ঘড়ীত ছয়টা বিছ।

এয়া বাগমাৰা অভিমুখে দেৱলীনাহঁতৰ চুমোখন আগবাঢ়িছে। নীলাঞ্জনাইও চাগে এনেদৰেই দিল্লীৰ পৰা বেদিকাৰ লগত বাগমাৰালৈ আহিছিল।

— সৌৱা চা, গাঁৱৰ ভিতৰত ইমান ধুনীয়া ঘৰ! মল্লিকাই চিঞৰি উঠিল।

— কি লিখা আছে? পঞ্চায়ত কাৰ্যালয়!

— একদম কোম্পানীৰ অফিচৰ দৰে ন?

খেতিপথাৰবোৰ সেউজীয়া হৈ আছে। সুন্দৰ জলসিঞ্চনৰ ব্যৱস্থা। নতুনকৈ গঢ়ি উঠা কিছুমান বাগান দেখি মধুই ড্ৰাইভাৰজনক সুধিলে— চাহ খেতি?

— ৰাবাৰ বাগান। আজিকালি সব গাঁৱতে চৰকাৰে ৰাবাৰ বাগান খুলি দিছে।

সেউজীয়াৰ মাজে মাজে চুমোখন গৈ থাকিল। পাছলৈ গৈ থাকিল গছবোৰ, পথাৰবোৰ, পকী ধুনীয়া স্কুলঘৰবোৰ। গুৱাহাটীত যে সহকৰ্মী দ্বিজেন বৰ্মনে কৈছিল—

— ত্ৰিপুৰাত দুৰ্নীতি নাই! এৰা, ত্ৰিপুৰাৰ বাচষ্টেণ্ড, অফিচ কাছাৰী, ৰাস্তা, স্কুলঘৰ দেখিলেই গম পোৱা যায়।

নীলাঞ্জনাই কি বিচাৰি আহিছিল ইয়ালৈ? নিপীড়িত মানুহৰ মুক্তি?

বাগমাৰাত সন্ত্ৰাসবাদৰ লগত মোকাবিলা কৰিবলৈ কেনেদৰে সংগ্ৰাম কৰিবলগীয়া হৈছিল— সেই কথাৰে নীলাঞ্জনাই নিজৰ গ্ৰন্থখন সমাপ্ত কৰিছে। তাৰ পিছত আৰু নীলাঞ্জনাৰ বিষয়ে জানিবলৈ উপায় নাই।

কি কৰি আছে তাই?

বাগমাৰাত?

মানুহৰ মুক্তিৰ সংগ্ৰাম?

০ ০ ০

ক্ৰমশঃ ৰাস্তা বেয়া হৈ আহিছে। গাড়ীৰ স্পীড কমিছে। লোকালয় এৰি জনশূন্য জংঘলৰ মাজেৰে আগবাঢ়িছে গাড়ী। আটাইকেইজনীৰ মনত ভয় ভাব নোসোমোৱা নহয়। সকলোৱে বাধা দিছিল আহিবলৈ! নহা হ'লেই ভাল আছিল নেকি? বিভিন্ন দুশ্চিন্তাৰে মন গধুৰ হ'ল। আটাইকেইজনীৰে।

দূৰৈত সৌৱা ধৱল পাহাৰ! ওপৰত নিৰ্মেঘ আকাশ। উৰি যোৱা বনৰীয়া চৰাই।

দিল্লীত চাকৰি নকৰি এনে দুৰ্গম স্থানলৈ কিয় আহিল নীলাঞ্জনা? অভিমানত? নে জীৱন দৰ্শন এয়া তাইৰ?

০ ০ ০

পাহাৰীয়া ৰাস্তাৰে গাড়ী আৰু আগবাঢ়িব নোৱাৰা যেন হ'ল। কেবালানিও সেউজীয়া পাহাৰ! ঢৌ খেলি থকা যেন দেখায়। পাহাৰীয়া ৰাস্তাৰ কেকুৰি এটাৰ পৰা তললৈ হাউলি চালে দেৱলীনাই। মানুহৰ বসতিৰ অস্তিত্ব দেখা গ'ল। জুপুৰী যেন লগা বহুতো ঘৰৰ মুধচ চকুত পৰিল তাইৰ।

— সৌৱা মানুহৰ গাঁও!

আটাইকেইজনীয়ে জুমি চালে তললৈ।

দুখন পাহৰৰ মাজত সেইবোৰ গাঁও— যলৈ মেঘবোৰ উৰি উৰি নামে!

বাগমাৰা!

শিহৰিত হৈ উঠিল আটাইকেইজনী।

কিমান দিনৰ মূৰত নীলাঞ্জনাক লগ পোৱা যাব!

অতি ধীৰে ধীৰে গাড়ী নামিছে তললে। কিবাকৈ ব্ৰেকৰ পৰা ভৰি গুচিলেই সৰি পৰিব লাগিব।

আৰু গাড়ী নাযায়।

বাঁহৰ আৰু খেৰৰ ঘৰৰ দুখনমান দোকানৰ সমুখত গাড়ীখন ৰৈ গ'ল। আৰু আগবঢ়া সম্ভৱ নহয়। ওচৰৰ জনজাতি মানুহবোৰে অ'ত ত'ত জুম বান্ধিলে। ইয়ালৈ আৰ্মি পুলিচৰ গাড়ীত বাদে অন্য গাড়ী তেনেদৰে নাহে।

আটাইজেইজনী নামিল গাড়ীৰ পৰা। সৰু সৰু ল'ৰা-ছোৱালীবোৰে ৰৈ থকা গাড়ীখনত উঠিবলৈ হেতা-ওপৰা লগালে। গাড়ীৰ গ্লাচেৰে ভিতৰলৈ দুই এজন ডাঙৰ মানুহে জুমি চালে।

ড্ৰাইভাৰজনে কিবা এটা ভাষাত ওচৰৰে মানুহ দুজনমানক কিবা সুধিলে। মানুহ দুজনে আঙুলিৰে দেখুৱাই কিবা ক'লে।

— মেডাম, ডেৰ কিলোমিটাৰ খোজকাঢ়িব লাগিব। ড্ৰাইভাৰজনে বেংগলীতে ক'লে।

— কিন্তু সমস্যা হ'ল গাড়ীখন এৰি মই যাব নোৱাৰিম। আপোনালোকে এটা কাম কৰক— ইয়াৰে দুজন মানুহ লৈ গৈ থাকক। মই গাড়ীখন ভালকৈ থোৱাৰ ব্যৱস্থা কৰো।

— তোমাৰ থকা খোৱাৰ ব্যৱস্থা...?

— চিন্তা নকৰিব। ইয়াৰ মানুহবোৰ সহজ-সৰল। সোনকালে মিতিৰ হৈ যায়। মই ভাষাটোও জানো।

০ ০ ০

দুজন মানুহৰ পিছে পিছে ভয়ে ভয়ে আটাইকেইজনী আগবাঢ়িল। আগতে এনেকুৱা অঞ্চললৈ অহাৰ অভিজ্ঞতা নাই। খোজকঢ়াৰো অভ্যাস কমি গৈছে। মধু আৰু আকাংক্ষাইতো চেণ্ডেল হাতত ল'লে। হেফাই-ফেফাই আটাইকেইজনী গৈ থাকিল। এক প্ৰাচীন ভগ্ন সভ্যতালৈ জীৱাশ্ম বিচাৰিহে যেন আহিছে। মানুহ দুজনে ভঙা ভঙা বঙালী ক'ব পাৰে।

— দেবিকা মেডাম... থাকে...। দেবিকা যে বাগমাৰাত আছে সেই কথা বুজালে মানুহ দুজনে।

০ ০ ০

খেৰৰ জুপুৰী ঘৰ। বাঁহৰ বেৰ। সমুখত জেওৰা। এনেকৈ ইমানকেইগৰাকী মেডামক দেখি ঘৰৰ পৰা মানুহবোৰ ৰাস্তালৈ ওলাই আহিল। আনকি দেৱলীনাহঁতৰ পিছে পিছে এটা সমদলৰে সৃষ্টি হ'ল।

পাহাৰ কাটি উলিওৱা এঢলীয়াত এটা টিনপাতৰ ডাঙৰ ঘৰ। তাৰ পৰা খট খট অলেখ শব্দ উফৰি পৰিছে। মানুহ দুজন তালৈ সোমাই গ'ল। দেৱলীনাহঁত ৰৈ থাকিল। বুকু ধান বনাদি বানিলে।

নীলাঞ্জনা ওলাই আহিব! আহি আচৰিত হৈ যাব! কি ক'ব কি নক'ব... কি যে হ'ব আৰু ক্ষন্তেক সময় পিছত! কন্দা কটা! হাঁহিৰ ৰোল!

কিছু সময় পিছত এগৰাকী সাধাৰণ বেশভূষাৰ তিৰোতা ওলাই আহিল। তীব্ৰ উজ্বল চকু।

— কাক বিচাৰিছিল? ক'ৰ পৰা আহিছে? ইংৰাজীতে সুধিলে তেওঁ।

দেৱলীনাহঁতে বুজাই দিলে তেওঁলোকৰ আগমনৰ কাৰণ। মানুহজনীয়ে ক'লে— আহক।

মানুহজনীৰ পিছে পিছে টিনপাতৰ ঘৰটোলৈ সোমাই গ'ল আটাইকেইজনী।

ঘৰটোৰ ভিতৰত ত্ৰিছ-চল্লিছখনমান শালত তিৰোতাবোৰ কাপোৰ বোৱাত ব্যস্ত।

কাষতে এটা কোঠা, কাৰ্যালয়। টেবুলৰ ওপৰত কাগজ পত্ৰ, ফাইল। চকী মেজ সকলো বাঁহৰ।

— আপোনালোকৰ আগমনৰ কাৰণ বুজি পালো। বৰ কষ্টকৰ ইয়াত জীৱন।

তাৰ মাজতো জীয়াই থকাৰ সংগ্ৰামখন দেখিলে আপোনালোক উৎসাহিত হ'ব। মোৰ নাম বেদিকা দেৱবৰ্মন। কিতাপখনত পঢ়িছেই চাগে!

— কিন্তু নীলাঞ্জনা?

— আপোনালোকৰ জিৰণিৰ ব্যৱস্থা কৰিবলৈ মানুহ পঠিয়াইছো মই। বিশেষ সুবিধা নাপাব। কিন্তু ভাল পাব। বহুত সহজ-সৰল মানুহবোৰ। আপোনালোকৰ নামবোৰ মোৰ মুখস্থ। কিতাপখনত মই পঢ়িছো। আপোনালোকলৈ মোৰ বহুত খং উঠি আছিল— কিন্তু এতিয়া খং নাই। মানুহৰ ভুল হয়েই।

— আমি নীলাঞ্জনাক ক্ষমা খুজিব আহিছো। দেৱলীনাই ক'লে।

— আমি কলেজত নীলাঞ্জনাৰ বিষয়ে একোকে নাজানিছিলো।

মধুই ক'লে।

— তাইৰ আত্মজীৱনীখন নপঢ়া হ'লে আমি আজিও নীলাঞ্জনাক চিনি নাপালোহেঁতেন!

— কিতাপখন পঢ়াৰ পিছত আপোনাৰ নামটোও আমাৰ অতি চিনাকি হৈ পৰিছে। বেদিকা বুলিয়েই মাতিম হা! এনেদৰে কিছু সময় কথা বতৰা পাতি আটাইকেইজনী মুকলিমূৰীয়া হৈ পৰিল।

— নীলা?

নীলাঞ্জনাৰ কথা সুধিলে দেবিকাই একো নকয় কিয়? এনেতে তিৰোতাকেইজনীমান সোমাই আহিল। নিজৰ ভাষাতে বেদিকাইক কিবা কিবি ক'লে আৰু গুচি গ'ল।

— ভাত-আঞ্জা ৰান্ধিছে। আচ্ছা ব'লক— আমি আটাইবোৰে ফ্ৰেচ হৈ দুপৰীয়াৰ সাজ খাওগৈ।

বেদিকাৰ পিছে পিছে আটাইকেইজনী ওলায় গ'ল। গাঁওখনৰ এমূৰত দুটামান বাঁহ খেৰৰ ঘৰ। বেদিকা সোমাই গ'ল।

— ইয়াতেই খাব লাগিব। চিম্পল খাদ্য। নিজৰ খেতিৰ সকলো।

তীব্ৰ ভোক লাগিছিল আটাইকেইজনীৰ।

০ ০ ০

বাঁহৰ বিছনা। টান। ঘৰবোৰ গোবৰ মাটিৰে লেপা। নীলাঞ্জনাই লিখা মতে একেই। ঘৰে ঘৰে গৰু। গোহালি।

— আমাৰ ড্ৰাইভাৰ এজন আছিল!

— হ'ব, গম পাইছো। তেওঁৰ থকা-খোৱাৰ ব্যৱস্থা কৰিব আমাৰ মানুহে। আপোনালোকে অলপ ৰেষ্ট লওঁক। মই আধাঘণ্টাৰ ভিতৰত আহি আছো।

ভাত-পানী খাই বেদিকা ওলাই গ'ল। লাজ লাজকৈ তিৰোতা এজনী সোমাই আহিল। বাঁহৰ চাং দুখনত চাফা বিছনা চাদৰ পাৰি দি ওলাই গ'ল। দেৱলীনাহঁতৰ চিন্তা হ'ল দুখন বাঁহৰ চাঙত ইমান কেইজনী কেনেকৈ ৰেষ্ট ল'ব? ৰাতিও এনেকুৱাই হ'ব নেকি? ভাগৰো লাগিছিল আটাইকেইজনীৰে।

— নীলাঞ্জনাই আমাক লগ নিদিবই নেকি?

— শুন, নীলাঞ্জনা তেনেকুৱা নহয়। তাইৰ মনটো বৰ বিশাল। তাই আমাক মাফ কৰিবই।

বেদিকা উভতি আহিল আধাঘণ্টামানৰ ভিতৰত।

— এতিয়া আপোনালোকক নীলাঞ্জনাৰ দেশ দেখুৱাবলৈ নিম। সাজু হওক।

০ ০ ০

— এইবোৰ যে সেউজীয়া পথাৰ দেখিছে— এটা সময়ত এইবোৰ ছনমাটি আছিল। এতিয়া সব ঝুম খেতি। আমি কিছুমান আঁচনি লৈ আহিছিলো ইয়ালৈ। তাৰ ভিতৰত কৃষি, হস্তশিল্প, প্ৰকৃতিৰ ক্ষতি নকৰাকৈ সহাৱস্থান। ক'বলৈ গ'লে এইবোৰ ভূমি অৰণ্যৰ অন্তৰ্ভুক্ত। কিন্তু বন আইনমতে ইয়াত মানুহ থাকিব নোৱাৰে। অথচ এই মানুহবোৰ ত্ৰিপুৰাৰ ভূমিপুত্ৰ। এসময়ত গোটেই ত্ৰিপুৰাতে জনজাতি ভূমিপুত্ৰসকল সংখ্যাগুৰু আছিল। কিন্তু স্বৰাজোত্তৰ কালত বাংলাদেশৰ হিন্দুৰ ওপৰত যি নিৰ্যাতন আৰম্ভ হ'ল— হিন্দুসকলে পলাই আহি ত্ৰিপুৰাত সোমাল। হিন্দু বঙালীসকল শিক্ষা-দীক্ষা ব্যৱসায় সকলোতে আগবঢ়া আছিল। তাৰ বিপৰীতে ভূমিপুত্ৰসকল আছিল সহজ-সৰল। ৰাজনৈতিক, অৰ্থনৈতিক ক্ষেত্ৰখনত অপৰিপক্ক আছিল তেওঁলোক। সেই দুৰ্বলতাৰ সুযোগ লৈ হিন্দু বঙালীসকলে সকলো ক্ষেত্ৰ দখল কৰি ললে। ক্ৰমে ক্ৰমে সংখ্যালঘুত পৰিণত হ'ল ভূমিপুত্ৰসকল।

নিজৰ ভাষা, সংস্কৃতি বিলুপ্তিৰ দিশে গতি কৰিছিল। এইটো বৰ ভয়ংকৰ কথা আছিল। তাতে আৰু ৰাজনৈতিক দলবোৰে নিজৰ স্বাৰ্থত ব্যৱহাৰ কৰিব খুজিছিল ত্ৰিপুৰাৰ উপজাতিসকলক। বিভাজনৰ ৰাজনীতি কৰিছিল তেওঁলোকক লৈ। সকলোতে পিছ পৰি গৈছিল তেওঁলোক।

সেই সময়তে দশৰথ দেৱ বৰ্মনৰ আবিৰ্ভাৱ হয় আৰু উপজাতিৰ উন্নয়নৰ বাবে তেওঁ মনোনিবেশ কৰিছিল। উপজাতিসকল অশিক্ষিত আছিল। দৰিদ্ৰ আছিল। অন্ধবিশ্বাসী আছিল। শিক্ষা অবিহনে কোনো জাতিৰ উন্নয়ন আৰু মুক্তি সম্ভৱ নহয়। বিনা চিকিৎসাত মানুহ মৰিছিল। হয়, কমিউনিষ্ট চৰকাৰে বহুত কামেই কৰিছে। তথাপি উপজাতিৰ মনৰ ক্ষোভবোৰ শেষ কৰা সহজ নাছিল। বিশেষকৈ শিক্ষিত

উপজাতি ডেকাবোৰ বিদ্ৰোহী হৈ উঠিছিল। নিজৰ মাতৃভূমিত সংখ্যালঘু হৈ অধিকাৰ হেৰুওৱাৰ বেদনাত তেওঁলোক বিদ্ৰোহী হৈ পৰিছিল। তাৰোপৰি ত্ৰিপুৰা আন্তঃৰাষ্ট্ৰীয় সীমান্তৱৰ্তী ৰাজ্য বাবে নৰ্থ ইষ্টৰ অন্যান্য বিদ্ৰোহী সংগঠনসমূহৰ বিচৰণভূমি হৈ পৰিছিল।

ইয়াৰ পৰা সাগৰ কিমান দূৰ জানেনে? মাত্ৰ আশী কিলোমিটাৰ।

বেদিকাই কৈ গৈছে।

— উগ্ৰপন্থাৰ মূল কাৰণ হ'ল অৰ্থনৈতিক বৈষম্য। বিশেষকৈ ভাৰতত। কোনো ভাৰতীয়ই ত্ৰিপুৰা কি নাজানে। দিল্লীৰ পৰা বহু দূৰত বাবে ইয়াত মানুহ কেনেকৈ মৰিছে ভাৰতৰ মহানায়কসকলে সেই খবৰ কোনোদিনে ৰখা নাই। কেৱল বিদ্ৰোহ-বিপ্লৱ হ'লেহে ৰাষ্ট্ৰীয় অখণ্ডতাৰ কথা আহে। মোৰ বোধেৰে নৰ্থ ইষ্ট স্বাধীন হোৱা উচিত। অৱশ্যে এনেকুৱা খণ্ডিত সংগ্ৰামেৰে নহয়। এইবোৰ আবেগিক কথা। আমাৰ মনৰ ক্ষোভ। কিন্তু স্বাধীনতাই আমাক একো নিদিয়ে। ৰাজনৈতিক স্বাধীনতা এতিয়া আৰু গুৰুত্বপূৰ্ণ হৈ থকা বুলি মই নাভাবো। আমি নিজৰ ভৰিৰ ওপৰত থিয় হ'ব লাগিব। জ্ঞান লাগিব আমাক। ইউ. পিতো খাব নোপোৱা মানুহ আছে। বিহাৰতো আছে। নিপীড়িত মানুহবোৰ একে ধৰণৰ শোষণ-বঞ্চনাৰে বলি হয়। সেইবাবেই মোৰ কাৰ্লমাৰ্ক্সক শুদ্ধ যেন লাগে। আজিও। এচাম মানুহ ধনী হৈ গৈ আছে। অন্য এচাম বেছি দুখীয়া হৈ গৈ আছে।

ত্ৰিপুৰাৰ উপজাতিৰ যুৱকসকলে অন্য বিদ্ৰোহী সংগঠনৰ সাহায্যত সশস্ত্ৰ সংগ্ৰামৰ পাতনি মেলিলে। নিজৰ ভাষা, সংস্কৃতিৰ পুনৰুদ্ধাৰ আৰু নিজৰ গোষ্ঠীৰ মুক্তিৰ লক্ষ্যৰে। এইবোৰ অঞ্চল হৈ পৰিল উগ্ৰপন্থীৰ আশ্ৰয়স্থলী আৰু বিচৰণভূমি। বিচ্ছিন্নতাৰ চেতনাই প্ৰবলভাৱে উদ্বুদ্ধ কৰিলে মানুহবোৰক। মই ভাবিছিলো বিচ্ছিন্নতাই শেষ কথা নহয়— স্বাধীনতাৰ বাবেও মানুহক যোগ্যতা লাগে। আৰু এটা কথা এনেধৰণৰ খণ্ডিত স্বাধীনতা সংগ্ৰামবোৰ আজিকালি সাম্ৰাজ্যবাদী শক্তিৰ হাতৰ পুতলা হৈ পৰে।

নীলাঞ্জনা আৰু মই সিদ্ধান্ত লৈছিলো— মানুহৰ মনৰ পৰা বিচ্ছিন্নতাৰ চেতনা মচি নিজৰ প্ৰাপ্য আৰু অধিকাৰৰ বাবে মানুহক সজাগ কৰিব লাগিব আৰু এখন অৰ্থনৈতিক সংগ্ৰামৰ সূচনা কৰিব লাগিব। আমি বহুত সপোন লৈ দিল্লীৰ পৰা ত্ৰিপুৰালৈ গুচি আহিছিলো। নীলাঞ্জনা আৰু মই।

০ ০ ০

— বাগমাৰাত কিমান মানুহ আছে? দেৱলীনাই সুধিলে।

— ইয়াত তিনিশ ষাঠীটা পৰিয়াল আছে। জনসংখ্যা প্ৰায় বাইছ শ জন মান হ'ব।

বেদিকাই উত্তৰ দিলে।

— ত্ৰিপুৰাত জনজাতি কিমান আছে?

— উনৈশটা জনজাতি আছে।

— এই যে দিল্লীৰ পৰা আহিল— কাম কৰাত অসুবিধা পোৱা নাছিল?

— পদে পদে বিপদ আছিল, সংঘাত আছিল। সন্ত্ৰাসবাদীৰ স'তে মোকাবিলা কৰিবলগীয়া হৈছিল। ক'বলৈ গ'লে বিপজ্জনকেই আছিল। কিন্তু ত্ৰিপুৰাত মোৰ শুভাকাংক্ষী বহুত আছিল। আৰু এটা কথা নীলাঞ্জনা নথকা হ'লে আমি ইমান সফল নহ'লোহেঁতেন। দিল্লীত লগ পোৱা নীলাঞ্জনাজনী ইয়ালৈ আহি সম্পূৰ্ণ বেলেগ এজনী নীলাঞ্জনা হৈ পৰিছিল। কেৱল কাম কাম কাম। দিন ৰাতি কথা নাই। এই যে ঘৰবোৰ উইভিং চেণ্টাৰ। ইয়াৰ তিৰোতাবোৰে কাম কৰে ইয়াত।

ঐ মংলী! মংলী! বেদিকাই চিঞৰিলে। তিৰোতা এজনী ওলাই আহিল। কম বয়সীয়া।

— এইজনী মংলী। এইৰ গিৰিয়েক বিদ্ৰোহী সংগঠনৰ সদস্য আছিল। আৰ্মি অপাৰেচনত মৰিছে। এই কম বয়সতে বিধৱা হ'ল। কি কৰিব এই কওঁক। এনে বিধৱা বহুত আছে এই অঞ্চলবোৰত। লঘোনে থকাত বাদে উপায় নাই। আমি স্থাপন কৰা উইভিঙ চেণ্টাৰত কাম কৰে এতিয়া তাই। লঘোন নপৰে আজিকালি। তাৰোপৰি পইচা সঞ্চয় কৰে। আমাৰ এটা বৃহৎ সঞ্চয় আছে। বেংক বুলিয়ে ক'ব পাৰি। আমাৰ চেণ্টাৰৰ উৎপাদিত কাপোৰবোৰ চৰকাৰে লৈ যায়। সেইবোৰ ভাৰতৰ বিভিন্ন স্থানলৈ ৰপ্তানি হয়। এসময়ত কাম-কাজ নথকা তিৰোতাবোৰ এতিয়া দিন ৰাতি কাপোৰ উৎপাদনত ব্যস্ত। এসময়ত বিদ্ৰোহীবোৰৰ সামান্য অৰ্থ সাহায্য লৈ মুখ মেলি চাই থকা মানুহবোৰে এতিয়া নিজে উপাৰ্জন কৰে। আৰু আমি এটা কথা কৰিলো— খেতি। ইতিমধ্যে আমাৰ লগ লাগিছিলহি ত্ৰিপুৰাৰ আৰু বহুত শিক্ষিত যুৱক-যুৱতী। ন উৎসাহেৰে সকলো লাগিছিল সমাজ সংস্কাৰৰ কামত।

এসময়ত ছন পৰি থকা মাটিবোৰত আমি ঝুম খেতি কৰাত লাগিলো।

এইবোৰ কাম কৰা বহুত টান কথা আছিল। প্ৰথমে মানুহবোৰে আমাক বিশ্বাস কৰা নাছিল। চোৰাংচোৱা বুলি ভাবিছিল। সভা পাতি পাতি আমি বুজাব লগা হৈছিল। বিদ্ৰোহীবোৰ প্ৰত্যক্ষ সংঘাতত নামিছিল আমাৰ লগত।

এদিন বিদ্ৰোহী সংগঠনৰ সদস্য দুজনমানে মোক আৰু নীলাঞ্জনাক তেওঁলোকৰ কেম্পলৈ লৈ গৈছিল। আমি বৰ ভয় খাইছিলো। ভাবিছিলো আমাৰ মৃত্যু নিৰ্ঘাট। আচল কথাটো কি জানে? নৰ্থ ইষ্টৰ বিদ্ৰোহী সংগঠনবোৰে জনতাৰ মুক্তিৰ বাবে বন্দুক তুলি লয় অথচ জনতাৰ উন্নতিও নিবিচাৰে। তেওঁলোকে ভাবে জনতাৰ উন্নতি

হ'লে তেওঁলোকৰ সংগ্ৰামে সমৰ্থন হেৰুৱাব। পাহাৰৰ নামনিত জংঘলৰ মাজত কিছুমান চাংঘৰৰ দৰে ঘৰ। চাৰিওফালে সশস্ত্ৰ যুৱকবোৰ। তাত ছোৱালীও আছিল। আমাক এটা চাংঘৰত বহিবলৈ দিয়া হৈছিল। কিছু সময় পিছত দুজন নেতা যেন লগা যুৱক আহি আমাৰ সমুখত বহিছিল। তেওঁলোকে হিন্দীতে আৰম্ভ কৰিছিল। মই কৈছিলো যে মই কোকবৰক ভাষা বুজি পাওঁ। কাৰণ সেই ভঙা ভঙা হিন্দীবোৰ শুনি মোৰ হাঁহি উঠিব খুজিছিল। ভাষাই মানুহক মানুহৰ ওচৰ চপাই নিয়ে। ধৰ্মৰ পাছতে ভাষাক লৈয়ে মানুহ অতি আৱেগিক। বিদ্ৰোহী নেতা দুজনে কথাটোত ভাল পালে। আমাক মেডাম বুলিয়ে সম্বোধন কৰিছিল তেওঁলোকে। তেওঁলোকে স্পষ্টকৈ কৈছিল যে তেওঁলোকে আমাক সন্দেহ কৰে। আমি ৰাষ্ট্ৰৰ এজেন্ট বুলি ভাবে। ইতিমধ্যেই আমাৰ বিষয়ে বহুত ডাটা সংগ্ৰহ কৰিছিল। দিল্লীত পঢ়া-শুনা কৰি আমি কিয় এনে অঞ্চল এটালৈ কাম কৰিবলৈ আহিলো— সেয়া তেওঁলোকৰ বাবে সন্দেহজনক। মই যে নিজেই ত্ৰিপুৰাৰ মানুহ; মই যে মোৰ মানুহবোৰৰ সমস্যাৰ লগত জন্মৰ পৰাই জড়িত— সকলো বুজাই কৈছিলো। আমি ইয়াৰ পৰা গুচি যোৱাটোৱে তেওঁলোকে বিচাৰিছিল। যাতে তেওঁলোকে আমাৰ ওপৰত একো একচন ল'বলগীয়া নহয়। আমি কৈছিলো কিছুমান ক্ষেত্ৰত তেওঁলোকৰ লগত আমাৰ উদ্দেশ্যৰ মিল আছে। আমি এই নিপীড়িত জনজাতিসকলৰ উন্নয়ন বিচাৰো। শোষণৰ পৰা মুক্তি বিচাৰো। কেৱল আমাৰ পথ ভিন্ন। আমি বিচ্ছিন্নতাবাদৰ সমৰ্থক নহয়।

আমি বিচাৰো— আলু কচু খাই ভোক মিতাবলৈ চেষ্টা কৰা দৰিদ্ৰ জনজাতিসকলে পেট পূৰাই খাবলৈ পাওঁক। শিক্ষা গ্ৰহণৰ সময়ত হাবি-জংগলে আলু কচু খৰি বিচাৰি ফুৰা শিশুহঁতে স্কুলত পঢ়ক। অৰ্দ্ধনগ্ন হৈ থকা জনজাতি মানুহবোৰে ভালকৈ কাপোৰ পিন্ধক। আমি সপোন দিবলৈ আহিছো জনজাতিসকলক যিসকলে সপোন দেখাৰ কথা নাভাবে।

— ভয় লগা নাছিল আপোনালোকৰ?

— ভয় নলগা নহয়। উগ্ৰপন্থীৰ লগত ভয় লাগিবই।

কিন্তু এনেকুৱা পৰিস্থিতিৰ যে আমি মুখামুখি হ'ব লাগিব— আমি আগৰ পৰাই মানসিকভাৱে প্ৰস্তুত হৈ আছিলো। আমি ইয়ালৈ আহিম বুলি শুনি আমাৰ শুভাকাংক্ষীসকলে আমাক বাধা দিছিল।

— তাৰ পিছত উগ্ৰপন্থীহঁতে কি কৰিলে?

— নীলাঞ্জনা আৰু মই অতি শান্তভাৱে যুক্তি তৰ্ক কৰিছিলো তেওঁলোকৰ লগত। তেওঁলোকে কৈছিল— স্বাধীনতাৰ ইমান বছৰৰ পাছতো ভাৰতবৰ্ষই নৰ্থ ইষ্টক একো দিয়া নাই। অলেখ সম্পদৰ আকৰ নৰ্থ ইষ্ট ভাৰতৰ উপনিবেশিক মাত্ৰ!

ভাৰত চৰকাৰে নৰ্থ ইষ্টক মাহী আইৰ দৃষ্টিৰে চায়। কথাবোৰ আমি মানি লৈও কৈছিলো যে আনে কি দিছে কি দিয়া নাই— তাকে আশা কৰি, ভাবি হাত সাবটি বহি থকাৰ জানো কিবা অৰ্থ আছে! আমি আমাৰ উন্নতিৰ বাবে নিজেও জানো কিবা কৰিব নোৱাৰো।

আমি জানো ছন পৰি থকা মাটিবোৰত খেতি কৰিব নোৱাৰো?

আমি জানো স্কুলঘৰ সাজি ল'ৰা-ছোৱালীবোৰক শিক্ষা দিব নোৱাৰো?

তেওঁলোকে তেনে কথাত বিশ্বাস কৰা নাছিল। তেওঁলোকে ভাবিছিল ত্ৰিপুৰাত জনজাতিয়ে ক্ষমতা দখল কৰিব পাৰিলেই সকলো সমস্যাৰ সমাধান হ'ব। তেওঁলোকে ভাবিছিল বঙালীবিলাকৰ বাবে তেওঁলোকৰ অধিকাৰ ক্ষুণ্ণ হৈছে। বঙালীবিলাকে তেওঁলোকে পাবলগীয়া সা-সুবিধাবোৰ কাঢ়ি নিছে।

আমাৰ কাম-কাজৰ ওপৰত তেওঁলোকে নজৰ ৰাখিছে বুলি সকিয়াই দি আমাক বাগমাৰাত থৈ গৈছিল।

জীৱনত নীলাঞ্জনা আৰু মোৰ সেয়াই উগ্ৰপন্থীৰ সতে প্ৰথম মুখামুখি। বাগমাৰাৰ প্ৰতিজন মানুহ তেওঁলোকৰ সমৰ্থক আছিল।

উগ্ৰপন্থীৰ শিবিৰৰ পৰা উভতি আহি নীলাঞ্জনা আৰু মই আলোচনা কৰিছিলো যে বহুত সাৱধানেৰে কাম কৰিব লাগিব। কাৰণ চৰকাৰী চোৰাংচোৱাইও আমাক লক্ষ্য কৰি আছিল।

সমাজত ভাল কাম কৰা বৰ সহজ কথা নহয়। মুখৰ কথা নহয়। কাৰণ ভাল কাম কৰিব গ'লে আপুনি মানুহক বহুত পৰীক্ষা দিব লাগিব।

নীলাঞ্জনা আৰু মই মানুহৰ মাজে মাজে ঘূৰি ফুৰিছিলো। প্ৰথমতে আমি ৰূপাইৰ পৰা অহা যোৱা কৰিছিলো। পাছলৈ গাঁৱৰ মানুহৰ ঘৰত থকাৰ সিদ্ধান্ত ললো। সোম নামৰ মানুহজনে অলপ বুজি পাইছিল আমাৰ উদ্দেশ্য। তেওঁ উগ্ৰপন্থীৰ সমৰ্থক আছিল। কিন্তু সেই পথেৰে প্ৰগতি আহিবলৈ বহুত সময় লাগিব আৰু বহুত তেজৰ খেলা খেলিব লাগিব বুলি তেওঁ অনুধাৱন কৰিছিল। কাৰণ উগ্ৰপন্থী বিচাৰি অহা পুলিচ, চি. আৰ. পি.ৰ লগত হোৱা গুলিয়াগুলিত ওচৰ-পাজৰৰ বহুত ল'ৰা মৰিছিল।

সোমে নিজেই দেখিছিল। চি. আৰ. পিয়ে ট্ৰাকৰ পাছফালে বান্ধি চোচোৰাই লৈ যোৱা দুজন ডেকা ল'ৰা। সিহঁতৰ চিঞৰবোৰে বহু ৰাতি শুব দিয়া নাছিল তাক। ল'ৰা দুজনৰ পিছত কি হ'ল কোনেও গম নাপালে। কেতিয়াবা ঘপকৈ তেনেকৈ চি. আৰ. পি.বোৰ আহিছিল। মানুহৰ ঘৰে ঘৰে সোমাই উগ্ৰপন্থী বিচাৰিছিল। ডেকা ল'ৰাবোৰক কোবাইছিল।

আৰু সোমে চিঞৰিছিল— যেতিয়া চি. আৰ. পিয়ে তাই তেৰ বছৰীয়া জীয়েকৰ শাৰীখন খুলি দিছিল।

সোমে চিঞৰিছিল।

জীয়েকে চিঞৰিছিল।

বাঁহৰ দৰ্জাখন বন্ধ হৈ গৈছিল।

ভিতৰত ক্ৰমশঃ গেঙনিলৈ ৰূপান্তৰিত হোৱা জীয়েকৰ চিঞৰটো শুনি একো বুজিবলৈ বাকী নাছিল সোমৰ।

সোমে দৌৰি গৈ দৰ্জাখনত ঢকিয়াইছিল। দুজনমান চি. আৰ. পিয়ে তাক টানি নি চোতালত বেয়াকৈ কোবাইছিল। সেইদিন ধৰি সোমৰ এখন ভৰি বেয়া। লেকেচিয়াই লেকেচিয়াই খোজ কাঢ়ে।

— তাৰ জীয়েকজনী?

— বৰ দুখৰ কথা। জীয়েকজনী গৰ্ভৱতী হ'ল। সোম আৰু ঘৈণীয়েকে বেজৰ সহায় ল'লে। গাঁৱলীয়া ঔষধ খাই খুব ব্লিডিং হ'ল তাইৰ। আৰু চটফটাই চটফটাই গাঁৱৰ মানুহবোৰৰ সমুখতে তাই মৰি থাকিল। চাওক, স্বাধীন ভাৰতবৰ্ষৰ এটা অঞ্চল— এতিয়াও বিনা চিকিৎসাত মানুহ মৰে। মেলেৰীয়া খুব হয় ইয়াত। জণ্ডিচ হয়। বিভিন্ন বেমাৰ হয়। কোনো ডাক্তৰ নাই, ডাক্তৰখানা নাই। বেমাৰ হ'লেই মৃত্যু নিৰ্ঘাট। তেনেদৰে মৰাতকৈ বন্দুক লৈ যুঁজি মৰাটোৱে ভাল— ইয়াৰ ডেকাবোৰে তেনেকৈ ভাবে।

— সৌখন নীলাঞ্জনাই পতা স্কুল। তাই ভাবিছিল উন্নতিৰ মূলতেই জ্ঞান।

— কিন্তু আপোনালোক ইয়াত থিতাপি লাগিল কেনেকৈ?

— অ'। সোমৰ বুকুত জুই একুৰা আছিল যদিও সি ভাবিছিল ইয়াৰ মানুহখিনিৰ বাবে বন্দুকেৰে সমস্যাৰ সমাধান নহ'ব। আমি কোৱা পথটো শুদ্ধ বুলি সি বিশ্বাস কৰিছিল। সিয়ে আমাক থাকিবলৈ তাৰ ঘৰ এৰি দিছিল। গাঁৱৰ বিভিন্ন ঠাইলৈ আমাক লৈ গৈছিল। আমাৰ পৰিকল্পনাবোৰৰ কথা মানুহক বুজাইছিল। সি অলপ লেখতলবলগীয়া মানুহ আছিল বাগমাৰাৰ। সি আমাৰ লগত ঘূৰি ফুৰিছিল।

সোম উগ্ৰপন্থীৰো লিংকমেন আছিল। সি উগ্ৰপন্থীৰ হৈ কাম কৰিছিল। কিন্তু আমাক পোৱাৰ পিছত তাৰ উগ্ৰপন্থীৰ প্ৰতি আগ্ৰহটো কমি আহিল।

— এইখন স্কুল। দুশতকৈ অধিক ছাত্ৰ-ছাত্ৰী পঢ়ে ইয়াত। সন্ধিয়া পঢ়ে বয়োজেষ্ঠসকল। নীলাঞ্জনাৰ সপোনৰ স্কুল এইখন। তাই নিজে পঢ়ুৱাইছিল। সোমৰ নেতৃত্বত মানুহে বাঁহ, খেৰেৰে সাজিছিল স্কুলখন। ৰাতিপুৱাৰ পৰা সন্ধিয়ালৈ মুখৰ হৈ আছিল স্কুল। সকলোৱে যেন নতুন আনন্দদায়ক কিবা মেলাতহে অংশ গ্ৰহণ

কৰিছে— এনে লাগিছিল। অতি উৎসাহ আছিল সকলোৰে।

মানুহবোৰে আমাক বিশ্বাস কৰিবলৈ লৈছিল।

স্কুলঘৰ।

উইভিং চেণ্টাৰ।

সকলো মানুহ ব্যস্ত হৈছিল— নতুনৰ সন্ধানত।

সপোন দেখিবলৈ লৈছিল।

— কাইলৈ সোমক এবাৰ লগ কৰিম।

বেদিকাই হুমুনিয়াহ কাঢ়িলে।

— সোম এই পৃথিৱীত নাই। উগ্ৰপন্থীৰ সংগ এৰি আমাৰ লগত মনে প্ৰাণে লগাৰ কাৰণে উগ্ৰপন্থীসকলে তাক ঘৰৰ পৰা লৈ গ'ল। সাতদিনমান পিছত তাৰ মৰাশটো জংগলৰ মাজত পোৱা গ'ল। আজি যে দিনত ভাত খালে সেয়াই সোমৰ ঘৰ। দুখন পাহাৰৰ মাজত ডুব যাব ধৰিছিল সূৰ্যটো।

— ব'লক, উভতি যাও। বেদিকাই ক'লে।

— কিন্তু আমি আহিছিলো নীলাঞ্জনাক লগ পাবলৈ।

— কাইলৈ অপেক্ষা কৰক। বেদিকাই সহজভাৱে ক'লে।

— আটাইকেইজনী উভতিল। এইবাৰ দুখন ঘৰত আটাইকেইজনীৰ থকাৰ ব্যৱস্থা কৰা হৈছে। ৰাতি চাকিৰ পোহৰত আটাইকেইজনীয়ে ভাত খালে।

— আমাৰ ড্ৰাইভাৰজন?

— চিন্তা নকৰিব, আমাৰ সদস্যবোৰে সকলো ব্যৱস্থা কৰিছে। গুড নাইট।

বেদিকা গ'লগৈ। তাইৰ পিছে পিছে ছয় সাতজনমান মুনিহ তিৰোতা।

(৫)

দিনৰ কষ্টৰ বাবে ৰাতি টোপনি ভালকৈয়ে হৈছিল।

শুৱাৰ আগে আগে এটাই প্ৰশ্ন ভুমুকি মাৰিছিল আটাইকেইজনীৰ মনত, নীলাঞ্জনাক কাইলৈ লগ পোৱাৰ যাবনে? কেনে হৈছে দেখিবলৈ তাই?

চিনি পোৱা যাবনে তাইক?

০ ০ ০

ৰাতিপুৱা সোনকালে সাৰ পালে আটাইকেইজনীয়ে।

কেঁচা পায়খানা। বাঁহৰ বাথৰুম।

জীৱনৰ প্ৰথম অভিজ্ঞতা।

মানুহ দুঘৰত অজস্ৰ গৰু গাই। কিন্তু খাবলগীয়া হ'ল ৰঙা চাহ। ব্ৰেক টি।

আঠমান বজাত বেদিকা আহি ওলাল।

— গুড মৰ্ণিং। আজি আপোনালোকৰ কাৰণে মই সকলো কামৰ পৰা ছুটি লৈছো। বেদিকাই ক'লে।

০ ০ ০

আটাইকেইজনী বেদিকাৰ লগত ওলাই আহিল।

— ঝুম খেতি কৰাৰ লগে লগে আমি গছ ৰোপণ কৰিছো। এই যে চেগুণ গছবোৰ— আমি ৰুইছো। মানুহক শিকাব বিচাৰিছো— গছৰ লগত সহৱস্থান কৰিব লাগিব। প্ৰকৃতিৰ লগত শত্ৰুতা নহয়— প্ৰকৃতিৰ লগত বন্ধুত্ব কৰিব লাগিব। মানুহে বুজিছে কথাবোৰ।

— সেইটো কি ঘৰ?

— অ', আমাৰ ইয়াত কেবাটাও বাঁহৰ উদ্যোগ আছে। বাঁহ গ্ৰীন গল্ড। বহুত ভৱিষ্যৎ আছে। আৰু দহ বছৰ পিছত ত্ৰিপুৰা বাঁহৰ কামক লৈ স্বাৱলম্বী হ'ব। সেয়া আমাৰ বাঁহৰ উদ্যোগ। চকী, মেজ, বিছনা, পুতলা— সব বনোৱা হয়। গভমেণ্টৰ বেম্বো মিচনৰ অধীনত এইবোৰ কৰা হৈছে। ভাৰতৰ বিভিন্ন ঠাইলৈ এইবোৰ ৰপ্তানি হয়। ড° ৰাথোৰ ছাৰৰ উপৰিও আমাৰ দিল্লীৰ ফ্ৰেনবোৰে আমাক এই আঁচনিবোৰত হেল্প কৰি আহিছে।

কেবাঘৰো মানুহৰ তালৈ লৈ গ'ল দেৱলীনাহঁতক বেদিকাই।

— এই মানুহবোৰ এসময়ত উগ্ৰপন্থীৰ সমৰ্থক আছিল। কৰ্মী আছিল। বেলেগ ৰাস্তাও নাছিল পেট পুৰোৱাৰ। এতিয়া পথ বিচাৰি পাইছে। আপুনি কি পথত খোজকাঢ়িব আপোনাৰ জীৱনটো সিয়েই নিৰ্ণয় কৰিব।

— উগ্ৰপন্থীয়ে আপোনালোকক বাধা দিয়া নাই?

— কিয় নিদিব? মানুহবোৰে আমাক সমৰ্থন দিয়াৰ পিছত উগ্ৰপন্থীৰ প্ৰভাৱ এইবোৰ অঞ্চলত কমি গৈছিল।

— আপোনালোকৰ ভয় লগা নাছিল?

— ভয়ক আমি জয় কৰিব খুজিছিলো। সোমক হত্যা কৰিছিল সিহঁতে। আমি যিবোৰ কাম কৰিছিলো সেইবোৰে বিচ্ছিন্নতাবাদৰ সহায়ক নাছিল। বৰঞ্চ বিচ্ছিন্নতাবাদৰ বিৰোধহে কৰিছিল। তাতে আৰু এটা ডাঙৰ ঘটনা হৈছিল। বীশু নামৰ উগ্ৰপন্থী সংগঠনৰ ওপৰ পৰ্যায়ৰ নেতা এজনে সশস্ত্ৰ সংগ্ৰামৰ অৰ্থহীনতাৰ বিৰোধীতা কৰি নীলাঞ্জনাৰ কাষ চাপিছিল। মই তেতিয়া দিল্লীত। বীশুৱে নীলাঞ্জনাক লগ কৰিছিল।

বীশুৰ সমৰ্থকসকলেও। সিহঁতে আমাৰ লগত জনজাতি সকলৰ উন্নয়নৰ কাম কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। এই লৈ সশস্ত্ৰ বিপ্লবী দলত ফাট মেলিছিল। মই এইবোৰ কথা গম পোৱা নাছিলো। মই ইউনিচেফ, ইউনেচকোৰ প্ৰতিনিধিৰ লগতে কথা পাতিবলৈ গৈছিলো। সেই দুৰ্দ্ধৰ্ষ বীশুৰ যেন উগ্ৰপন্থীৰ মোহ এৰি মূল সুঁতিত কাম কৰাৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰিছিল। বুলেটত যে ত্ৰিপুৰাৰ জনজাতিসকলৰ মুক্তিৰ কথা লিখা থকা নাই— বীশুইঁতে বুজি পাইছিল।

নীলাঞ্জনাৰ লগ লগাৰ পিছত বীশুৰ স'তে হেনো নেতৃত্বৰ স'তে সংঘাত আৰম্ভ হৈছিল।

বীশুৱে হেনো উগ্ৰপন্থীসকলক বুজাইছিল—

নীলাঞ্জনা, বেদিকাহঁতৰ পথেৰে জনজাতিৰ প্ৰগতি সম্ভৱ।

মই দিল্লীত দুমাহ আছিলো।

ড° ৰাথোৰ ছাৰে মোক কৈছিল তেঁৱো এবাৰ বাগমাৰালৈ আহিব খোজে। আমাৰ কাম-কাজবোৰ চাব খোজে। সেই দুমাহতে বহুত কিবা কিবিয়ে ঘটি গৈছিল। বীশুই গ্ৰুপ এটা লৈ উগ্ৰপন্থা এৰি নীলাঞ্জনাৰ লগ লাগিছিল। সকলো লাগি গৈছিল খেতিত। বাঁহ উদ্যোগত। বস্ত্ৰ উদ্যোগত।

মানুহবোৰেও উগ্ৰবাদৰ প্ৰতি আগ্ৰহ হেৰুৱাবলৈ ধৰিছিল ক্ৰমে ক্ৰমে। ক'বলৈ গ'লে আমাৰ কাম-কাজবোৰে বিচ্ছিন্নতাৰ বিৰোধী কৰি তুলিছিল মানুহক। অভাৱ আৰু কৰ্মহীনতাইও উগ্ৰবাদক উদগনি দিয়ে।

মানুহবোৰে সপোন দেখিবলৈ আৰম্ভ কৰিছিল।

সপোন দেখাৰ সাহস গোটাইছিল।

তেনে দিনবোৰতে বীশুৰ মৃতদেহ ওলাইছিল— পাহাৰৰ নামনিত। একৈছটা গুলিত থকা সৰকা হৈছিল সি। আহি থকা দিনবোৰ যে ভয়ংকৰ হ'ব তাৰ আগজাননী আছিল সেয়া।

— ইমান গৰু গাই আছে বাগমাৰাত! জবাই ক'লে।

— হয়, অজস্ৰ গৰু আছে মানুহৰ ঘৰে ঘৰে।

— গাখীৰৰ উৎপাদনো চাগে ভাল!

— সেইটোহে ডাঙৰ সমস্যা। ইমান খীৰতি গাই, ইমান গাখীৰ। কিন্তু বাগমাৰাৰ কোনো হিন্দু পৰিয়ালতে কোনেও গাখীৰ নাখায়।

— কিয়? আটাইকেইজনী আচৰিত হ'ল।

— ইয়াত বহু শতিকা যুৰি ধৰ্ম বিশ্বাস হিচাপে মানুহে গাখীৰ নাখায়। এই অন্ধবিশ্বাসটো আঁতৰাব নোৱাৰাটো এটা ডাঙৰ কথা। মানুহবোৰ পুষ্টিহীনতাত ভোগে।

অথচ গাখীৰ নাখায়। বিৰাট ধৰ্মভীৰু মানুহ। গাখীৰ খালে ভগৱানে অভিশাপ দিব বুলি ভাবে। ভাবে বাগমাৰা ধ্বংস হৈ যাব। গৰুক ইয়াত ভগৱান বুলি ভবা হয়। আমি চেষ্টা কৰি আছো গৰুৰ গাখীৰৰ প্ৰতি থকা এই অন্ধবিশ্বাস দূৰ কৰিবলৈ। তেতিয়া অন্ততঃ গাখীৰক লৈও এটা উদ্যোগ গঢ়ি উঠিব।

— নীলাঞ্জনাক ক'ত লগ পাম?

উদগ্ৰীৱ হৈ পৰিছে আটাইকেইজনী— নীলাঞ্জনাক লগ পাবলৈ।

— নীলাঞ্জনাৰ ওচৰলৈ আমি গৈ আছো। বেছি দূৰ নাই। আটাইকেইজনীৰ পিছে পিছে গাঁৱৰ মানুহৰ এটা সমদল।

— সেই ঘটনাটোত আমাৰ বিস্তৰ ক্ষতি হ'ল। যাক পূৰণ কৰিব পৰা নাযাব। কিন্তু এটা লাভ হ'ল— তেতিয়াৰ পৰা সন্ত্ৰাসবাদৰ বিৰুদ্ধে মানুহ জাগি উঠিল। জনজাতিৰ মুক্তিৰ বাবে আৰম্ভ হোৱা এই সংগ্ৰামবোৰ বিভিন্ন পাকচক্ৰত পৰি সন্ত্ৰাসবাদত পৰিণত হৈছিল। টকাৰ বাবে ড্ৰাগছৰ ব্যৱসায়ত ধৰিছিল। যাকে তাকে ধন দাবী কৰিছিল। টকা যেতিয়া সংগ্ৰামৰ চালিকা শক্তি হয়— তেতিয়া সেই সংগ্ৰাম অধপতিত হয়! সেই দুৰ্ঘটনাটোৰ পিছত দক্ষিণ ত্ৰিপুৰাত সন্ত্ৰাসবাদৰ বিৰুদ্ধে মানুহ জাগি উঠিল। সৰৱ হৈ উঠিল। আনকি বাগমাৰাৰ দৰে ঠাইবোৰত সন্ত্ৰাসবাদীৰ প্ৰৱেশ নিষিদ্ধ কৰি দিলে ৰাইজে। আস, সেই দুৰ্ঘটনাটো!

— কিন্তু দুৰ্ঘটনাটো কি?

— ড° ৰাথোৰ ছাৰ মোৰ লগত দিল্লীৰ পৰা আহিছিল বাগমাৰালৈ। উদ্দেশ্য আছিল কাম-কাজবোৰ চোৱা আৰু নীলাঞ্জনাক লগ কৰা। নীলাঞ্জনা তেওঁৰ জীয়েকৰ নিচিনা আছিল।

আগৰতলাৰ পৰা আমি আহি পাওতে সন্ধিয়া হওঁ হওঁ। ভাগৰো লাগিছিল। তাতে ৰাথোৰ ছাৰৰ এনে দুৰ্গম ঠাইলৈ ভ্ৰমণৰ অভিজ্ঞতা— এয়াই প্ৰথম আছিল।

আমি বাগমাৰাত সোমোৱাৰ লগে লগে বুকুখন কিবা চিৰিংকৈ উঠিল।

গাঁৱৰ মানুহবোৰ আমাৰ লগে লগে আহিব ধৰিলে। সকলোৰে মনবোৰ গধুৰ। বুকুবোৰত যেন কিবাই খুন্দা মাৰি ধৰিছে তেওঁলোকৰ।

তেনেতে সোমৰ তিৰোতাজনী ঘৰৰ পৰা উধাতু খাই ওলাই আহিল। তাই আমাৰ বাট ভেটি ফেঁকুৰিবলৈ ধৰিলে।

— কি হ'ল?

— নীলা দিদি...!

— কি হ'ল নীলা দিদিৰ?

— নীলা দিদিৰ...। কান্দি কান্দি তাই ক'ব নোৱাৰিলে।

০ ০ ০

— সেইটো নীলাঞ্জনাৰ সমাধি। যাওঁক তাইক লগ কৰকগৈ। মানুহৰ বাবে তাই প্ৰাণ আহুতি দিলে। জীৱনটো যে এখন সংগ্ৰাম নীলাঞ্জনাই বুজাই থৈ গ'ল।

বেদিকাই শিলাখণ্ড এটুকুৰা দেখুৱাই দিলে। বাঁহেৰে ঘেৰা আছে। এটা ছহিদ বেদী।

— সন্ত্ৰাসবাদৰ বলি হৈ তাতে শুই আছে আমাৰ নীলাঞ্জনা। বাগমাৰাৰ নীলাদি। মৃত্যুৰ পিছত যাৰ সুৰভি বিয়পি গৈছে দেশ-বিদেশলৈ। তাইৰ আধালেখা আত্মজীৱনীৰ পাণ্ডুলিপি লৈ ড° ৰাথোৰ দিল্লীলৈ উভতি গৈছিল।

গোটেই পৃথিৱীতে নীলাঞ্জনা এতিয়া নিপীড়িত জনতাৰ মুক্তি আৰু প্ৰগতিৰ প্ৰতীক।

'নীলাঞ্জনাৰ আত্মকথা' সংগ্ৰামী মানুহৰ বাইবেল!

বেদিকাই কৈ গৈছে।

দেৱলীনাইতে চকুপানী ৰাখিব পৰা নাই।

চৰি নীলা! উই আৰ চৰি!

**প্ৰণৱ কুমাৰ বৰ্মন**

সৰস্বতী প্লাজা, যশোবন্ত পথ, পাণবজাৰ

ফোন- ৯৭০৭২-৪৭৮৩২

Pranab.kumarBarman@gmail.com

— ০০ —